৯৮। দিনৰে চিকণ পূৱাৰে বেলিটি
ৰাতিৰ চিকণে জোন।
তাভোকৈ চিকণ মোৰ ঐ লাহৰি
যেনে পূর্ণিমাহৰ জোন॥

৯৯। লাহি কাপোৰৰ পাহি ঐ মইনা
লাহি কাপোৰৰ পাহি।
বুকত দিয়ে গলি জলা জুই একুড়া
মুখত দিয়ে গলি হাঁহি॥

১০০। চাউলৰ চিকণ খুদ ঐ লাহৰি
চাউলৰ চিকণ খুদ।
ডেকাৰে চিকণ ভৰিৰ কলাফুল
গাভৰুৰ চিকণে দুদ্॥

---



# নাও খেলোৱা গীত।

( ১ )

অ মোৰ মলুৱা ৰে।
মোৰ মলুৱাক কোনে মাৰিলে,
অ মোৰ মলুৱা ৰে ॥
নেঠা নেঠা কৰে তাই নেঠা আনি দিলোঁ মই,
নেঠাত ধৰি ধৰি কান্দে অ মোৰ মলুৱা ৰে।
কপাহ কপাহ কৰে তাই কপাহ আনি দিলোঁ মই,
কপাহত ধৰি ধৰি কান্দে অ মোৰ মলুৱা ৰে।
যঁতৰ যঁতৰ কৰে তাই যঁতৰ আনি দিলোঁ মই,
যঁতৰত ধৰি ধৰি কান্দে অ মোৰ মলুৱা ৰে।
শাল শাল কৰে তাই শাল আনি দিলোঁ মই,
শালত ধৰি ধৰি কান্দে অ মোৰ মলুৱা ৰে।
সূতা সূতা কৰে তাই সূতা আনি দিলোঁ মই,
সূতাত ধৰি ধৰি কান্দে অ মোৰ মলুৱা ৰে।

( ২ )

ৰাম বোল হৰি বোল হে।
যেতিয়া আছিলোঁ মই মাও বাপৰ ঘৰে,
তেতিয়া নগেলা কেনে লঙ্কাৰ বনিজে হে ॥
ধনৰ কঙ্গাল সাউদ ধনকে কৰা সাৰ
বাপ মাও ধন দিব বলধে উঠিয়া।
বাৰীৰে ভলুকা কাটি নাৱৰ দিলা হৈ,
নালাগে সাউদ বনিজে যাব যাউক ছোট ভাই।
বাৰীৰ বৰ্গীৰিং কাটি নাৱৰ দিলা গুড়া।
নালাগে সাউদ বনিজে যাব যাওক শহুৰ বুঢ়া ॥

মাঝিক দিব টকা টকা গুৰিয়ালক দিব সোণা।
আমাৰ সাউদ বনিজে যায় সবে দিও মানা॥
লীলাৱতীৰ কান্দনতে সাউদৰ চাপিল দয়া।
বনিজে নগৈল সাউদ লোকে বুলিবে বেয়া॥
লীলাৱতীৰ কান্দনতে গৰ্ভে গৰভ লবে।
কেচা বিৰিখৰ পাত সিও সৰি পবে॥
আমি যাইবো দূৰ দেশে মনে ৰৈব ধান্দা।
আমাৰ হাতৰ মোহন বাঁশী থৈয়া যাব বান্ধা॥
বালিৰ ওপৰ খাইবা ভাত নৌকাৰ ওপৰ শুইবা।
ৰজনি প্ৰভাত হইলে কাৰ মুখ চাইবা॥

( ৩ )

কানীয়া ভাই কি কই কি কই বধিলি মোক।
হেৰেই হেৰেই কানীয়া তিৰী, কত গল তোৰ ঘৰৰ গিৰী
মোক এটা আধলি দিবা আছে।
ধনী আহিবৰ বাতৰি পাই বেড়া ভাঙ্গি লৰ দেয়
গড়খাইত পৰি কেঁকো জেঁকো কৰে।
কানি খাওঁতে কানি খাওঁতে ঘাটি গল বেচা।
কানীয়াৰ ঘৰত নাই ঘৰ মোচা লেচা।
ভগাই নিলা ভগাই নিলা ভগাই নিলা লোটা,
কানীয়াৰ ভাগত পৰিল গৈ ঢেঁকীথোৰা এটা॥

( ৪ )

কানাই পাৰ কৰ ৰে, বেলিৰ দিকি চায়া।
নষ্ট হৈল দুধেৰ ভাণ্ডাৰ বাজাৰ গৈল বৈয়া।
কাঠৰ দেশত থাকা কাঠৰ কিবা দুখ।
ভঙ্গা নৌকাত পাৰ কৰি কিবা পোৱা সুখ॥
ভাঙ্গা নহয় ছিঙ্গা নহয় গামেৰীৰে সাৰ।
হাতী ঘোঁড়া পাৰ কৰোঁ ৰাধাৰ কিমান ভাৰ॥
নালাগে তোহাৰ কড়ি নকৰো মই পাৰ।
অন্ত ঘাটে গৈয়া ৰাধা হৈয়ো তুমি পাৰ॥

অন্য বাধাক পাৰ কৰিলে লৈবোঁ আন্না আনা।
ভয় বাধাক পাৰ কৰিলে লৈবোঁ কাণৰ সোণা॥

( ৫ )

এ বিনন্দ বাঁশী বাধা বাধা বুলি ডাকাছে।
হালে মৰিল হালোৱা গৰু, পথাৰে মৰিল গাই।
পানী খাওঁতে ডমৰা মৰিল কটি ঠেকচা খাই।
চালে মৰিল চাল কুমুৰা বেৰাই মৰিল পুঁই।
দেশৰ বন্ধু দেশে গৈলা বুকে দিয়া জুই॥
এ বিনন্দ বাঁশী বাধা বাধা বুলি ডাকাছে।

( ৬ )

আবেলি বেলিকা বানে বৰখুণে
সাতো সাগৰৰে বেৰা।
পাৰোনে নোৱাৰো ভাৰসা কৰিলো,
দিলো সাগৰন্তে খেৱা॥
নাও শালে কাঠৰ, থোৰালি মছৰা,
শিলা দিলে তাতে ভৰা।
খাউনি পানা এড়ি, এথাউনিত পড়িলো,
প্ৰভু হাতে মেলি ধৰা॥

# বাৰমাহী গীত।

## (ক) মধুমতীৰ গীত।

অঘোণৰ মাহতে নাকাটিলা পাত।
খাবলৈ নাপালা প্ৰভু নৱান ধানৰ ভাত ॥
আঘোণৰ মাহতে নাৰীৰ উতপতি।
হাতত তম্বুৰা লৈ নামিল সৰস্বতী ॥

পুহৰ মাহত পূৰণৰ জীয়াৰী।
স্বামীসবে ভক্তি কৰে ভাগ্যৱতী নাৰী ॥

মাঘৰ মাহতে ধৰমৰ তিথি।
ডাক দালিম শ্ৰীফল খাইতে নেদে বিধি ॥
তুলি পাৰে গাৰু পাৰে আতি বিপৰিত।
তাতে বহি মধুমতী জুৰিলেক গীত ॥
তুলি পাৰে গাৰু পাৰে সোণৰ সিংহাসন।
তাতে বহি মধুমতী জুৰিলা ক্ৰন্দন ॥

ফাগুণৰ মাহত ফাগুৰ বাতৰি।
দেউলৰ ওপৰত দেউল তুলিয়া মগৰি ॥
তাৰ ওপৰত নাগপাশ জৰি।
ধৰণীত পৰি কান্দে সুমৰি সুমৰি ॥
সকল সাউদে ফাগু মাৰে ৰান্ধি ভাত খাই।
মই নাৰী অভাগিনী থাকোঁ পৰৰ মুখ চাই ॥
বনৰ বস্তুৰা পখী সিও থাকে জোৰে।
মই অভাগিনী থাকো অকলশৰে ॥
বনৰ বুস্তুৰা পখী সিও বান্ধে বাহা ঘৰ।
মই নাৰী অভাগিনী থাকোঁ অকলশৰ ॥

চৈতৰ মাহত পকি সৰে বেল।
সেই বেল লৈ স্বামী বনিজক গেল॥
বনিজক গৈ স্বামী কিবা পালে নিধি।
ডাক দালিম শ্রীফল খাইতে নেদে বিধি॥

বৈহাগৰ মাহত ডাউকী কান্দয়।
ডাউকীৰ কান্দন শুনি হৃদয় নসহয়॥
বৈহাগৰ মাহত কুলিয়ে কৰে ৰাৱ।
কুলিৰ কান্দন শুনি সুজুৰাই গাৱ॥

জেঠৰ মাহত আবৈ ধানৰ বাৰা।
ডাউকীৰ কান্দন শুনি শৰীৰ ভৈলা জৰা॥
জেঠৰ মাহতে জেঠৰ বাৰে খৰ।
যাকে বোলো আপোন আপোন সেয়ে হয় পৰ॥

আষাঢ়ৰ মাহত আহৰে আহু ধান।
নদী নলা ভাহি যায় সিও এটা বান॥
খেতিয়াৰ লোকে পাৰিছে কঠিয়া।
এৰি গল প্ৰাণ স্বামী আহিব কেতিয়া॥
আহকে ৰহকে স্বামী দেখোঁ চান্দ মুখ।
হেৰা গুচক মোৰ জনমৰ দুখ॥

শাওণৰ মাহত ৰোৱনৰ দিন।
খাব নাপালে পুৰুষৰ ৰস হয় হীন॥
কিবা খালো কিবা ললো কিবা কৰে মনে।
গলত কটাৰি দি তেজিম পৰাণে॥

ভাদৰ মহিত শীতৰ খৰালি।
নদীনলা শুকাই গল পৰিল ঢৌৱা বালি॥
কোঢ়া ৰাৱে কুটী ৰাৱে ৰাৱে ৰাজ হাঁহ।
হেলায় খোৱালো মই বাৰিষা ছয় মাহ॥

আহিনৰ মাহত তুলসীৰ গোৰে চাতি।
বিধবা ব্ৰাহ্মণী পূজে হাতে লৈয়া বাতি॥

আহিনৰ মাহতে দেবীৰ অষ্টমী
ঘঁহ কাটে পাঠা কাটে পাৰ জাকে জাক ।
যতে আছে প্ৰাণস্বামী তৈতে ভালে থাক ॥

কাতিৰ মাহত ওলাল ন শালীৰ থোৰ ।
বাৰ মাহৰ তেৰ গীত গাই কৈলো ওৰ ॥
বাৰে মাহৰ তেৰ গীত লওৱে গণিয়া ।
তাকে বৰ্ণাই কান্দে মধুমতী কন্যা ॥
বাৰ মাহৰ তেৰ গীত মাহে মাহে তিথি ।
গাওঁতাৰ খণ্ডে পাপ, শুনুতাৰ মুকুতি ॥

## ( খ ) কন্যা বাৰ মাহী ।

আঘোণৰ মাহতে কন্যা সংসাৰে নৱান ধান ।
কতেক খাইতে মধু কতেক পুৰাণ ॥
যাৰ সঙ্গে প্ৰিয়া আছে ৰান্ধি ভাত খায় ।
আমাৰ সঙ্গে প্ৰিয়া নাই ( থাকিম ) পৰেৰ মুখ চাই ॥
আগ বাঢ়ি লোৱা কন্যা সাতসৰি হাৰ ।
দুই বাহুত তুলি দিম সোণাৰ ঝাম্প টাৰ ॥
কাণ চাই দিম কন্যা হীৰাৰ মদনকড়ি ।
ককাল চাই দিম কন্যা কাঞ্চন পাতৰ সাৰি ॥
ভৰি চাই দিম কন্যা ভৰিৰে নেপুৰ ।
কপাল চাই দিম কন্যা সিথাৰ সেন্দুৰ ॥

পৌষৰ মাসতে কন্যা পুষ্পে অধিকাৰী ।
স্বামীতে ভকতি কৰে ভাগ্যৱতী নাৰী ॥
ভাগ্যৱতী নাৰী যিতো সাফল জীৱন ।
স্বামী হেন ধন নাই ই তিনি ভুবন ॥

মাঘৰ মাসতে কন্যাৰ হৈল চাৰি মাস,
তিনি দেশৰ সাউদ আহি লগাইলা মাত।
চাউল দেওঁ পাতিল দেওঁ বান্ধি খোৱাঁ ভাত,
ভাল ভাল দাসী দেওঁ চুৱা কেলাইবাক।
টৌ দেওঁ জাস্তি দেওঁ বালুত মাজিয়া,
ভোগ ধানৰ চাউল দেওঁ দুধত পখালিয়া।
ভাত কঙ্গালী নহওঁ কন্যা ভাত বান্ধি খাম,
ধনৰ কঙ্গালী নহওঁ কন্যা ধন লৈয়া যাম।

ফাগুণৰ মাসতে কন্যা বসন্তৰে কাল,
জাঁই যুতি ফুলে ফুল বেলি তকৱাল।
জাঁই যুতি ফুটে ফুল তপত নয়ান,
জাঁই যুতি ফুলে ফুল খোপাতে ফুলাম।
ফাগুণৰ মাসতে পাই মনে বৰি দুখ,
স্বামীৰ কটিত ভুকা কেনে ভথুৱা কুকুৰ।
কুকুৰ ভুকিলেৰে গিৰস্থে পাইব সাৰি,
তেখনে বুলিব আমাক পুৰুষ বধা নাৰী।

চৈতৰ মাসতে কন্যা চতুৰ দিশে মন,
বিলাওৰে বিলাওৰে কন্যা নয়ান যৌবন।
খাওৰে কন্যা কর্পূৰ তাম্বুল বাঢ়োক পিৰীতি,
গুচাও মনৰ কৈটৰ মাগিছোঁ স্বৰতি।
কি বিলাইবোঁ কি বিলাইবো সাউদৰ নন্দন,
কাঠেৰে বান্ধিছো হিয়া সুভোলাইবো মন।
শাগুৰী দুলালী কন্যা স্বামীত পৰাণ,
পৰ পুৰুষক দেখোঁ বাপ ভাই সমান।
সাউদ বোঁলোঁ সদাগৰ বোলোঁ ভাই তোমাকে,
ধৰমক চিন্তি তুমি যোৱাঁ ৰাজপথে।

বৈসাখৰ মাসতে কন্যা কন্যা পদুমিনী,
চন্দনে চিটিকা দিয়া ভৃঙ্গাৰৰ পানী ।
ভৃঙ্গাৰৰ পানী নোহে উত্তম গঙ্গাজল,
বাড়ি ভৰি আছে আমাৰ ডাব নাৰিকল ।
আভালত আছে আমাৰ শুকান নাৰিকল,
লাৰিতে চাৰিতে দাসীৰ ককাল দুখাল ।
গোহাল ভৰি আছে আমাৰ সাত পাঞ্চ গাই,
দৈ দুধ ঘৃত মধু ঘিণতে নাখাই ॥
সাউদ বোলোঁ সদাগৰ বোলোঁ ভাই তোমাকে,
ধৰমক চিন্তি তুমি যোৱাঁ ৰাজপথে ।

জেঠৰ মাসতে কন্যা ভৰিয়া উঠে বান,
কোন দেশৰ সাউদ তুমি কিবা তোমাৰ নাম ।
কোন দেশে থাকা সাউদ কোন দেশে ঘৰ,
কি নাম তোমাৰ মাৰ আবুৰ কি নাম বাপৰ ।
বাপৰ নাম বিস্মৰণ মায়ৰ নাম ৰায়াল,
জীয় গুৰু দিছে নাম নাম তাৰ গায়ঁৰ ।

আষাঢ় মাসতে কন্যা আহকুৱা ৰাতি,
তোমাৰ স্বামী কাটা গৈছে কাঞ্চন পুৰৰ ভাথি ।
নাযাইছে নাযাইছে কাটা আমাৰ টিকৰ পতি,
আউলিল হয় মাথাৰ ছুলি ছিঙ্গিল হয় বজ্ৰ মুঠি ।
হাতৰ দুই মুঠি শাঁখা ভাজি হল হয় চুৰ,
মোলান পৰিল হয় মোৰ কপালৰ সিন্দুৰ ।

শাওণৰ মাসতে কন্যা শাওণীয়া ৰাতি,
আজি ৰাতি কন্যা মই ভুঞ্জিবো সুৰতি ।

আজি ৰাতি চোৰ মই যাকে লাগল পাওঁ,
হাতে গলে বান্ধি তাকে ৰাজঘৰে পথাওঁ।
চাৰি ফালে ৰাখি থম পহৰী চাৰিটি,
দুৱাৰ মুখত বান্ধি থম মত্ত গজহাতী।
শিথানে পৈথানে লগাম ঘৃতৰ পাঞ্চ বাতি,
তীক্ষ্ণ খাণ্ডা হাতে ধৰি জাগিম চৌপৰ ৰাতি।
দাবৰি মাৰিম কন্যা মত্ত গজ হাতী,
থাপ দি নুমাম কন্যা ঘৃতৰ পাঞ্চ বাতি।
চটকি মাৰিম কন্যা ই পালি প্ৰহৰী,
তীক্ষ্ণ খাণ্ডা ভাঙ্গিম কন্যা মই টিপামাৰি।

ভাদৰ মাসতে কন্যা মাসৰ পৰিল শেষ,
হাসি খেলি বিদায় দিয়া যাওঁ নিজ দেশ।
তুমি হলা ভিন পুৰুষ আমি ভিন নাৰী,
বাপৰ শকতি নাই বিদায় দিতে পাৰি।
আমি ভিন নাৰী সাউদ নাভাবিবি আন,
আপোনাৰ দোষে সাউদ হাৰাইবি প্ৰাণ।
বাপ বোলো ভাই বোলো সাউদ তোমাকে,
ধৰমক চিন্তি তুমি যোৱা ৰাজপথে।

আহিনৰ মাহতে কন্যা নিৰমল ৰাতি,
পৰ পুৰুষ নোহোঁ কন্যা তোৰ টিকৰ পতি।
পৰ পুৰুষ নোহঁা যদি আপুন ঈশ্বৰে,
খানিক ৰহিয়া থাকা ডিঙ্গাৰ উপৰে।
সোণাৰ বাটায় গুৱাপান জাৰি ভৰা পানী,
ধীৰে ধীৰে গেল কন্যা বাপৰ বিদ্যমানি।
কাৰ খাইছা গুৱাপান কাক দিছা বিয়া,
হুই মুই তোমাৰ জোঁৱাই লওৰে চিনিয়া।

সোণাৰ বাটায় গুৱাপান জাৰি ভৰা পানী,
ধীৰে ধীৰে আসিল শ্বশুৰ জোঁৱাই বিদ্যমানি।
কোন চহৰে থাকা বাপু কোন চহৰে ঘৰ,
আইৰ নাম কমলমালা বাপা ধনেশ্বৰ।
শিশুকালত বিয়া কৰাইছো মাণিক সদাগৰ,
নানান আড়ম্বৰে আসিছিলোঁ তোমাৰ ঘৰ।
ব্ৰাহ্মণ সজ্জনক আনি জিজ্ঞাস কৰি চায়া,
প্ৰথম কাত্তি মাসে আমাক দিছুঁা বিয়া।
প্ৰদীপ লগাই কন্যা ঘাটৰ কুলে যাই,
স্বামী স্বামী বুলি কন্যা চৰণ ধুৱাই।
চৰণ ধুৱাই কন্যা মাগি লৈয়া বৰ,
স্বামীক বেঢ়িয়া নিলা মন্দিৰ ভিতৰ।

কাত্তিৰ মাসতে কন্যা কাত্তিয়ান ধানৰ থোৰ,
বাৰ মাসৰ তেৰ গীত গাইয়া নাপাও ওৰ।
বাৰ মাসৰ তেৰ গীত লওৰে গণিয়া,
ইতো গীত গাইছে কোন জয়ধন বনিয়া।
জয়ধন বনিয়া নোহে শ্ৰীধৰৰ বাপ।
গাওঁতাৰ মুকুতি হোৱে শুনাৰ খণ্ডে পাপ।

---

# গাবৰুৱীয়া গীত।

## ( ক ) ফুল কোঁৱৰ।

মাছৰ কুমলীয়া শল।
দিন দুপৰিয়া, মাউৰা কোঁৱৰে
বুঢ়ীমাকৰ শুৱিলৈ গল॥

পোৱালী হাতীৰে শুঁড়।
বুঢ়ীমাকৰ শুৱিতে, বহি ফুল কোঁৱৰ,
তললৈ কৰিলে মুৰ॥

কি খড়ি লুৰিব চোৱা।
কেহেলৈ কান্দিছা নাতি কুমলীয়া
দুখৰে বাতৰি কোৱা॥

কিছু দৰে ভয়ে, বুঢ়ীযে মাকক
নামাতি আছিলে চাই।
লুইতে উজালে, দিহীঙ্গে ভটিয়াই,
নিৰ্ম্মল ডুবিতে যায়॥

মনেকৈ উজালে, চিতেকৈ ভটিয়াই,
দুখৰে বাতৰি কথা।
কিনো কৈয়ে যাম, কিনো শুনি যাবি
মনতে লাগিব বেথা॥

আইনো মোৰ আছিলে, ধনে পাঁচতুলি,
বোপাই মালিনীৰে নাতি।
তাৰৰ কাগোৰক, বিপত নিপিন্ধিলো,
এতিয়া ফটা লাং গাঠি॥

কন্নৰ শুনিছো, বোপাই মণিকোঞৰ,
চকুৰে নেপালো দেখি।

× × × × ×

বোপাইক লৈ গল, শুকুলা হাতীয়ে,
পাতে আপোন দেশত ৰজা।
আইক লৈ গল সাউদৰ মুদৈএ,
থাকে নাওঁ গাতৰ পজা॥

পোৱালী হাতীৰে শুড়।
সেই নো কথা শুনি কাচঁন কুঞৰীয়ে,
তললৈ কৰিলে মূৰ॥

ভেকুৰী নোথোকে থোক।
বাপেৰ নৰকীয়ে, ইয়াতে এড়িলে
মাউৰা কৰিলে তোক॥

ফুলতে মাউৰা হলি ফুলে কোঞৰ
কি খুৱাই তুলিম তোক।
ভৰুণ হাট পাতিলো, বেহাৰলৈ নেপালো,
বিধতায় দাড়িঁলে মোক॥

চড়াএ খাবৰে ধান মোৰ বোপাই
উফৰি পৰিবৰ কণ।
আতি চেনেহৰ বড়কলা নগৰত
গজিছে দূবৰি বন॥

সেইনো যে বুলিয়ে কাচঁন কুঞৰীএ,
মুখতে ফুৰালে হাত।
মূৰত হাত দিএ কান্দিব ধৰিলে,
চকুএ নেদেখে বাট॥

হাই দি তুলিবৰ লাই।
কালৰ কথা আছি মন্ত্ৰ গাড়িছে,
দুখ যে নকৰা আই॥

বোপাইক নেদেখি গাকে মুজুৰাই,
গাতে লাগিছে জুই ।

× × × ×

কিমান কলীয়া হওঁনো বুঢ়ী আই
কিমান কলীয়া হওঁ ।
বোপাইকে নেদেখি, গাকে মুজুৰাই
ভাটিলে ভটিয়াই যাওঁ ॥

উজাই চৰিবৰে, শিছকৈ ঘঁড়িয়াল
ভটিয়াই চৰিবৰ গেঠু ।
দুখৰ কথা কৈ, ফুলৰ কোঞৰে,
বুঢ়ীমাকক ললে আঠু ॥

লাফ মাৰি আনিলে, ডেফা গছৰ তামোল,
মৈ পাৰি আনিলে পান ।
মুখৰ চুলী ছিঙি, আশীৰ্ব্বাদ কৰিলে,
তোৰ যেন হওক কইলান ॥

কমাৰে সাজিলে লোহাৰ শল মাছ,
কামি কাটি খুৱালে কাঠি ।
ডিঙিৰ ছাইঠা মণি, চকুত খুৱালে,
নেগুৰে মাৰিলে ছাটি ॥

জাপ মাৰি উঠি, বাঢ়ৈ কণা কৰি,
পুখুৰীত পৰিল গৈ ।
দেও মাৰি গল, লোহাৰ শল মাছ
পোনাও মেলিলে গৈ ॥

দেৱে যে মানিছে বুঢ়া বিচুকৰম,
নৰ মনিচলৈ কি ।
বাঢ়ৈএ মানিছে, বুঢ়া বিচুকৰম
শুকাণ পীঠাগুড়ি দি ॥

মানিবি মানিবি, বুঢ়া বিচুকৰম,
দেৱলৈ সাজিলে পুৰি।
আকাশে পাতালে, লক্ষি ৰাখিছে,
মাজতনো ৰাখিলে কি ॥

সৰগৰ ওপৰত, সৰগ তুলি তুলি,
সাজিলে সাত তাল সৰগ।
সাতোটা ঘোঁড়াৰে সূৰ্য্যে ৰথ ডকাই,
পোহৰ দি ৰাখিছে নৰক ॥

দিন যে ৰাতি ঐ, দুই বাই ভনী,
কাৰনো পেটৰে জী।
মানিবা মানিবা বুঢ়া বিচুকৰম
নেমানি কৰিবা কি ॥

কদম কুঞ্জৰী, বনৰে বাৰৰী,
ফুলে জকমক কৰে।
বাঢ়ৈএ সাজিলে, কাঠৰ পখী ঘোঁড়া,
আকাশে উড়ান্নত কৰে ॥

চকুতে ভৰালে, জুইৰে আজুণি,
নাকত বলি যায় ধোঞা।
নেজৰ ছাটিতে বিজুলী সচাঁৰে,
কৰিলে আলাসত বোৰা ॥

হালৰে এ হাতী, সূৰুষৰে নাতি,
ভেজে চিকি মিকি কৰে।
নির্পত্তি ৰজায়ে, ঘনাই মাজু লগালে,
ইয়াত কোন উঠিব পাৰে ॥

কদম কুঞ্জৰী, বনৰে বাৰৰী,
ফুলি জকমকে হল।
সেই কথা শুনি, নমি ফুৱা কোঁঞৰে
পখী ঘোঁড়াত উঠিব গল ॥

উঠিবা উঠিবা কাঠৰ পখীঘোঁড়া
আকাশে উড়ায়ত কৰি।
তোমাকে বুলি যাওঁ জীউৰ ফুলে কোঞৰ,
পাচলৈ নেচাবা ফিৰি।
মোৰে বধে চোয়ে লাহৰী কোঞৰ ঐ
নেচাবা পাচলৈ ফিৰি।
গুৰুৰ দোষে চুৰ বিষিনি মিলিব
ঘৰলৈ নাহিবা ঘূৰি॥
নেজৰ চাটি মাৰি উড়িবি পখীবাজ
মুখেৰে মাতিবি চিঁউ।
জানিবি জানিবি কাঠৰ পখী ঘোঁড়া
তোৰে মোৰে একেটি জীউ॥
তোকে বুলি যাওঁ কাঠৰ পখী ঘোঁড়া
উছুৱাই খুৱাই যাওঁ মাহ।
আকাশে পতালে উড়ায়ত কৰিবি
তোৰে মোৰে একেটি সাহ॥
কাঠৰ পখী ঘোঁড়াত উঠে ফুল কোঞৰে
মাৰি যায় চাবুকৰ চাট।
আকাশে পতালে উড়ায়ত কৰিলে
আলাসত কৰিলে বাট॥
দেও দি এড়ালে দেও দনিকণা
লুটি দি এড়ালে শল।
নগৰ সাত পাক ঘূৰি পখী ঘোঁড়া
চমাহৰ বাটলৈ গল॥
কাঠৰ পখী ঘোঁড়া পাই ফুল কোঞৰ
পিতাকৰ দেশকে এড়ে।
মনিচে নয়নে দেৱেও নয়নে
বিজুলী সঞ্চাৰে চলে॥

বিধিয়ে বিহিলে কপালত লিখিলে
সাইধ কাৰ এক্কয়াই।
কিমান বাট আছিলো বুলি ফুল কোঞৰ
ঘূৰি পাচ কালে চাই॥

গুৰুৰ দোষে চুলে ঠনবাই ছিগিলে
ঘোঁড়াৰে এখনি পাখী।
দেৱে নেৰাখিলে মনিচে নেৰাখে
কাঠৰ পখী ঘোঁড়া সাখী॥

কাঠৰ পখী ঘোঁড়া জেউতি চৰিলে
উড়ি যাওঁ উড়ি যাওঁ কৰে।
চমাহৰ বাটকে গল একে দিনে
মালিনীৰ বাড়ীতে পৰে॥

কাঠৰ পখী ঘোঁড়া এড়ি ফুল কোঞৰে
ভৰিৰে মাৰিলে টিপা।
সেউতী মালতী টগৰ গুটিমালী
সবেও ধৰিলে শিপা॥

কাঠৰ পখী ঘোঁড়া এড়ি ফুল কোঞৰে
মুখেৰে বজালে শঁখা।
সেউতী মালতী টগৰ গুটিমালী
সবেও ধৰিলে পোখা॥

কাঠৰ পখী ঘোঁড়া এড়ি ফুল কোঞৰে
সবালৈ মাৰিলে শাল।
সেউতী মালতী টগৰ গুটিমালী
সবেও মেলিলে ডাল॥

কাঠৰ পখী ঘোঁড়া এড়ি ফুল কোঞৰে
সবালৈ মাৰিলে দলি।
সেউতী মালতী টগৰ গুটিমালী
সবেও পেলালে কলি॥

কাঠৰ পখী ঘোঁড়া এড়ি ফুল কোঞৰে
সবালৈ মাৰিলে শূল।
সেউতী মালতী টগৰ গুটিমালী.
সবেও মেলিলে ফুল॥
ফুলনি বাড়ীতে ফুৰে ফুল কোঞৰে
ইপাহি সিপাহি লেখি।
বাটৰ বাটৰুৱাই • কৰে হৰি হৰি
ফুলৰ তিৰিবিৰি দেখি॥
ই বোলে মালিনী সি বোলে মালিনী
তোৰ দশা ভাল হল।
বাৰে বছৰীয়া শুকান ফুলনি
ফুলি তমস্কাৰ হল॥
ই বোলে মালিনী সি বোলে মালিনী
তোৰে দশা ভালে হল।
ফুলৰ মলা গাঁথি কাৰেঙ্গত যোগাবি
ধনেৰে বান্ধিবি দল॥
মাৰৰ মূৰে খাঁইতী মোৰে মূৰে খাঁইতী
শুনালি কিনো বাতৰি।
ফুল যে মৰিবৰ হলে বাৰ বছৰ
হালোৱাই লুড়ি গল খৰি॥
বোৱাৰী জীয়াৰী হাঁহে খিলি খিলি
মালিনীৰ ফুলনি চাই।
ভোমোৰাই গোঁজৰে ফুলৰে ওপৰে
চৰহি ফুলৰ মৌ খাই॥
বাটৰ বাটৰুৱাই ৰই ৰই চাই
বখনা বখনি কৰে।
থাকিব নোৱাৰি দিজাই বাই মালিনী
হাততে আঁকুহি ধৰে॥

চোতালৰ আগৰে গোলাপ ফুলে জুপি
গোন্ধতে আমোল মোল কৰে।
মালিনীক দেখি জীয়াৰী বোৱাৰী
সবে খিলি খিলি হাঁহে॥
ইফালে সিফালে চাওঁতে চিতোতে
পৰিল কোঞৰত চকু।
দেওনে মনিচ বুজিব নোৱাৰি
ললে কোঞৰত আঁঠু॥
মোৰ নাও মালিনী দিজাই শাঁখিনী
ফুলনি পৰিছিল জয়।
তোমাৰ চাঁতে পাই উঠিল ঠনে ধৰি
কিনো ভাইগ কৰিলো মই॥
কিনো দি সুধিম মই দিজাই শাঁখিনী
কিনো দি সুধিমে মই।
কোন পোৱাঁতীৰ বুক জুৰ কৰিলা
কাৰ পাপ কৰিলা খয়॥
কোননো গোসাঞে এনে হেন কৰি
সাঁচতে মাৰিলে তোক।
যতে চকু দিয়াঁ ততে চকু ৰয়,
গুচি যায় পিয়াহে ভোক॥
দেও নহঁও মই, দানৱো নহঁও মই
নহও মই সৰগৰ ভৰা।
হও নৰে মনিচ, নাও ফুল কোঞৰ,
আহিছো এদেশৰ পৰা॥
তোকে নো বুলি যাও, দিজাই মালিনী
সমন্ধত বুলি যাও আই।
পেটে আঁতে লাগি, মাতিব নোৱাৰো
তিনি সাজ পেটত ভাত নাই॥

পিড়া পাৰি দিলে, পাও পখালিলে
ছুলিৰে মছিলে ভৰি।
খাবলৈ দিলেহি, চিৰা মথা দৈ
মজিয়াত খৰখৰ কৰি॥
খাই বৈ কোঞৰে, মুহুদি কৰিলে,
পাটীদৈৰ ধৰাতে বহি।
ফুলৰে কৰণি, আগতলৈ মালিনী
গাঁথিছে মালা ৰূপহী॥
কালৈ নো গুঁথিছা, ফুলে আই মালিনী,
কালৈ নো গুঁথিছা ফুল।
খোপালৈ এধাৰী ডিঙ্গিৰ তিনি ধাৰী
পিঙ্কোতাৰ নেজানো কুল॥
বকুলৰ এধাৰী, টগৰ তিনি ধাৰী
মালতীৰ এধাৰী সিম।
নিৰ্পতি ৰজাৰে আলাসৰ জীয়ৰী,
ধনেপাঁচেতুলীক দিম॥
তোকে বুলি যাও দিজাই আই মালিনী,
তোৰে মোৰে একেটী জিউ।
খহুৱা মহুৱা, নাতি কুমলীয়া,
এধাৰি মলাকে দিও॥
ধনেপাঁচতুলীক, দিবি আই মালিনী
ফুলতে ফুল দি সিও।
খহুৱা মহুৱা, নাতি কুমলীয়া
এধাৰী মলাকে দিও॥
কি কৰ নাতি ঐ ঠাকুৰা কোঞৰ ঐ
কি কৈনো গুঁথিবি ফুল।
নিৰ্পতি ৰজায়ে, জানিব পাৰিলে,
তোৰে মোৰে একে ডাল শূল॥

তোকে বুলি যাঁও দিজাই মালিনী
সমন্ধত বুলি যাঁও আই।
এধাৰ মালাকে, গুঁথিব খুজিছোঁ
পাঁচতুলীৰ খোপালৈ চাই॥
ঢাপৰ কাণ কটা সিজু আই মালিনী,
ঢাপৰ কাণকটা সিজু।
সেই মলা ধাৰী, দিবা পাঁচতুলীক,
খোপাতে খাই যাব ৰিজু॥
পিছলি পৰিবৰ কাঁহী আই মালিনী
বাগৰি পৰিবৰ কাঁহী।
এই ধাৰী মলাকে দিবা পাঁচতুলীক
মিচিকাই পেলাব হাঁহি
ফুলকে গুঁথিলে ফুলতে লিখিলে,
ফুলতে বাতৰি দিলে।
দিজাই মালিনীয়ে, গুঁথি থাকোঁতেই
কোঞবে কৰণতি থলে॥
মালা লৈ মালিনী, গল নগৰলৈ
চাপিল পাঁচেতুলীৰ পাশ।
ভেটিলে কৰণি আঁঠুলৈ মালিনী
চৌভিতি ফুলৰে বাস॥
আন দিনা মালা এধাৰী দুধাৰী
ফুলতো গোন্ধভাপ নাই।
আজি বে মালিনী ফুলৰে কৰণি
গোন্ধতে আমোল মোলাই॥
এড়িলি চুবুৰি বাটত হল দুবৰি
নদীয়ে এড়িলে কুল।
তোকে বুলি যাঁও দিজাই মালিনী
কোনে গুঁথিছিল ফুল॥

চাঁদ সূৰুজলৈ চাবি বাই মালিনী
চাঁদ সূৰুজলৈ চাবি।
বটীয়া নোহোৱা মালতীৰে মলা
কোনে গুঁথিছিলে কবি॥
খহুৱা মহুৱা আছে নাতি লবা
সেয়ে গুঁথি দিলে মালা।
হাকো মুগুনিলে বাধা নামানিলে
আহুকাল লগালে ভালা॥
ঢাপৰ কাণ কটা সিজু ঐ মালিনী
ঢাপৰ কাণ কটা সিজু।
খোপাৰ মলা ধাৰী পিন্ধিব খোজোতে
খোপাত খাই গল বিজু॥
উভালি তুলিবৰ কচু ঐ মালিনী
উভালি তুলিবৰ কচু।
বুকৰ মলাধাৰী পিন্ধিব খোজোতে
পড়িল আখৰতে চকু॥
"কেলৈ ফুলিলি ৰূপহী মদাৰে
কেলৈ পেলালি কলি।
গুৰুতো নেলাগ গোসাঞিতো নেলাগ
থাক তলে ভৰি সৰি॥"
তাও কাপোৰৰে গাঁঠি ঐ মালিনী
তাও কাপোৰৰে গাঁঠি।
তই বিঐ বাজী জীয়েৰ কাঠ বাজী
কত পালি কুমলীয়া নাতি॥
চাঁদ সূৰুজলৈ চাবি ঐ মালিনী
চাঁদ সূৰুজলৈ চাবি।
গৈছে দুই কাল আছে যে একাল
সইত সইত কথা কবি॥

কলেও কটা যায় নকলেও নেড়ে
পাঁচভুলী কোটোহাৰ গাঁঠি।
কলে ভাঙ্গি পাতি সকলো বাতৰি
কেনেকৈ কোঞৰ হল নাতি॥

চাঁদ সূৰুজলৈ চাবি ঐ মালিনী
চাঁদ সূৰুজলৈ চাবি।
খহুৱা মহুৱা নাতি কুমলীয়া
সোনকালে পঠিয়াই দিবি॥

ৰজাৰে নগৰ খান চাৰিকৈ চুকীয়া
হেজাৰী বৰুৱাই ৰখে।
চড়াই চিড়িকটি পশিব নোৱাৰে
কোঞৰনো কেনেকৈ পশে॥

কান্দি ফুৰিমে বিনাই ফুৰিমে
কতো নেপামে সুখ।
আও মৰণেৰে মাৰিলি মালিনী
এতিয়া নেচায় মুখ॥

তোকে বুলি যাও দিজাই বাই মালিনী
কিয় আনিছিলি মালা।
বেঙ্গ হৈ আহিলি সাপ হৈ খুটিলি
ভাল বুকত দিলি জালা॥

ওলাই মাৰ গলে থুপী থুপী তৰা
আকাশৰ নেজালী তৰা।
কতেক ৰঙ্গে চাই থাক বাই মালিনী
কোঞৰক পাউনি কৰা॥

লাটিম বৰুৱাৰে চাটিম বাই মালিনী
লাটিম বৰুৱাৰে চাটিম।
কোঞৰক নিদিলে তিনি সইত খাইছোঁ
তোৰে নাকে ছুলি কাটিম॥

আগলৈ নেচালো পিচলৈ নেচালো
কুঞ্জৰীক বাতৰি কলো।
যদি হে কোঞ্জৰক নানিমে এতিয়া
নিগমে ভললৈ গলোঁ॥
ৰজাৰ নগৰে দেখি দৰ লাগে
কেঁকোৰা কেঁকুৰী গড়।
হেজাৰী বকৰাৰ হাতে আগম নিগম
কোনে পাব তাৰে থৰ॥
থৈয়ে কি অথৈয়ে থৈ ঐ বথীয়া
থৈয়ে কি অথৈয়ে থৈ।
পাঁচতুলীৰ নগৰ সোমাল ফুলে কোঞ্জৰ
কালিন্দী ভোমোৰা হৈ॥

---

(খ) মণি কোঞ্জৰ।

শঙ্কল দেৱ ৰজাৰে পুতেক মণি কোঞ্জৰ
কিছুত খতি খনে নাই।
এবেলা দোলাতে এবেলা ঘোঁড়াতে
এবেলা সেনৰ ৰং চাই॥
আন কাল পতি ঘোঁড়া চেকুৰাই
নগৰৰ চৌমেৰে ঘূৰে।
আজি কোঞ্জৰৰ ঘোঁড়াই গা মেলাইছে
কাচনৰ পথুলী মূৰে॥
মন্ত্ৰীৰ জীয়েক কাঞ্চন কুঞ্জৰী
দাঁৰ বান্ধি মেলাওঁতে ছুলি।
সোণুৰ কলিয়েৰে মুৰ কনিয়াওঁতে
কোঞ্জৰৰ নিলে মন হৰি॥

ঘোঁৰা ওলোটাতে সেনৰ বং নেদেখিলে
সোনাৰৰ তামুলীক পাই।
পৰলা ঘোঁৰাটি বাটতে সপি দি
পৰিল বোহ ঘৰত যাই॥
উলটি যাওঁতে ৰৰচা কুঁঞৰীৰ
পৰিল সোনাৰৰত চকু।
চৰায়ে কৰিলে চিউ।
যেতিয়াই দেখিলে সোনাৰৰ তামুলীক
আকাশে উৰি গল জীউ॥
আমগুৰি থাওৰে শুকান খৰিচা
বলমা বিলৰে মাছ।
তুমি যে আহিছা সোনাৰৰ তামুলী
মণিধৰ কিমানৰ পাচ॥
কিনো নকমে কিনো সুশুনিবা
এনে কথা দেখা নাই।
আন কাল পতি ঘোঁৰাত উঠি মণি
নগৰৰ চৌমেৰ চাই॥
আজি কালে পতি ঘোঁৰা চেকুৰোতে
মন্ত্ৰীৰ পধূলী মুখে।
পাকতে সুৰাই পৰলাক এৰি
বোহ ঘৰত সোমাল দুখে॥
সৰগৰ তৰা পতালৰ নাগিণী
কোন্না বাপা লাগে কিক্।
সইত্ত সইত বুলি তিনি সইত খাইছো
তাকে আনি দিম ঠিক॥
নৈতে গা ধুই এ গৰাহ খাৰ
যাকে খোজো যদি দিয়া।
মন্ত্ৰীৰ জীয়ৰী কাচন কুঁঞৰীক
আনি মোত দিয়া বিয়া॥

মণিৰ কথা শুনি     বৰচা কুঁৱৰী
তামুলীক লগালে মাত।
মোৰা হেৰা তামুলী     মন্ত্ৰীৰ ঘৰলৈ
এই যাব সেনৰ এক জাত ॥
আগে চোৱা নাই     পাচে চোৱা নাই
মন্ত্ৰীত ললেগৈ আঁঠু ।
কেলেই আহিছা     সোনাৰৰ তামুলী
ভাঙ্গি কথা কোৱা বাক ॥
ঝিলৰে মাঝতে     পত্তুম ফুলি থাকে
ভোমোৰাই গুঁজৰি আছে ।
দেউতাৰ জীয়ৰী     কাঁচন কুঁৱৰীক
আমাৰ মণি ধৰক লাগে ॥
গায়নে বায়নে     সেন্দুৰী আলিয়ে
কেঁকুৰী দোলাতে উঠি ।
হীৰা মুকুতাৰে     মণিধৰ কোঁৱৰে
কাচনক আনিলে তুলি ॥
অনা বত্তাহত     হাল্লিছে জালিছে
গোবৰৰ ভেৰৰে লাই ।
ছুঁৱা মাদৈয়ে     দাল পাহ মেলিছে
ভেঙুঁ পো কপালত নাই ॥

---

## ( প )   পগলা-পাৰ্ব্বতীৰ গীত ।

তেতেলিৰ তলতে     কৰো তাঁতে বাতি
পাছৰি আহিলো কুটি ।
কুটিৰে লগতে     পগলাই কিলাব
যাবে আহিবে ধৰে খুটি ॥

মাৰৰ ঘৰলৈ যাবি তগ্রিঙ পাৰ্ব্বতী
বাটত খাপে দিয়ে ধৰিম।
বাটত খাপে দিয়ে ধৰ তগ্রিঙ পগলা
হাবিত লৰে মাৰি পৰিম ॥
হাবিত লৰে মাৰি সোমা তগ্রিঙ পাৰ্ব্বতী
হাবিত জুয়ে দিয়ে ধৰিম।
হাবিত জুয়ে দিয়ে ধৰ তগ্রিঙ পগলা
ধোঁৱাৰে লগতে উড়িম ॥
ধোঁৱাৰে লগতে উড় তগ্রিঙ পাৰ্ব্বতী
হাঁকুটি জোৰায়ে ধৰিম।
হাকুঁটি জোৰায়ে ধৰ তগ্রিঙ পগলা
তোৰে বড় বিলত পড়িম ॥
মোৰে বড় বিলত পড় তগ্রিঙ পাৰ্ব্বতী
জুলুকী বাই মগ্রিঙ ধৰিম।
জুলুকী বায়ে ধৰ তগ্রিঙ পগলা
শামুক শেলুৱই হম ॥
শামুক শেলুৱৈ হবি তগ্রিঙ পাৰ্ব্বতী
তোকে চুন পুড়ি খাম।
মোকে চুন পুড়ি খাবি তগ্রিঙ পগলা
তোৰে দুই গাল ডাকিম ॥
মোৰে দুই গালে ডাক তগ্রিঙ পাৰ্ব্বতী
তোকে তেলে ঘঁহি গুচাম।
মোকে তেল ঘঁহি গুচা তগ্রিঙ পগলা
সৰিয়হ জনমে ধৰিম ॥
সৰিয়হ জনমে ধৰ তগ্রিঙ পাৰ্ব্বতী
তোকে তেলীশালত পেৰিম।
মোকে তেলীশালত পেৰ তগ্রিঙ পগলা
খলিহৈ জনমে ধৰিম ॥

খলিহে জনম ধৰ ভত্রিঞ পাৰ্ব্বতী
ভোকে বাড়িৰ চুকত পেলাম ।
মোকে বাড়িৰ চুকত পেলা তত্রিঞ পগলা
বাড়িৰ বড় গছে হম ॥
বাড়িৰ বড় গছ হবি ভত্রিঞ পাৰ্ব্বতী
ভোকে নাও কাটি বাম ।
মোকে নাও কাটি 'বাবি ভত্রিঞ পগলা
মাঝতে বুৰায়ে মাৰিম ॥

---

## (ঘ) হাল বোৱা গীত ।

হাৰিতে আছিলে আঁকোৱা কাঠ ।
বাঢ়েয়ে পাই তাত লগালে চাঁচ ॥
চাঁচি চুককি সাজিলে নাঙ্গল ।
দেও দি উঠিলে হালোৱাৰ কান্ধত ॥
নাঙ্গলে বোলে মোৰ পিঠিতে কুজ ।
পূৱা হলে পিথবীৰে লাগি যাওঁ যুজ ॥
ফালে বোলে মত্রিঞ বাঁহৰে চেচু ।
পূৱা হলে উলিয়াওঁ বড় বড় কেচু ॥
ডিলামাৰিয়ে বোলে মত্রিঞ সবাতকৈ পোন ।
মোৰ সমানে নবয় কোন ॥
বেঙ্গাই বুলিলে মত্রিঞ বাঁহৰ আখি ।
মত্রিঞহে নাঙ্গল আৰু ডিলা থওঁ ৰাখি ॥
সলমাৰিয়ে বোলে মোৰ চাৰি ভাই ককাই ।
আমি থাকো সদাই সৰগ চাই ॥
আউত জৰিয়ে বোলে মত্রিঞ তবাৰে চিটা ।
মোত বিনে ডিলা জুঁৱলী নেযায় জোতা ॥
গৰুৱে বোলে মত্রিঞ দীঘল নেজা ।
আমাৰ ওপৰত সবেও ৰজা ॥

এচাৰিয়ে বোলে মঞি সবাতকৈ সৰু ।
মঞি নহলেযে নবলে গৰু ॥
যোঁতে বোলে মঞি দীঘলকৈ কঁই ।
মঞি নাথাকিলে গৰু কত ৰয় ॥
মৈয়ে বুলিলে মঞি সবাতকৈ বলি ।
মঞি নহলে নেতাগে দলি ॥
মৈটকাই বোলে মোৰ আঙুলি বেকা ।
মঞিযে নহলে নহয় বোকা ॥

---

## (ঙ) যঁতৰৰ গীত ।

সৰু জনীয়ে বুলিলে বড় জনী বাই ।
পিজলি কপাহ খিনি কত কত পাই ॥
পিজলি কপাহৰ মঞি জানো বুধি ।
চাউল ছ পুৰাৰ পিঠাগুড়ি খুন্দি ॥
মকৰা হাটৰে কপাহ আনে কিনি ।
কপাহ কিনি আনি ভাই আছিলেক গুণি ॥
নেওঠনি আনি তাই পেলালে পেৰি ।
নেওঠা কপাহ তাই থলে ছাকত ভুলি ॥
ধেনুখন আনি তাক পেলালে ধুণি ।
এসেবা কাটিলে বেভেঙঁ ভেঙঁ ।
এসেবা কাটিলে পচলাৰ কেঙঁ ॥
এসেবা কাটিলে মাজ নিশা ৰাতি ।
তাৰে বান্ধিলে দঁতাল হাতী ॥
এসেবা কাটিলে সবাতকৈ সৰু ।
তাৰে বান্ধিলে ভটৰা গৰু ॥
সূতা খিনি কাটি তাই থলে ছাকত ভুলি ।
হালোৱাই লৈ গল মৈ আদি বুলি ॥

লৰাইঁতৰ বাপেক বহি কি কৰা।
চাঁছ খন ধৰি পেলাই সূতা সৰু কৰা॥
ওচৰ চুবুৰীয়াই মুকলিলে খড়ি।
ছমাহলৈ পুৰিলে সূতাৰ চলি॥
গধুলি বেলিকা ভৰিলে তাঁত।
উজুতিত লৈ গল শহুৰেকৰ দাঁত॥
তাঁত খন ভৰি তাই নৰ্যঁহিলে ভেল।
তাৰ মাঝে সৰকিল জুবিয়া বেল॥
কত দিনৰ মূৰত তাইৰ কাপোৰ খন হল।
হেন কালে মিকিৰে কাপোৰ বিচাৰি গল॥
কাপোৰ দেখি মিকিৰে দিলে উঠি লৰ।
লৰালুৰী দিলে খেদা বুলি ধৰ ধৰ॥
ডাঙ্গি পাৰি কাপোৰ তাই থলে ছাঙ্গত তুলি।
দাল শলীয়াই লৈ গল বাহা বান্ধো বুলি॥

---



# টোকাৰী নাম।

যেতিয়া বিৰিখে দুই পাত মেলিলে
তললৈ মেলিলে শিপা।
সেই গছে জুপি খোজে মহাদেৱে
টোকাৰী সাজোঁ গৈ দিয়াঁ॥
মহাদেউ গোসাঞে টোকাৰী সাজিলে
বাটে পাৰ্বতী গুণা।
ইঙলা, পিঙলা, চিত্ৰা সুষুম্না
এই চাৰি গছি গুণা॥
নেবাজে চেবাজে দুখনি টোকাৰী
আহিল ভাৰস্তলৈ নামি।
এখনি গলগৈ পগলাৰ সঙ্গলৈ
এখনি ভাৰস্তত থাকি॥
ছাঙৰ ভাঙএ মুঠি নমাই আন পাৰ্ব্বতী
আঁঠিয়া কলেৰে খাওঁ।
কৈলাসৰ টোকাৰী নমাই আন পাৰ্ব্বতী
ভিখা মাগিবলৈ যাওঁ॥
দুখৰে উপৰি দুখ।
কুকুৰে কামোৰে ছৱালে দলিয়াই
ভিখাতো নিমিলে খুদ॥
কিনো অমাতৰে মাত।
কাঠৰে টোকাৰী লয় হৰিনাম
মনিষে নেপালে তাক॥
বাটে বাটে যাবা, মুৰ ডাঙ্গি নেচাবা,
বেইচাত নকৰা ৰতি।
সাতো সাতো পুৰুষ, নৰকত পড়িব
জীবৰ হব অধোগতি॥

মাতিলে মাতিবা, নমতাক নেমাতা,
দন্দুৰাত নহবা সাথী।
বাটৰ বাটকৰাক, বাট ছাড়ি দিবা,
আপোনাৰ মানকে ৰাখি॥
দালত বন্দী হল, দালৰে হৰিতাল,
লালীত বন্দী হল মাখি।
কামিনীৰ লগতে পুৰুষ বন্দী হল,
ধুৰত বন্দী হলে হাতী॥
দাল কাটি মোকলা দালৰে হৰিতাল,
পানী দি মোকলা মাখি।
হৰিৰ নাম দিয়ে পুৰুষ মোকলাবি
ধুৰ কাটি মোকলা হাতী॥

---

# হুচৰি নাম।

হুৰাই ল হাৰ্চটি ৰাই।

আজি চেনেহৰে ৰহাগৰ বিহুটি হাততে মলছি যায়॥

ওপৰৰ দেৱতা শুনা কাণে পাতি
আজি যে হুঁচৰি গাওঁ।
বিহুৰ বৰঙনি আজি ভালে কৰি
খুচৰি খুচৰি খাওঁ॥

আজি বাৰে বছৰ হুঁচৰি গোৱা নাই
ডিঙ্গি চেৰ চেৰ কৰে।
ঢোলত ভালে কৰি কোবকে নপড়ে
কাষৰে পাজৰে পড়ে॥

ওপৰৰ দেৱতা শুনা কাণে পাতি
ভালেও নিদিয়ে মাত।
ডিঙ্গিটো খঞ্জালি গাবলৈ ধৰিছো
তেওঁ জানো উঠিছে জাত॥

আজি বাৰে বছৰ হুঁচৰি গোৱা নাই
হুঁচৰি ভটিয়াই গল।
হাতে মেলি মেলি নাচিব লাগিছো
ককাল মূৰ ঠৰঙ্গা হল॥

আমি যে হুঁচৰি গাওঁ ঘূৰি ঘূৰি
খুচৰি খুচৰি খাম।
ডিঙ্গি ফালি ফালি ৰাগকে টানিছো
জানো দহে টকা পাম॥

আমি যে হুঁচৰি পেলাম ঐ মুচৰি
নাহিবি কাষলৈ চাপি।
ওচৰৰে পৰা চাবা ভালে কৰি
মুৰত সকদৈয়া ঝাপি॥

বিহুৱা চৰায়ে কৰে বিহু বিহু
গছৰে ডালতে পড়ি।
আমি যে বহুকী খুজিছো পঁচকী
ডিঙ্গিতে ঘুন্সুচা ভৰি॥
বিহুৱা চৰায়ে কৰে বিহু বিহু
বীণৰ নলা যেনে মাত।
গছতে লতায়ে হালিছে জালিছে
ধৰি সেউজীয়া পাত॥

---

( ২ )

হুচৰি বাই ঐ দলৌ চৰাই।
কপ চাৰিটকা তামোল শৰাই॥
হুচৰি বাই ঐ চেপা নিলে চোৰে।
কেনেকৈ নো পাতিছিলি বাপেৰে পুতেৰে॥
হেচি হেচি পাতিছিলো চপৰা দলি দি।
চোৰ পেয়েৰে লৈ গল মই কৰিম কি॥
হুচৰি বাই ঐ গৰু নিলে চোৰে।
কেনেকৈ নো বান্ধিছিলি বাপেৰে পুতেৰে॥
বান্ধিছিলো বান্ধিছিলো গলগাঁঠি দি।
চোৰ পয়েৰে লৈ গল দাৰে বেপ দি॥
হুচৰি বাই ঐ ধন নিলে চোৰে।
কেনেকৈ নো থৈছিলি বুঢ়ী মানীয়েৰে॥
থৈছিলো থৈছিলো দুৱাৰ চুকত।
চোৰ বাপেৰে লৈ গল চুৰিয়া কোচত॥
হুচৰি বাইঐ লৰা নিলে চোৰে।
কেনেকৈ নো শুৱাইছিলি মাৰে বাপেৰে॥
শুৱাইছিলো শুৱাইছিলো জাপ কাপোৰ দি।
চোৰ পেয়েৰে লৈ গল ঠেংভলে দি॥

হুচৰি বাই ঔ জপা নিলে চোৰে।
কেনেকৈ নো থৈছিলি বুঢ়ী মানীয়েৰে॥
থৈছিলো থৈছিলো নাওৰ তলত।
চোৰ আহি লৈ গল দিন দুপৰত॥
হুচৰি বাই ঔ চোলা নিলে চোৰে।
কেনেকৈ নো থৈছিলি বাপেৰে পুতেৰে॥
থৈছিলো থৈছিলো খুটাৰ কেপত।
চোৰ আহি লৈ গল কোনোবা ছেগত॥
চা চা বোৱাৰী কি কি নিলে।
কেক নিলে মণি নিলে আক নিলে ছাই।
চাবি মুনিহা শিল নিলে দুৱাৰ চুকত পাই॥
চা চা বোৱাৰী কি কি নিলে।
চক নিলে হাড়ি নিলে আক নিলে খড়ি।
সোপাকে লৈ গল মৰাপাতৰ জৰি॥
চা চা বোৱাৰী কি কি নিলে।
দাখন সোলোকাই নালটো নিলে।
এধা পোড়া আঙ্ঠা এটাইবোৰ নিলে॥
জুইধৰ ছাই ধৰ লবালুৰী লেখো।
চোৰে নিলে হব পায় নিচেই তাকৰ দেখো॥
জুইধৰ ছাই ধৰ কুঁহী বাতি লেখোঁ।
চোৰে নিলে হব পায় নিচেই তাকৰ দেখোঁ॥
জুইধৰ ছাইধৰ মুৰৰ ছুলি লেখোঁ।
চোৰে নিলে হব পায় নিচেই তাকৰ দেখোঁ॥
ধৰ ধৰ বোৱাৰী গাকে বোৱালি।
বোৱাৰী ঐ গাকে বোৱালি॥
কেককো নিয়ালি মণিকো নিয়ালি।
ধাৰিকো নিয়ালি পাটীকো নিয়ালি
বোৱাৰী ঐ গাকে বোৱালি॥

---

( ৩ )

মাথে তেল ঘঁহিলো সেওঁতা ফালিলো
মোলান দৈ ঐ আহ যাঁও ওমলো গৈ।
দীঘল কৈ পুখুৰি খনালো বান্ধে ঐ
বন্ধালো সেন্দুৰী আলি।
দাঁতিয়ে দাঁতিয়ে ফুলনি পাতিলো
ৰাখিলোঁ কাজুৱা মালী॥
কেৰেপা কেৰেপি ছিলিঙ্গি দিয়ালোঁ
ওপৰত বগালে লতা।
চিৰিলি চিৰিলি দীঘলী বহলী
পাতত পানকটা কটা॥
চম্পা গুৱামালী আছে ফুলি ফুলি
গোন্ধতে মলয়া বলে।
নিলগৰ পৰা সৰগৰে তৰা
জানো বিমানতে জ্বলে॥
বকুল বন্দুলি আছে ফুলি ফুলি
ফুলিছে মাধৈ মালতী।
জাতি জুতি জাঁই টগৰ গোলাপ
ফুলিছে ৰাঙ্গল সেউতী॥
মোলান দৈ ঐ আহ যাওঁ ওমলো গৈ॥

---

( ৪ )

হুঁচবি খাই ঐ দলো চৰাই।
আমি যে আছিছোঁ হুঁচবি গাই॥
হুঁচবি বাঁই ঐ দলো চৰাই।
তামোল পান আনিছে ৰূপৰ শৰাই॥
ই বাড়িৰ বাঁহওঁ সি বাড়িৰ বাঁহ।
ছুই মাহ খেকা লাগি যায় চত্ত মাহ॥

লাও দিবৰ হেন্দালি ঝিকা দিবৰ জেং।
চতৰ বিহুত দেখা দিয়ে হুচৰিব ঠেং ॥
এটা বাঁহৰে তেৰটা কামি।
চতৰ বিহুতে আহিছো আমি ॥
ওপৰে বৰখুন তলে ও বোকা।
চিনা জোকে খাই মাৰে আঁঠুৰে জোখা ॥
দ পথাৰতে পড়িছে বগ।
মুৰৰ পাগুৰীয়ে খুজিছে লগ ॥
ভৱানিৰ কুচিয়া হৰে হৰাই।
জপাটো মেলিছে খৰে মৰাই ॥
পোৱালি হাতীৰে শুৰ ঐ।
পেৰাবো মেলিছে মুৰ ঐ ॥
ধন আনিবলৈ গৈছে।
বাটতে খুন্দা খাই ৰৈছে ॥
চোতালৰ আগৰে তুলসী।
গাটো আহিছে উলহি ॥
চোতালৰ আগৰে কেঞা বন।
এই ঘৰ মানুহৰ বেয়া বন ॥
ভলুকা বাঁহৰে আখি।
আমাকো নথবা ৰাখি ॥
বিজুলী বাঁহৰে গাঁজ।
আমক নেপেলাবা লাজ ॥

---

# আইৰ নাম

( ১ )

আই ভগৱতী আই, তোমাৰ মান সুন্দৰী নাই।
অম্বিকা চণ্ডীকা ভৱানী কালিকা এই ৰূপে ফুৰা বেড়াই ॥
আই ভগৱতী আই, বসন্তে বা বলাই।
তোমাৰ সেৱা পূজা আছে আগ বাঢ়ি লʼৱা চকুমেলি চাই ॥
আই ভগৱতী আই, তোমাৰ নীলাচলে ৰতি।
দুখানি চৰণত পাৰ্থনা কৰিছো ৰক্ষা কৰা ভগৱতি ॥
আই ভগৱতী আই, ৰাতিকো কৰিলা দিন।
এক হাতে লৈলা কৈলাসৰ টোকাৰী আৰ হাতে লৈলা বীণ ॥
আই ভগৱতী আই, ডুব ডুব ডম্বৰু বাই।
কাৰ্ত্তিক গণপতি নাচে ভঙ্গি ধৰি আই থাকে আনন্দ চাই ॥
আই ভগৱতী আই, আকাশে আহিলা উড়ি।
বহিবাক লাগি আসন পাৰি থৈছো শিবৰ ওপৰত তুলি ॥

( ২ )

গধূলিতে আই আহি বাটত আছে বৈ।
তুতি কৰি মাতি আনা আমাৰ ঘৰলৈ ॥
গধূলিতে আই আহে পধূলীলৈ চাই।
মহামায়া আই আহে সোণৰ বাংশী বাই ॥
চহৰ ফুৰি আই আহে হাতত কমল ফুল।
আমৰ পাতৰ চাটি মাৰি হিয়া কৰে জুৰ ॥
স্বৰ্গৰ পৰা আই আহে লগত আহে তৰা।
দুখীয়ালৈ পেলাই দিছে সুথিল ফুলৰ মলা ॥

( ৩ )

আসন পাৰি দিয়া বহক মহামায়া
থাকক হৰি কথা শুনি ।
সকলো গোপীয়ে একান্ত চিত্তেৰে,
বোলা দূৰ্গতি নাশিনী ॥
আইৰে চেনেহবে, মৈৰা চৰাই হালি
দৌলৰ চউকাষে ফুৰে ।
হস্তীৰ গমনে, আই নামি আহে
চহৰ ফুৰিবৰে মনে ॥
পিচলাৰে ঘাটে আইয়ে স্নানে কৰে,
লাহৰ কেশ টাৰি মেলি ।
ঘাউন্তি যুগীয়া আইৰে শৰণীয়া
পৰলৈ নিদিবা এৰি ॥
উজাই আহিলে, আইৰে সাতো ভনী
বালিতে পুতিলে খুটি ।
ভটিয়াই যোঁৱাগৈ আইৰে সাতো ভনী
গোপিনী কৰিছে স্তুতি ॥
উজাই আহিলে, আইৰে সাতো ভনী
চাৰি পৰবতে জুৰি ।
তিৰিণ তৰু লতা, সবেও দোৱাঁই মাথা
আই আহিবৰে শুনি ॥
উজাই আহিলে, আইৰে সাতো ভনী,
লুইতত মাৰিলে খেৱা ।
ভয় নকৰিবা, ভয়ন্তুৰ নহবা
আইয়ে কৰি যাব দায়া ॥
উজাই আহিছে, আইৰেঁ সাতে ভনী
নাৱত গুটি ফুলৰ ঝপা ।
গুটিকৈ আনিছে মুঠিকৈ বিলাইছে
নৰক কৰি গৈছে কৃপা ॥

ইনো জহে কালি জলে বোকা পানী,
কেনেকৈ আহিলা আই।
সোণৰ নাও খানি, ৰূপৰ বৈথা খানি
বৈচাই আনিলে বাই॥
পিচলাৰে ঘাটে, আয়ে পানী তোলে,
তামৰে কলসি লৈ।
ছআঁড়া বামুণে, চণ্ডী পাঠ কৰিছে
ভৱানীক আগতে থৈ॥
আই আহিৰবে হল বহু দিনে
মহাদেউ পঠাইছে খেদা।
যোৱাঁনে নোযোঁৱা আই ভগৱতী
কৈলাস হইছে সুদা॥
দুখীয়াৰ ঘৰলৈ, আহে সাতো ভনী,
দিবলৈ নাইকিয়া একো।
মূৰৰ কেশ ছিঙ্গি, পাৱ মলচিমে
দেহক পাৰি দিমে সাঁকো॥
দুখীয়াৰ পুতলা, আয়ে তুলি দিলে,
আইৰ মান ধৰমী নাই।
আইৰ নাম শীতলা, দুখীয়াৰ পুতলা,
দি যোঁৱা বুকু জুৰাই॥

( ৪ )

আসনতে বহি আয়ে নমাই দিছে ভৰি।
গোপিনীয়ে তুতি কৰে চৰণতে ধৰি॥
আসনৰে চউপাশে চম্পা নাগেশ্বৰ।
মলমলি গোন্ধাই আছে আইৰে বহাঘৰ॥
আসনৰে চউপাশে ফুলিছে টগৰ।
আসনতে বহি আয়ে তাজিছে জগৰ॥
আসনৰে চউপাশে ফুলিছে কেতেকী।
দাল ভাজি ফুল পাৰে হৰষে পাৰ্ব্বতী॥

আসনৰে চউপাশে ঘটৰ শাৰী শাৰী।
ঘট বুৰাই ৰস ঢালে শীতলা সুন্দৰী॥
আসনতে বহি আয়ে ফুলৰ ললে লেখা।
দুখীয়াৰ ঘৰত আহি আয়ে দিছে দেখা॥
আসনতে বহি আয়ে মনত ৰঙ্গে আছে।
সোণৰ খড়িকা লই নিৰ্ম্মালি বাচে॥
আসনতে বহি আয়ে চউপাশে চায়।
অসুৰৰ পাঞ্চ সেনা বিভঙ্গে পলায়॥

( ৫ )

আইৰে সাত ভনী, বড় আই বান্ধনী
ভোজন বা কিহেৰে কৰে।
মোৱা মাছ শুকনি, খৰিচা পকনি,
আই ভোজন সেয়েৰে কৰে॥
চোতালৰ আগৰে বামকল এজুপি
মৰমত নেকাটো পাত।
যেতিয়া আহিব আইৰে সাতে ভনী,
ভোগলৈ লাগিব পাত॥
আসনৰ আগতে, তামোল কাটি থৈছো,
আহোঁতে যাঁওতে খাব।
চৰুত পানী থুই, আসনত বহিব,
দাসক দায়া কৰি যাব॥
আইৰে পায়ে মচা, কপাহি গামোচা,
আইৰে কলিকটা পিড়া।
বড় আই পাচিছে সৰু আই আহিছে
ফুলবাড়ি নগৰৰ পৰা॥
আইৰে পাতত আয়ে ঢাল খেদে
সোণ পোৱালৰ মণি।
শুকুলা চোঁৱৰে ধুলাই আনিছে
আইৰে সুমলীয়া ভনী॥

(৬)

আছিছে শীতলা দেবী কেতেকীৰে পাহি।
বহিছে শীতলা দেবী মুচুকিয়া হাঁহি॥
সিপাৰতে বংশী বাজে ই পাৰলৈ ধনি।
ঢোপ খেলি আছি আছে শীতলা গোসানী॥
শীতলা শীতলা আই পদতলে লাগোঁ।
ভকত বৎসলা আই শুভ বৰ মাগো॥
আই তুমি এই নামে সন্তোষ হবা॥
কি দিয়া পূজিম আই চৰণ দুখানি।
তোমাক পূজিবৰ বস্তু নেদেখোঁ গোসানী॥
ফলদি পূজিলো হয় ভোমোৰাই চুমিলে।
দুধ দি পূজিলো হয় ডামুৰীয়ে পিলে॥
ধন দি পূজিলো হয় আপোনাতে আছে।
জল দি পূজিলো হয় বিতালিলে মাছে॥
অন্ন দি পূজিলো হয় গৰুই খছিলে।
বস্ত্র দি পূজিলো হয় মাৰ দি সিজালে॥
মন দি পূজিলো হয় মনৰ নাই থিত।
চিত দি পূজিলো হয় পাপে জৰ্জ্জৰিত॥
যেই বস্তু দিওঁ মাতৃ সেই বস্তু চুৱা।
আপোনাৰ নামে মাতৃ সন্তুষ্ট হোৱা॥
বিদায় দিয়া নিৰমালি মাথা ভৰি লও।
বিদায় দিয়া আই মাতৃ ৰবাৰবি যাঁও॥



# অসমীয়া সাহিত্যৰ চানেকি।

## মন্ত্র আৰু ভণিতা যুগ।

### পক্ষীৰাজ মন্ত্র।

শ্রীকৃষ্ণায় নমঃ।

নাভি পদ্মো হন্তে ব্রহ্মা উপজিলা।
যৈসানি ব্রহ্মাদেৱে গৰ্জ্জন কৰিলা ॥
স্মষ্টিৰ মধ্যত এক পক্ষি উপজিলা।
দেখিয়া তাহাৰ পক্ষিৰাজ নাম থৈলা ॥
পক্ষিৰাজ মন্ত্র পঢ়ে ডাতি।
সাতখান দেৱৰ মায়া পেলাইলেক কাতি ॥
ৰাওদি পক্ষি স্বৰ্গক গৈলা।
সাতখান স্বৰ্গ মধ্যত পৰিলা ॥
যেবে পক্ষি ৰাজ ইন্দ্রক পাইলা।
খাত সহিতে বান্ধিবাক লৈলা ॥
অনাদি সহিতে হবোৰ ঠাই।
তাক পক্ষি ৰাজে পেলাইলা খাই ॥
শুনি পক্ষি ৰাজে দেৱজাক।
দেখি পক্ষি ৰাজে দিলা ডাক ॥
তাক ধৰি আসিলা ধাই।
তাক পক্ষি ৰাজে পেলাইলা খাই ॥
স্বৰ্গত আছে দেৱ সমাজ।
দেখি পক্ষি ৰাজে পসিলা মাজ ॥
স্বৰ্গৰ দেৱতা ভৈলা নিপাত।
চন্দ্র সূৰ্য্যক দেখিলা তাত ॥

দেখিলা চন্দ্র ৰহি আছে ।
তাক পক্ষি ৰাজে বান্ধিলা পাচে ॥
সূৰ্য্যক বান্ধিবে গইলা ধাই ।
চাৰি ও যোৰাক পেলাইলা খাই ॥
ৰথত বহিবা জেবে নপাৰি ।
চন্দ্র সূৰ্য্য ভৈলা এক সাৰি ॥
চন্দ্রক সূৰ্য্যক বান্ধিয়া থৈলা ।
তেবে পক্ষি ৰাজ কৈলাস গৈলা ॥
দেখি পক্ষি ৰাজে মহেশ্বৰ বিচুৰ্ত্তি ভৈলা ।
কৈলাস সহিতে বান্ধিবে লৈলা ॥
পাৰ্ব্বতী আছে তাহান ঠাই ।
তাঙ্ক পক্ষি ৰাজে পেলাইলা খাই ॥
ৰান্ধ পাই মহেশ্বৰ মাতিলা কিসৰ কাৰণ ।
বাপ পক্ষি ৰাজে বুলে সুনা মহেশ্বৰ ।
কোন কোন দেৱ আনি আছে আমাৰ ওচৰ ॥
পাচে মহেশ্বৰোক কোপ কৰি চাইলা ॥
কৌটি এক দেৱতা মাতিয়া পঠাইলা ।
তাক সুনি কুবিৰ আসিলা ধাই ॥
তাক পক্ষি ৰাজে পেলাইলা খাই ।
পাৰ্ব্বতী বুলে সুনা পক্ষি ৰাজ ॥
এতিক্ষণে পাইলা দেৱোৰ সমাজ ।
সুনি পক্ষি ৰাজে ৰঙ্গ উপজিলা ॥
মাথাৰ উপৰত নিয়া কাচিলা ।
আকতা বিকতা গলাই গতা আছে ॥
তাক পক্ষি ৰাজে বান্ধিলা পাচে ।
যেবে পক্ষি ৰাজোৰ ৰান্ধোৰ চোত পাই ॥
অসংখ্যাত গলাইক বান্ধিলা জাই ।
জটীয়া গলাই বান্ধো মটীয়া গলাই বান্ধো ॥
যত্তেক গলাই আছে মানে চুৰ পাচে পক্ষি ৰাজে যমপুৰে গৈলা ।
যম ৰাজা আছে পাতি সমাজ ॥

যমে বোলে স্থনা পখি ৰাই ।
কিসক আসিলা আমাৰ ঠাই ॥
যি কাৰ্য্যে আসিলা সি কাৰ্য্য কও ।
তোমাৰ দুতক বান্ধিয়া থও ॥
যেবে পখি ৰাজ আগে ঠিয় ভৈলা ।
যমৰ দুতোক বান্ধিয়া পেলাইলা ॥
যমে বোলে মই কি কাৰ্য্য কৰো ।
তোমাৰ বান্ধত সমুলি মৰো ॥
বান্ধো হাত বান্ধো বাত ।
বান্ধিলো যমৰ দুতক কৰিলো বন্দি ॥
ন পাইলা যমে পলাইবাৰ সন্ধি ।
বান্ধো মঠৰ দুৱাৰ বান্ধো কৈলাসক বান্ধো ॥
একে সৰি কৰি যেবে পখি কৈলাসক বান্ধিলা ।
সাগাৰ মধ্যত তেখনে পৰিলা ॥
সাগৰে বুলে স্থনা পখি ৰাই ।
কি কাৰ্য্যে আসিলা আমাৰ ঠাই ॥
স্থনি পখি ৰাজে উঠিলা দাতি ।
যমোৰ মায়াক থৈলাহা বান্ধি ॥
স্থনিয়া সাগৰে খলক লাগিলা ।
যমোৰ মায়াক বান্ধিয়া পেলাইলা ॥
বান্ধিলা সাগৰে নেদিলা উত্তৰ ।
তেখনে গৈলা কালিকাৰ ঘৰ ॥
কালিকায়ে আছে দুই শাখা পিন্ধি ।
তেখনে কালিকাই পেলাইলেক বান্ধি ॥
বান্ধ পাই কালিকাই আচম্ভ চাই ।
কিসক বান্ধিলা আমাক পাই ॥
স্থনিয়া পক্ষিৰ ক্ৰোধিত মন ।
বসিবা তেখনে দিলা আসন ॥
দুই গোট চক্ষু জলে অগনি সমান ।
থোঠ্ গোট জলে যেন হিঙ্গুল প্ৰমান ॥

দুইখান পাখি আকাশে সম্বল।
বজ্ৰনখৰ ঘায়ে বোসুমতী ফালে॥
কালি বোলে সুনা পখিৰাজ।
মোক কেনে কৰা এত মানে লাজ॥
যত দেৱ আছে মোহোৰ লগত।
বান্ধি আনি দিও তোমাৰ হাতোত॥
সুনি পখিৰাজে মহা ক্ৰোধ ভৈলা।
তেখনে দেৱ সবোকো বান্ধিলা॥
কালি দেবোক খেদিয়া গৈলা।
কালিকাৰ মায়া মানে সবাকো বান্ধিলা॥
ব্ৰহ্ম নখোৰ ঘায়ে বোসুমতী কম্পিলা।
কাম্পে বোসুমতী তাহাত মুচিলা॥
বোসুমতী বোলে সুনা পখিৰাজ।
কিসক আসিলা আমাৰ সমাজ॥
পখিৰাজে বোলে সুনা বোসুমতী আই।
আসিয়াছো মই তোমাৰ ঠাই॥
যত দেৱ আছে তোমাৰ কাসে।
বান্ধি আনি দিবা আমাৰ কাসত॥
সুনি বোসুমতী কম্পমান ভৈলা।
একশ গোলাইক বান্ধি আনি দিলা॥
আনিবাক দেখি মনে ৰঙ্গ ভৈলা।
তেখনে গলাইক চপাই বান্ধিলা॥
বোসুমতী বোলে বান্ধিয়া থৈলা।
বোলে বোসুমতী তোমাৰ গুণ গাওঁ॥
থিই ভঙ্গ গলাই আছে তোমাৰ কুল দেওঁ।
দেখিলা ব্ৰহ্মা মহেশ্বৰে ডৰে॥
নাম তাৰ জটীয়া মুণ্ডে আছে জটা।
পেত তাৰ ভৰা পেত চক্ষু কটাৰতা॥
আকত্ত গোলাইক বান্ধো।
দন্তুআ গোলাইক বান্ধো॥

আৰা গোলাইক বান্ধো।
খৰা গোলাইক বান্ধো॥
জজ্বা গোলাইক বান্ধো।
মাটিয়া গোলাইক বান্ধো॥
বেজা গোলাইক বান্ধো।
কোজা গোলাইক বান্ধো॥
সুকিলা গোলাইক বান্ধো।
ডাকু গোলাইক বান্ধো॥
ববৰা গোলাইক বান্ধো।
অভলা গোলাইক বান্ধো॥
কালা গোলাইক বান্ধো।
মমৰ গোলাইক বান্ধো॥
গাওঁৰা গোলাইক বান্ধো।
জপৰা গোলাইক বান্ধো॥
শেল গোলাইক বান্ধো।
অখলা গোলাইক বান্ধো॥
কলিয়া গোলাইক বান্ধো।
পিপৰা গোলাইক বান্ধো॥
হেজা গোলাইক বান্ধো।
ধনন্ধ বিৰোক বান্ধো॥
মায়ান্ধ বিৰোক বান্ধো।
অধিবান্ধ বিৰোক বান্ধো॥
চণ্ডন্ধ বিৰোক বান্ধো।
অজিবান্ধ বিৰোক বান্ধো॥
বানন্ধ বিৰোক বান্ধো।
চৰ্ব্বিসন্ধ বিৰোক বান্ধো॥
একে সবি কবি তাক পথিবাজে বান্ধিলা চপাই

---

সৰস্বতি দেবি স্মৰি মোৰ কণ্ঠাগন্ত।
বৈকণ্ঠ ভুবনে বসি আছে নাৰায়নে॥
হাতত প্ৰকাস কৰে চক্ৰ সুদৰ্শন।
জগতৰ সাক্ষি প্ৰভু তুমি চক্ৰধাৰি॥
মনত গুনিলা প্ৰভু হেঠ মাথা কৰি।
মনুষ্যক মাৰি ৰেৰে দেৱে কৰে ঠাই॥
নৰ মনুষ্যক প্ৰভু ৰক্ষা কৰা জাই॥
গসাই বলে চক্ৰ মনুষ্যক জায়া।
দত্য দানৱক কাটিয়া পেলায়া॥
গোসাইৰ হুঙ্কাৰে চক্ৰ গৈলা ধাই।
তৃদশ দেৱে ভাঙ্গিয়া পলাই॥
প্ৰিথিবি লৰিলা মেৰু গিৰি টলিলেক।
সাগৰ টলিলা মন্দাৰ লৰিলা॥
কম্পিলা স্বৰ্গ মণ্ডল॥
বৈকুণ্ঠৰ পৰা প্ৰভু কৰিলা হুঙ্কাৰ।
চল চল চল চক্ৰ গগন সঞ্চাৰ॥
গোসাইৰ হুঙ্কাৰে চক্ৰ প্ৰচণ্ড।
স্বৰ্গে চলি গৈলা কম্পে স্বৰ্গখণ্ড॥
যত দেৱগনক চক্ৰে লাগ পাইলা।
খণ্ড খণ্ড কৰি কাটিয়া ফেলাইলা॥
কুজ্ঞান কুমন্ত্ৰ খেদি লাগ পাইলা।
তৈৰ পৰা চক্ৰ পাতালক গৈলা॥
দেখি নাগগন পলাইবাক লৈলা॥
সুদৰ্শন চক্ৰ মহা কোপ কৰি।
নাগ নাগিনীক কাটিলা ধৰি॥
তৈৰ পৰা চক্ৰ সাগৰক গৈলা।
জলৰ জন্তুক কাটিয়া কেলাইলা॥
তবে বিষ্ণু চক্ৰ পৰ্ব্বতক গৈলা।
সমস্ত দেৱক কাটিয়া কেলাইলা॥

তবে বিষ্ণু চক্র পুব দিশে গৈলা ।
পুবৰ দেৱক কাটিয়া ফেলাইলা ॥
তবে বিষ্ণু চক্র পাত যমপুৰে গৈলা ।
যমৰ দুতক কাটিয়া ফেলাইলা ॥
তবে বিষ্ণুচক্র গৈলা বৰুনৰ ঠাই ।
কাটিয়া বৰুন বান কৰিলা খণ্ড খণ্ড ॥
উত্তৰে কুবিৰৰ ঠাঁইক চলিলা ।
বান বিৰ ব্যাধি কাটিয়া ফেলাইলা ॥
তবে চক্র খণ্ড ব্ৰহ্মালোকে গৈলা ।
মহাত্ৰাসে ব্ৰহ্মা আসি পৰিলা ॥
চক্রৰ আগত ব্ৰহ্মা দন্দবতে পৰি ।
কৰিলা অনেক স্তুতি ভকতি ॥
তুমি নাৰায়ণ তুমি বিষ্ণু মুৰ্ত্তি ।
দৈত্য নিপাতক তুমি নিৰঞ্জন ॥
কি কাৰ্য্যে আসিলা আমাৰ ঠাই ।
চক্রে বুলে মোক পাঠিলা হৰি ॥
দেৱতাৰ কুজ্ঞান কুমন্ত্র দিয়া বাজ কোৰি ।
শুনি ব্ৰহ্মা পাচে বৰ ভয় ভৈলা ॥
স্বৰ্গৰ দেৱৰ কুমন্ত্ৰক হুঙ্কাৰিলা ।
চক্রৰ আগত দিলা আনি ধৰি ॥
কাটিলা চক্রে খণ্ড খণ্ড কৰি ।
তবে বিষ্ণু চক্র কৈলাসক গৈলা ॥
শুনি মহেশ্বৰে বৰ ভয় ভৈলা ।
আঠে ব্যেঠে কৰি আসিলা লৰি ॥
মহেসৰ সঙ্গে আসিলা গৌৰি ।
বিষ্ণুৰ চক্রক কৰিলা সেৱা ॥
কৃতাঞ্জলি কৰি মাতে মহাদেৱ ।
দানৱ নাসক তুমি দেৱ নাৰায়ণ ॥
কি কাৰ্য্যে আসিলা আমাৰ ঠাম ।
চক্রে বোলে শুনা তুমি শুলপাণী ।

যত দেৱ আছে সিন্ত্রে দিও আনি।
শুনি শুলপানী বৰ ভয় ভৈলা ॥
যত দেৱ আছে বিচাৰিবে লৈলা।
সবাকে আনিলা হুঙ্কাৰি ॥
বিষ্ণুৰ চক্ৰক দিলা আগকৰি।
তাক বিষ্ণু চক্ৰে কাটিলা খণ্ড খণ্ড কৰি ॥
তেবে বিষ্ণু চক্ৰ অগ্নি কোনে গৈলা।
যত দেৱ পায় কাটিয়া ফেলাইলা ॥
তৈব পৰা চক্ৰ ঐসানক গৈলা।
ঐসানৰ দেৱ ৰোগ কাটিয়া ফেলাইলা ॥
তেবে বিষ্ণু চক্ৰ যম কোনে গৈলা।
যত দেৱ কুজ্ঞান কুমন্ত্ৰ কাটিয়া ফেলাইলা ॥
তবে চক্ৰ গৈলা নৈৰিত কোনক।
কাটিয়া ফেলাইলা সমস্ত দেৱক ॥
মহাতেজে চক্ৰ দেৱস্ত গেৰি।
ত্ৰিদশ দেৱতা পলাইলা লৰি ॥
চন্দ্ৰ সূৰ্য্য দুইৰো তেজ ভৈলা খিন।
পাই মায়া ব্যাধি কুজ্ঞান কুমন্ত্ৰ প্ৰিথিৱি বিচাৰি।
পলাই দেৱগন নাহি স্থিতি স্থান।
বিষ্ণু চক্ৰে খেদি খেদি নেয় প্ৰান ॥
ত্ৰিদশ দেৱে নাপাই ঠাই।
কানি কান্থা বান্ধি ভিক্ষা মাগি খাই ॥
ত্ৰিদশ দেৱৰ চিন্তা জৰ ভৈলা।
স্বৰ্গতপ লোক কম্পিবাক লৈলা ॥
তবে চক্ৰ পাত কৰিলা গমন।
থৰথৰি কম্পে চৈধ্যত্ৰ ভুৱন ॥
কম্পিলা মন্দৰ কম্পে হেমগিৰি।
ব্ৰহ্মা মহেশ্বৰ কম্পে হেমগিৰি ॥
থৰথুৰি কম্পে চন্দ্ৰৰ মণ্ডল।
প্ৰিথিৱিক মিলি মিলিলা পাতাল ॥

সবে নষ্ট কৰিলা কাটি কুজ্ঞান কুবাদ্ধ ।
বৈকুণ্ঠে যাইবে কৰিলা পয়ান ॥
সেহি বেলা কৃষ্ণে বোলে বাক্য সিত্র কৰি ।
আহা মোৰ হাতক শুনি চক্রে পাচে নাধাকিলা ৰৈ ।
বিষ্ণুৰ পাসক সিত্রে পাইলা গৈ ॥
নিৰঞ্জন হৰি হাতে চক্র ধৰি ।
প্রিথিবিক লাগি আসিলা দেৱহৰি ॥
প্রিথিবিক লাগি আসিলা নাৰায়ন ।
নৰকাসুৰক বধিবাক মন ॥
শুনিলা নৰক আসিলা হৰি ।
উঠিয়া ধাইলা গজ কন্ধে চৰি ॥
গোকৰক লাগি প্রহাৰিলা সুল ।
চক্রে কাটি হৰি কৰিলা নির্ম্মূল ॥
দেখি নাৰায়নে হাতে চক্র ধৰি ।
প্রহাৰ কৰিলা হৰি হুঙ্কাৰ কোৰি ॥
বিষ্ণু চক্রে খেদি জাই কুজ্ঞান কুমন্ত্র কাটি ফেলাই ॥
সুদৰ্শন চক্রে খেদি লাগ পাইলা ।
নৰকৰ সিৰ কাটিয়া ফেলাইলা ॥
গজ কন্ধে হস্তে পৰিলা ঢলি ।
কম্পিলা মহি খণ্ড খণ্ড কোৰি ॥
অসুৰৰ বধ সুনি জত বিৰ ।
আসিলেক খেদি ঝঙ্কাৰি সিৰ ॥
হাতে সুল ধৰি আসিলা ধাই ।
সবাক কাটিলা চক্রে লাগ পাই ॥
আৰু অৱসেষ জত বিৰ আছে ।
সন্নাকো বিষ্ণুচক্রে কাটিলা পাছে ॥
কুজ্ঞান কুমন্ত্র কাটিয়া ফেলাইলা ।
তেঁৱে চক্রপাট নিজ থানে গৈলা ॥
চক্রৰ জন্ম সমাপত্তি ভৈলা ।
হুং হুংঙ্কাৰ সুদৰ্শন চক্রৰ হুংঙ্কাৰ ॥

বিসবান্ ব্যেধি হাড়া মজকড়া ।
সমস্তে মন্ত্ৰ তন্ত্ৰ কাটি কৰু চুন্দামাৰ ॥
হুং হুংকাৰ ওঁ খং খাং স্বাহা ।
স্বাহা হুস্কাৰি সুদৰ্শন চক্ৰে কাটি সিলা আৰি ॥
হৰ চক্ৰ হৰ হৰ হৰ ।
সুদৰ্শন নামে চক্ৰ ভূজগন্তে ভয় চিত্ত ।
জাক জপনে কাটে বান বিষ অস্ত্ৰ ॥
পুনৰ্ব্বাৰ চক্ৰপাট প্ৰহৰন কৰি ।
যক্ষ পিসাচ কুবিৰ গলাইৰ মায়া কাটো ॥
পুনুৰ্ব্বাৰ চক্ৰপাত প্ৰহাৰ কৰো ।
হৰি চন্দ্ৰক মুক্ত কৰি দস খেত্ৰৰ মায়াক কাটো ॥
পুনুৰ্ব্বাৰ চক্ৰপাট প্ৰহাৰ কৰি ।
গোবক্ষক মুক্ত কৰি ॥
যাবত জক্ষৰ মায়া কাটো ।
পুনুৰ্ব্বাৰ চক্ৰ প্ৰহাৰ কৰু ॥
ধন কুবিৰক মুক্ত কৰি ।
অঠৰ কুবিৰৰ মায়া কাটো ॥
ধন কুবিৰক মুক্ত কৰি পুনুৰ্ব্বাৰ চক্ৰ প্ৰহাৰ কৰো ।
অঠৰ গলাইৰ মায়া কাটো ॥
পুনুৰ্ব্বাৰ চক্ৰ প্ৰহাৰ কৰো ।
জগধজ দুই দৈত্যক আদি কৰি ॥
চৌৰাসি দৈত্যৰ মায়া কাটো ।
হুস্কাৰি চক্ৰ কৰিলো প্ৰহাৰ ।
সাতো জাতি চামানৰ মায়া কাটি কৰিলু প্ৰহাৰ ॥
হুস্কাৰি চক্ৰ কৰিলো প্ৰহাৰ ।
ভেৰটা বাকৰ মায়া কাটি কৰিলো পানিধাৰ ॥
হুস্কাৰি চক্ৰ প্ৰহাৰ কৰো ।
কালোৰ অতি কালোৰ মায়া নিবাৰণ কৰো ॥
হুং হুংকাৰ চক্ৰ প্ৰহাৰ কৰো ।
বৰো কলিয়া সৰু কলিয়াৰ মায়া কাটো ॥

হুং হুংকাৰ চক্ৰ প্ৰহাৰ কৰো।
বৰ হাজাঙ্গক সক হাজাঙ্গক।
মুক্ত কৰি উৰ্দ্ধ কোটি দেৱৰ মায়া কাটো॥
হুং হুঙ্কাৰ চক্ৰ প্ৰহাৰ কৰো।
বৰ পানি পুনিয়াক সক পানি পুনিয়াক।
ভেবোলাথ দেৱ পাৰ্ব্বতিয়াৰ মায়া কাটো॥
হুং হুংকাৰ চক্ৰ প্ৰহাৰ কৰো।
বৰহাকনা জঙ্ক আউঠ্ কুটি॥
অৰণ্যৰ দেৱৰ মায়া কাটো।
হুং হুংকাৰ মহা চক্ৰৰ তোমাৰ হুংকাৰ॥
ডাকিনি জুগিনি ভুত ডাহিনি।
ভুত নিদানৰ পিচাস॥
জখিনি বিষানি কৈইবৰি দৈত্যানি আলক্ষনি বিলোক্ষনি।
সাসান সালি অস্ত কবালিক।
আদি কৰি সমস্ত দেৱক মায়া কাটো॥
হুং হুংকাৰ সুদৰ্শন চক্ৰ তুমাৰ হুঙ্কাৰ॥

---

## বৃক্ষ আৰোপণ।

শুক্লত ভ্ৰমণ শুক্লত থান, যোগ মন্ত্ৰে কৰে বৃক্ষ আৰোপণ, আয়ত মেচাৰি বাফা আয়ত আয় মেচাৰি, কাকলে ধুমা আয়, বিমুখিয়া আয়, সড়াউ আয়, বিড়ায়ো আয়, চকলে আয়, গমনে আয়, বিষ্টা সিঙ্কা পগুয়া আয়, অভায় আয়, গকুলা আয়, হৰি চন্দ্ৰ আয়, যেমন ভং কিত আয়, বিং বিং বিং বিং ফটু ফটু লং লং যেমনে সাধ্য তেমনে আয়, যেমনে শিব তেমনে আয়, আকাশে সঞ্চাৰ পৃথিবী পায়। সম্বৰে চলিয়ো আমুকিৰ গায়, ভস্ম লংবয় মন্দ মন্দ আমুকৰি গায়, আমুকৰি বিচাট মন্দং, বং লং হ্ৰং ৰং জং পং হং হুং তং খ্ৰিং স্তং ষ্ঠং অমুকস্থং [illegible]ং স্বাহা।

## গৃহকম্পন মন্ত্ৰ।

হস্তী বন গৃহ চাল কম্পে গগন মণ্ডল। কতো আকাশত ভ্ৰমে কতো বন পৰ্ব্বতত, যেনেকে ভ্ৰমৰি ফুৰে তিনিয়ো লোকত। ভূত ভবিষ্যত দেৱতাৰ আগে কয়। চণ্ডকুমাৰ লাগি বেতাল চণ্ডীৰ তনয় দ্বাদশ বৎসৰ তপ কৰিলি বিস্তৰ। তুষ্ট হুয়া মহাদেৱে দিলা ইষ্ট বৰ। নাট হস্তে জন্মিলি কৈলাস সিখৰে সত্যে সত্যে দেবীৰ অধিকাৰ। সত্যে সত্যে নথাকিবি দুৰাচাৰ।

চৌমোখাবাট। তাতে দেবী পাতিলা নাট। নাচন্তে নাচন্তে উঠিল ধুলি, দেবী লৈলা বাম হাতে কোচে তুলি। সেহি ধুলিত কাল ধুমা উতপতি বুলি। হাতত অগনি ডিঙ্গিত ৰুদ্ৰাক্ষ কান্ধত ঝুলি। তাহাৰ কনিষ্ট বিস্মথিয়া ভাই। পৰৰ স্ত্ৰীক ধৰিবি জাই। কিছু ধুলি দেবীৰ বস্ত্ৰত বৈলা, সড়াউ বিড়াউ দুয়ো জন্মিলা। পৰৰ স্ত্ৰীক সদায়ে হৰি। বস্ত্ৰ অলঙ্কাৰ নিয়ে চুৰি কৰি। ৰজত পিতল আৰু তাম কাস। খল খলি দেবী তুলিলা হাস। যেবে শুনিবি মায়েৰ দোহাই, হৰণ বস্ত্ৰক পেলাই দিবি তই। বস্ত্ৰৰ ধুলি মলয়া চাৰি পেলালা। বিষ্টা সিঙ্গা পগুয়া অভায় গকুলা জন্মিলা। শুন হৰি চন্দ্ৰ ভাই যাকে তাকে অপুত্ৰ কৰিবি তই। উপজিলা সবে নাটৰ থান। মোহোৰ বচনে চাৰিবি দুৰ্জ্জন।

## তাম্বুল ঝাৰা।

চিলি মিলি সাগৰে মেঘে আন্দোল সাগৰে কৰে বালি। কল ধৰি ডাক পাৰে দেবী গোসানী। ভুতুনী প্ৰেতনী পিসাচিনী বিড়ালি কিল কিল ধ্বনি আই বিড়াক বন্দি কৰেঁা দেবীৰ আজ্ঞাক মানি। ওং দেবীৰ সপত। দেবী ভবানীৰ সপত।

## পুষ্প ঝাৰা মন্ত্ৰ।

ডাহিন হাতে মালতী বাম হাতে পুষ্পচয়। আচোক মনুষ্য দেৱতা কাম্পয়। কম্পে অস্তগিৰি কৰে টলবল। পাতালৰ পৰা আসি নিকালিল জল। লং ইতি পুষ্প ঝাৰণং।

## কদলী পত্ৰ ঝাৰা মন্ত্ৰ।

চিৰল পত্ৰ বিৰল হস্ত, দুৰ্গাৰ তপে ঝাৰিলোঁ পত্ৰ। শুকিলা চামৰে মাৰিলো ঝাটি। আমুকীৰ গাৰৰ মায়া পেলালো কাটি। জং ইতি স্বাহা।

## চিৰুনি ঝাৰা মন্ত্ৰ।

এক দিনা ব্ৰহ্মা কামধেনু দুহিবাক গৈলা। ত্ৰিদশ দেৱতাগণ সেহি থানে গৈলা। ব্ৰহ্মাদেৱে ঝাৰিলা জেঙ। ত্ৰিদশ দেৱতা ক্ষেত্ৰ বিড়াৰ লাগিল চক। বং ইতি ব্ৰহ্মাৰ শাপ ঔ। কং ইতি দুৰ্গাৰ ভৰপ জং ইতি জটা ছিন্ন। ফং ইতি গাঠি। জং ইতি কৈলা। ভং ইতি ভবানীৰ শপত। বং ইতি ক্ষেত্ৰে বন্দি। কং বং কভেং ফিং। ডিং ইতি মন্ত্ৰস্ত ক্ষেত্ৰ পালায় নমঃ।

## সূত্ৰ ঝাৰা।

ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ তিনিজন হৈবা সাখি। মই আমুকীৰ গা ঝাৰো ইথানত বান্ধি মহামাই দেৱী কাটি দিলা সুত। মই আমুকীৰ আঠ ক্ষেত্ৰবিড়াউ ছিৰাউ বন্ধি কৰো দেৱীৰ পুত। আকাশত দেৱতাক বান্ধিলোঁ ভীম জৰি। পাতালত নাগিনী বান্ধিলোঁ খৰ কৰি। আমুকীৰ গায় বান্ধিলো অনেক যতনে। দেৱীৰ চৰণ চিন্তি মোহো এক মনে। এহি গাঠিৰ উপৰে যি কৰিব ঘায়। খাণ্ডা ধৰি কাটিব, তাক কালিকা চণ্ডী মায়।

## সৰিসা ঝাৰা মন্ত্ৰ।

এক দিনা কাৰ্ত্তি গণপতিৰ জন্ম ভৈলা। জন্ম হৈয়া বন্দ ৰূপক দেখিলা। ৰূপ দেখি ব্যামোহিত ভৈলা মন। দুইকো যাই লংঘিলা ভেতিক্ষণ। সৰিসা মুঠি সৰিসা মুঠি দেৱী আনি দিলা সৰিসা বাটি। সেহি সৰিসাৰ জাৰিলা ভেল। ক্ষেত্ৰ বিড়াৰ ভাঙ্গিলা মেল। শুন সৰিসা তোৰ কহো জন্ম জাতি। মলয়া গিৰি পৰ্ব্বতত ভৈলা উতপতি। সোনাৰ লাঙ্গল ৰূপাৰ ফাল। কৈলাসৰ গোসাই জুৰিলা হাল। হাল বাহন্তে উঠিল মাটি। গজিল সৰিসা মেদিনী ফাটি। চল সাৰিসা চল। দেৱীকাৰ বৰ। যি ঠাই আছে ক্ষেত্ৰ বিড়া তাহাক খেদি ধৰ। তাহাক জাৰি আনক জাস। গঙ্গাতীৰে বৰ্ত্তিস কপিলা বধ। পাঁচ পাণ্ডৱৰ শৰত পৰস। মহাদেৱৰ জটা চিহ্ন হনুমন্তৰ লাঙ্গুত ধৰস। সীতা আইক ঘৰ কৰস। দেৱ ঋষিগণ ব্ৰহ্মা ঋষিগণৰ সপত। এহি বাক্য লাৰেস দেৱী মায়ক ঘৰ কৰস।

## দিশ বন্দি মন্ত্ৰ।

অহো ষাত্ৰি প্ৰমানে পুতিলোঁ চাট। পুবে বন্দি পশ্চিমে বন্দি উত্তৰে বন্দি দক্ষিণে বন্দি। আন মন্ত্ৰে তাৰ নপাবেক সন্ধি। আমুকীৰ গায় বন্দি কৰ

বন্দি দুৱাৰ বন্দি কৰি থওঁ। চুলত ধৰিয়া সেৱা কৰাওঁ। আমুকিৰ জপৰা বিড়া। উঠা বিড়া ডালুয়া বিড়া। নামতো বিড়া থামাচা বিড়া। দগন্ধা বিড়া। টুপনিয়া বিড়া। ওং নাভি কুণ্ডলী দেবী ভবানীৰ সপত। মোৰ বচন মুছি দুৰ্গা দেবীৰ ডাক। মেলিলা আঠ বিড়া অন্তৰী থাক।

দক্ষিণত বন্দি কৰো যমনাম। পশ্চিমত বন্দি কৰেঁা বৰুণ অনুপাম। উত্তৰত বন্দি কৰো কৈলাস সমে হৰ। পুবে বন্দি কৰো ভানু ভাস্কৰ। উত্তৰত বন্দি কৰো ভবানী পাৰ্ব্বতী। পতালত বন্দি কৰো মাৱ বসুমতী। অৱাত্বি প্ৰমানে পাতিলোঁ চাট। দেবী দিছে তোক নিৰ্ভয় বাট। চল বেটা চল মেৰু গিৰি পৰ্ব্বতে চল। ছিলে দলে চল গ্ৰাম নগৰে চল। যৈকে ইচ্ছা তৈকে চল। অৰত্বি প্ৰমানে পুতিলোঁ চাট। ব্ৰহ্মাৰ নাগ পাশে বান্ধিলোঁ বাট। দেবীৰ আঞ্চোল মহাদেবৰ জট। এহি ঔষধে মাৰিলো চাটি। অন্ধকাৰ কৰিলোঁ তোৰ দিন কি ৰাতি। দুৰ্গাৰ শপত ব্ৰহ্মাৰ নাগ পাশ মহাদেবৰ জট দেবীৰ তলপ।

## ধনুবাটলি মন্ত্ৰ।

উচ্চ ঘৰ ওৰ মাটি দেবী আনিলা কাটি। খচি গুলি দিলা হাতত। বাটলি হৈ গেল দেবীৰ পাকত। শুন বেটা শুন। ব্ৰহ্মা দেবীৰ গুণ। মাৰ বাটলি যাহা চলে আঠ বিড়াৰ যাই মাথাত পৰে। ব্ৰহ্মা দিলা ধনু খানি ৰুদ্ৰে দিলা গুণ বান। আঠ বিড়াৰ দলি মায়া শব্দ কৰিলোঁ নিৰ্জ্জান।

## গড় মন্ত্ৰ।

কাল কিল কৈল মেচাৰ বাণী। কৈত আছে কোন দেৱতা লীলায়ে নজানি। মই কৰো গুণ তোক লাগি। তই থাক মোক লাগি। মই কৰেঁা গুণ দেবীৰ আজ্ঞায় গুণ। তই দক্ষিণ কৰ্ণ পাতি শুন। জয় জয় নৰসিংহ গগণ সমতা। মই কৰো গুণ দেউ বিড়া পলাই চতুৰ্ভিতা। গৃহ খনৰ উপৰে উঠি, চাৰি কোনে চাৰিটি মাৰিলোঁ খুটি। এহি খুটিৰ ভিতৰ পশ যেবে, হনুমন্তৰ লাঞ্জত ধৰস তেবে। সীতা মাৱক ঘৰ কৰস তেবে। বাপ হনুমন্ত কৰো হাত যোৰ। লঙ্কাৰ বিভীষণৰ হুঙ্কাৰ। লাঙ্গুলে বান্ধিলোঁ সাতখানি গড়। হনুমন্তৰ লাঞ্জে কৰিলোঁ সম। দুৰ্গা আচোক দেৱতা নলজ্ঞে যম।. এহি বাক্য লবে দেবী মাৱক ঘৰ কৰে। মহাদেবী দুৰ্গাদেবী পাত্তি আছে খেড়ি। সত্যৰ দোহাই লাৰস বদি তাত্তে পৰি মৰি।

## বিড়া বন্ধ মন্ত্র।

বাপ আদিয়া মায় অদিতি। মন্ত্রে বিড়া বান্ধো নাহিকে সন্ধি। মহাদেৱৰ গণ অধিভিৰ পো। মন্ত্রে বন্দি কৰোক সুযাইবি পো। মহাদেৱৰ আজ্ঞা দুর্গাৰ বৰ। বান্ধিলো বিড়া পশি থাক ঘৰ। মোহোৰ হুস্কাৰ মহাদেৱৰ বৰ। উত্তৰে বান্ধো কুবেৰৰ গড়। আকাশে বান্ধো দেৱতাগণ পাতালে বান্ধো ধনপতিগণ। জলে বন্দি কৰো জল কোৱঁাৰ সঙ্গে বন্দি কৰো চুচিয়া গণ। শুনিকী মেনিকী দুই বহিনী পুত্র বন্দি কৈলা মনুষ্য গণে। নৰসিংহৰ হুস্কাৰ মহাদেৱৰ বৰ। বান্ধিলোঁ বিড়া পশি থাক ঘৰ। তোৰ উপদ্রব সহিব নপাৰি বন্দি কৰিলোঁ বাপৰ আজ্ঞা পালি। নাগপাশে হনুমন্ত কেন ভৈলা বন্দি। হাড়িৰ মুখে সমা বেটা নাহি সন্দি। নৰ সিংহৰ হুস্কাৰ বান্ধিলোঁ সপ্ত দুৱাৰ।

## কৰতি মন্ত্র।

অনন্ত শয্যাত সুতিয়া আচন্ত চাৰি বেদ বাজ ভৈলা নিশ্বাসত হন্তে। ওস্কাৰ শবদে অথর্ব্ব বেদ ভৈলা। অথর্ব্ব আছে কৰতি কহে। কৰতিৰ হন্তে জগত ৰহে। কৰতি মধ্য বেদ কৰতি বেদ কৰতি ওঙকাৰ শবদে কৰতি ব্রহ্ম কৰতি। মাৰে চৰিটা কৰতি কাটি কৰে পানি ধাৰ। ওঙকাৰ শবদে গোসাই জপিবাক লৈলা। ওঙকাৰ শবদে আছে যম যিতো বেদ কৰতি নাম থৈলা। ওস্কাৰ শবদে গোসাই চাৰিলেক ডাক। ওস্কাৰ শনদে চাৰি বেদ বাঝ। ওস্কাৰ শবদে ব্রহ্মাকে স্মৰিলা। চাৰিখান বেদ ব্রহ্মাৰ আগত পৰিলা। ওস্কাৰ শবদে ব্রহ্মা দিলা ডাক। অপোনাৰ বিত্তা এৰি বাপৰ বিত্তা কাট। আপনাৰ বিত্তা এৰি পৰ বিত্তা ধৰি। শৰ পেলালো কাটি। বায়ু শৰ কাটো। বায়ু বান কাটো। ইন্দ্র বান কাটো। চন্দ্র বান কাটো সূর্য্য বান কাটো। চন্দ্র শৰ কৰো খণ্ড খণ্ড। মহেশ্বৰৰ আজ্ঞা কুমন্ত্র কাটি কৰো ৰণ্ড ভণ্ড। কুরু মহেশ্বৰৰ শৰ কাটো। বায়ু শৰ কাটো। বহ্নি শৰ কাটো। মুষ্ঠি শৰ কাটো। উলতা শৰ কাটো। পালটা শৰ কাটো। উভতা শৰ কাটো। থল শৰ কাটো। সপা শৰ কাটো। ফুটা শৰ কাটো। সাত শৰ কাটো। খান্ত শৰ কাটো। হুহুয়া শৰ কাটো। নচয়া শৰ কাটো। আৰ শৰ কাটো। অম্বু শৰ কাটো। খোড়া শৰ কাটো। বস্তু শৰ কাটো। দুগ্ধ শৰ কাটো। বজ্র শৰ কাটো। কুমন্ত্র কাটি কৰু নির্য্যান। ব্রহ্মা কৰোতি ধৰিলোঁ ডাটি। চুৰচণ্ড পেলালোঁ

কাটি। ইন্দ্ৰৰ চুৰ কাটো। চন্দ্ৰ চুৰ কাটো। সূৰ্য্য চুৰ কাটো। ব্ৰহ্ম চুৰ কাটো। বায়ু চুৰ কাটো। বিষ্ণুচুৰ কাটো। মাত চুৰ কাটো। আগুচুৰ কাটো। দাগুচুৰ কাটো। ভবিচুৰ কাটো। মুষ্টিচুৰ কাটো। মাটিচুৰ কাটো। গৰ্ভচুৰ কাটো। গৰ্ভৰ নাভিচুৰ কাটো। দেখাচুৰ কাটো। খোজচুৰ কাটো। সংসাৰৰ কুমন্ত্ৰণা সকলো কাটো। মহেশ্বৰক স্মৰি সমস্তে শৰ মাৰি থৈলোঁ জাস্তি। দেব অগ্নি মনুষ্যৰ শৰ কৰিলোঁ পানি। চল চল শৰ চল গুৰুৰ আজ্ঞায়। যি হানিছে শৰ সেই শৰ সমস্তে পৰ। নাচিল থিৰ যৈসানি উতপতি ভৈলা, কালকুট শৰ। ৰামৰ শৰ। লক্ষ্মণৰ শৰ। নাগ শৰ। পোতা শৰ। চিঙ্গলিয়া শৰ। পিঙ্গলিয়া শৰ। দেবশৰ। মনুষ্যৰ শৰ। ইন্দ্ৰ শৰ। চন্দ্ৰশৰ। বায়ুশৰ অগ্নিশৰ। উলতা শৰ। পালতা শৰ। দৈত্য শৰ। ইন্দ্ৰশৰ। যিহানিছে আমুকাৰ গাৱৰ শৰ। সেই শৰ তাৰ শৰীৰে পৰ। গুৰুক সুমৰি কৰতি ধৰিলোঁ ডাটি। আপোনাৰ মন্ত্ৰ বাখি আনৰ মন্ত্ৰ পেলাইলোঁ কাটি। জয় জয় কৰতি উতপতি ভৈলা। গোসাই যৈসানি সৃষ্টি আৰম্ভিলা তৈসানি কৰতি উতপতি ভৈলা। নাছিল জল থল নাছিল আকাশ নাছিল চন্দ্ৰ সূৰ্য্য কাৰো প্ৰকাশ। তৈসানি কৰতি উতপতি ভৈলা, দেৱতাৰ শৰ পেলাইলা কাটি। দেবতাৰ শৰত যি ভৈলা। কৰতি মন্ত্ৰে দৈত্য দানৱৰ বান। শৰ কাটি কৰিলোঁ উচ্ছন্ন। কৰতি উতপতি হুই ধাই। ব্ৰহ্মাৰ শৰ ব্ৰহ্মাৰ বান কাটিয়া পেলাই। যুগুনীৰ শৰ কাটো। বাহিৰে ব্ৰহ্মা মেলিলা বান। কৰতি মন্ত্ৰে কাটি কৰো খান খান। অধে কাটো উধে কাটো। মহাদেৱৰ আজ্ঞা পালোঁ কালকুট ব্যাধি পানি কৰোঁ। খট খট পানি বজ্ৰ ৰোগ সব কৰিলোঁ পানি। কৰোতি মন্ত্ৰ পঢ়ো মহাদেৱৰ আজ্ঞা পালোঁ। নাৰানি শৰ নিচকি শৰ গৰ্ত্তকি শৰ মাৰ শৰ কৰিলোঁ পানি। ব্ৰহ্ম কৰতি পঢ়ো। গুৰুৰ আজ্ঞা পালোঁ। অধে কৰতি উধে কৰতি পঢ়িলোঁ যেবে বজ্ৰ হাৰা পানি কৰু তেবে। মনুষ্য বত্ৰিশ শিৰত কৰোতি মন্ত্ৰ পঢ়ো যেবে কালকুট হাৰা মানে পানি কৰু। তেবে চন্দ্ৰ বান্ধো সূৰ্য্য বান্ধো। বত্ৰিশ নাৰিৰ পৰাই ব্যাধিক পানি কৰু। বাহিৰক যাই। কৰতি মন্ত্ৰ পঢ়িলে ঠায় পানি হুই। যেই যেই পালে যাই। কাটিলোঁ হাৰা সবে আছে চাই। মেলিলোঁ বান কাটি কৰো নব খান। প্ৰথমতে দেৱীয়ে মনুষ্যে কালকুট শৰ কাটি কৰো নব খান। বত্ৰিশ শঙ্কৰ কৰোতি মন্ত্ৰে কাটি পানি কৰো। চুন কৰতি পঢ়িলে শৰ সহস্ৰ ৰোল সিয়ো পানি হুই। বজ্ৰে বজ্ৰে কাটো হাৰা শৰ। সেগশৰ। লেগশৰ। চাহনি শৰ। অমিয়্য শৰ। উৰ্দ্ধশৰ।

ভোম্ভশৰ। পোবাশৰ। চটকিশৰ। শনিশৰ। লুটিশৰ। লুটা শৰ। টেলাশৰ। মাটিশৰ। ভ্রমবাশৰ। ভূমিশৰ। বাঙ্গলিশৰ। ঠকিশৰ। হেঙ্গুলিশৰ। জাগুশৰ। পকুয়াশৰ। তালশৰ। সকল শৰ দিলোঁ থৈয়া। চুন কৰতি পঢ়ি পানি কৰোঁ। মহাদেৱৰ আজ্ঞা কৰোঁ। গৰ্ত্তচণ্ড। পগলাচণ্ড। বায়ুচণ্ড বনিয়াচণ্ড। কৰতি পঢ়ো ব্রহ্মাক ধিয়াই। মণ্ডুক কৰো। পাখাৰ মাৰো চাটি, অনন্ত শয্যাত গোসাই সুতিয়া আছন্ত। নিছাস কৰন্তে চাৰি বেদ বাজ ভৈলা। ব্রহ্মা কৰতি বিষ্ণু কৰতি ৰুদ্র কৰতি দেব কৰতি চাৰি কৰতি উত্তপতি ভৈলা। সুনি কৰতি কিবা চাওঁ স্বৰ্গৰ গাঠি মানে কাটিবাক যাওঁ। এহি শুনি কৰোতি মহা ক্রোধ ভৈলা। স্বৰ্গৰ গাঠি মানে কাটিবাক গৈলা। ইন্দ্রৰ গাঠি কাটো চন্দ্রৰ গাঠি কাটো সূৰ্য্যৰ গাঠি কাটো জনেকৰ গাঠি কাটো। মই যেবে হাতে কৰতি ধৰো ডাটি। পেলালো অমুকাৰ কুজ্ঞান মন্ত্রক কাটি। নিসা নাৱ শৰী সন্যাসীৰ বচন লৰস মহাদেৱৰ চক্রত পৰি মৰস। বায়ুৰ গাঠিক কাটো। থলৰ গাঠিক কাটো মাংসৰ গাঠিক কাটো। যেবে মই কৰতি মন্ত্র খান ধৰু ডাটি চৌষষ্টি কুজ্ঞান কুমন্ত্র পেলালোঁ কাটি। শুনি বিষ্ণু কৰতি মই কিবা চাউ। পাতালৰ গাঠি মানে পানি কৰি কাটিবাক যাওঁ। এহি বুলি বিষ্ণু কৰতি মহাক্রোধ ভৈলা। পাতালৰ গাঠিক কাটো। লক্ষ্মণৰ গাঠি কাটো। ৰাক্ষসৰ গাঠিক কাটো। চৌষষ্টি গাঠিক কাটো। যেবে মই কৰতি মন্ত্র খান হাতে ধৰু ডাটি। চৌষষ্টি কুমন্ত্র কুজ্ঞান কুমৰ্ম্ম সমস্তে পেলালোঁ কাটি। শুনি ৰুদ্র কৰতি মই কিবা চাউ। স্বৰ্গৰ গাঠি মানে কাটিবাক যাওঁ। এহি বুলি ৰুদ্র কৰতি মহাক্রোধ ভৈলা স্বৰ্গৰ গাঠি মানে কাটিবাক গৈলা। ব্রহ্মাৰ গাঠি কাটো। বিষ্ণুৰ গাঠি কাটো। ৰুদ্রৰ গাঠি কাটো। থলৰ গাঠিক কাটো। দেৱতাৰ গাঠিক কাটো। সমস্ত গাঠিক কাটো। হাতে কৰতি মন্ত্র খান ধৰু ডাটি। আঙ্গ মেলো জাঙ্গ মেলো মেলো বত্রিশ নালা।

চন্দ্র সাখি, সূৰ্য্য সাখি। আমুকাৰ মুখ ৰাখি অস্তচুৰ মেলো। দান্তচুৰ মেলোঁ। চুলি চুৰ মেলোঁ। স্বৰ্গ চুৰ মেলো। ভৰি চুৰ মেলো। জল চুৰ মেলো। থল চুৰ মেলো। পাতালি চুৰ মেলো। চৌষষ্টি চুৰ চণ্ড মেলি পানি কৃত্য কৰো। ব্রহ্মা মহাদেবৰ আজ্ঞা পালো। কুমন্ত্র কজ্ঞান কুকৰ্ম্ম হাড়া অন্দ কৰা ৰোগ ব্যাধি চুন কৰতি পঢ়ি সমস্তকে পানি কৃত্য কৰো।

# ধৰণি মন্ত্ৰ।

ধৰণি কটকট ধৰণি চাল।
মোৰ ধৰণিৰ উপৰে বিষ নাই আৰ ॥
নাযা ধৰণি নাযা জল।
বিষ নামি যা পাতালপুৰ ॥
যেবে ছাৰি বিষ উপৰে যাস।
আই পদ্মকুমাৰীৰ মাথা খাস ॥
ধৰণি বান্ধো ইঠা ধৰণি বান্ধো সিঠা।
ধৰণি বান্ধো চান্দ সূৰ্য্য দুই দেৱতা ॥
মোৰ ধৰণিৰ উপৰে কৰস যাৱ।
আই পদ্মকুমাৰীৰ মাথা খাৱ ॥
কোথি গেলা কোথি গেলা শংখৰ মাৱ।
শংখে বোলে খাইছে ভাগা দংশেৰ ৰাৱ ॥
কি দংশিলা ৰূপক পহিল ৰাত্ৰি।
কোন কোন সৰ্পে কাঢ়িলে ৰাৱ ॥
ডাক দিয়া বোলে শংখেৰ মাৱ।
শংখে বোলে কৰিম কি।
দুই ঠাই মাৰু কালকুট বিষ।
সৰ্পৰ মেজেলি সৰ্পৰ শ্ৰেষ্ঠা ॥
কোন কোন সৰ্পৰ কোন কোন জাতি।
সৰ্পত বসিছি দাৰুণ কলি ৰাজা ॥
এক ডেলি ফুল ফুলে দক্ষিণৰ আগে।
এক পাসি ফুল লাগে সাঠি সহস্ৰ নাগে ॥

সেই ফুল যেবে ঔষধিক পাই।
জাবিয়া গোম গোমুনীৰ বিষ এখনে নোমাই ॥
ওৰে গোমা তোৰ মাক জাতি।
মাঘ মাহা পঞ্চমি তিথি ॥
কৈক মাৰি কৈক পঠাইলা সমস্তে কচি বাজ।
শঙ্কৰিয়াৰ কটুৰি জাৰি।
মই বিষ জাৰো জলে মন্ত্রে ॥
আকাশত পানী নাই।
ফুঙ্ক দিলো বিষ নাই ॥
বিষ বিষ বুলি মই দিলো গেৰি।
বিষ গেল আকাশৰ ধনি ॥
বিষ আছে ফন ফনন্তে ভন ভনন্তে।
ৰুধিৰ পানী খিৰ খিৰন্তে ॥
চক্ষুই আখি চাইলা বিষ।
ত্রিভুবনৰ সন্ধিৰ বিষ ॥
ৰামৰ আজ্ঞাই কাৰু।
গুৰুৰ আজ্ঞাই কাৰু।
কালকুট বিষ টিপতে মাৰো ॥
মেচান্দেৰি মেচান্দেৰি মেচান্দেৰি নাড়ি।
শৰীৰত বিষে কৰে অনেক ধৈমালি ॥
আদ বংশৰ পদ্মকুমৰী হাতে মগাৰ খাৰু।
এক হাতে আছে খটাঙ্গ ডম্বৰু ॥
এক হাতে আছে বিষৰ লাৰু।
বিষেৰ লাৰু লৈয়া মাৰে মনে মনে হাসে ॥
অন্য ধৰ্ম্মে কি ফুল ফুলে সি ফুল গন্ধতে ভাযে।
পানী বসন্তি তৰুণি কাশে ভাজিল ঘুং ॥

ডাক দিয়া প্ৰচাৰে চুণাৰে ড়ুং কানিৰ ভাঙ্গিল ঘুং।
চুৰে শঙ্কৰ চৰিল মাথে।
চুৰে জাৰু অমৃত হাতে॥
ফুটিল জল কুচিল পানী।
মৈস্থেকৈস্থে কৰে ভাঠি উজানি॥
গণ্ডুষত কৰি ধৰিলে জল।
আই পদ্মকুমাৰীৰ মাথা খাও॥

---



# গু কৰতি।

গু কৰতি নিজ গুৰুৰ বচন শুনি।
আদি আজ্ঞা অনাদি আজ্ঞা।
একেশ্বৰে আছো মই আদি নিৰঞ্জন॥
সৃষ্টি নাহিকে মোৰ নকৰে শোভন।
এহি বুলি গোসাইৰ মন ভৈলা॥
প্ৰকৃতিক কটাক্ষে চাহিলা।
নাভি কমলতে ব্ৰহ্মা উলজিলা॥
হৃদয় কমলতে বিষ্ণু উপজিলা।
ললাটতে ৰুদ্ৰ উপজিলা॥
সৃষ্টি কৰিবাক আদেশিলা।
আজ্ঞা শুনি সৃষ্টি তেখনে কৰি নিৰ্য্যান॥
চৈধতলা পৃথিবীৰ যাৰ যত ধৰ্ম্ম।
তেতিক্ষণে সৃষ্টি কৰিলা নিৰ্ম্মাণ॥
ব্ৰহ্মায়ে স্ৰজন্ত বিষ্ণুৱে পালন্ত ৰুদ্ৰে সংহাৰন্ত॥
চৈধতলে পৃথিবীৰ হবেক ৰকম বিষ ব্যাধিগণ।
উপক পকে গাঠিগণ।
বেদৰ বাহিৰে খেত্ৰ একে ঠাই হুই॥
মনুষ্যক খাই হবেৰ ভিতৰে নাভিৰা সৈন্যাসিৰ।
ভেশ ধৰি আছে মহেশ্বৰ॥
সেহি বেলা বৈদ্য ধনন্তৰি গৈলা মহেশৰ ঠাই।
তাঙ্ক দেখি ধিয়ান ভঙ্গ ভৈলা॥
বৈদ্য ধনন্তৰীক সুধিবাক লৈলা।
কি কাৰ্য্যে আসিলি মোৰ ঠাই॥

বৈত্ত বোলে শুনৰে জীৱকো যে মনুষ্যক হিংসা
কৰে দেয়ে দৈত্যে।
আৰু এক কথা ভৈলা শুনা তাক কও ॥
সবাহাৰ মন্দকৰ বেদৰ বাহিৰ চুৰ চণ্ড বান
আমাক নামানে বেদক নুশুনে।
নৰ মনুষ্যক ৰক্ষা কৰো কেন মতে ॥
হেন শুনি মহাদেৱ ব্ৰহ্মা পাশে গৈলা।
মহেশ্বক দেখি ব্ৰহ্মা শুধিবাক লৈলা ॥
বেদৰ বাহিৰে গাঠি স্ৰজিলা কোন ঠাই
ব্ৰহ্মা বোলে চাৰি বেদ জানো মই ॥
ইহাৰ বাহিৰ গাঠি নাজানু নিশ্চয়।
অলোচিয়া দুয়ো জনে বিষ্ণু পাশে গৈলা ॥
ব্ৰহ্মাক হৰক দেখি আসন দিয়াইলা।
তাতে বসি দুয়ো জনে কহিবাক লৈলা ॥
হে বিষ্ণু ভগৱন্ত জগত অধিকাৰী।
চৈধ ভালে পৃথি সবে আছে জানি ॥
নানা ব্যাধি ৰোগ ভূত প্ৰেত পিসাঞ্চ দৈত্য দানৱগণ।
বেদোৰ বাহিৰ গাঠি যত ইসব মনুষ্যক মাৰি ফুৰে ॥
নমোস্তে বিষ্ণু বোলে হৈব ক্ষই।
ইসব কথা নাজানু মই ॥
আলোচিয়া তিনি জনে উতৰ দিশে গৈলা।
লোকালোক এৰি পাছে জলখান পাইলা ॥
বসিয়াছে পূৰ্ণকৃষ্ণ অনন্ত শয্যাত।
হাজাৰেক স্তম্ভ ফটিক প্ৰকাশে উস্হত বহল
ঘৰ সুবৰ্ণৰ কোটি
চন্দ্ৰতাপ উপৰত জিলি মিলি দেখিতে সুভন।
আঠভুজ বহু শ্যাম শৰীৰ যে ৰূপ ॥
বেদ ভগৱন্ত বোলে হে ব্ৰহ্মা হে বিষ্ণু হে ৰুদ্ৰ
তিনি কি কাজে আসিলা আমা ঠাই।
তিান জনে স্তুতি কৰি কহিবাক লৈলা ॥

হে পিতৃ অধিকাৰী পাতিলা আমাক।
ৰাখিবাক নপাৰো সৃষ্টি সবাকে এৰি আইলো ॥
অৰোতিয়া গাঠি বেদৰ বাহিৰ উপক গাঠিগণ।
নকৰে মান বেদক সুশুনে ॥

স্ৰজিলা বৈদ্য ধনন্তৰী।
অৰ্থ বেদ দিলো তাৰে হাতে ॥
গুৰুক সুমৰি সেহি মন্ত্ৰ গাই।
তথাপিতো গাঠিৰ ভুৰি ভঙ্গ নাই ॥

ইশ্বৰে বোলে শুনিয়ো কাহিনি।
তিনি জনে সৃষ্টি কৰিলা যৈসানি ॥
চাৰি সন্যাসি মোত মাগি নিলা চাৰি চহৰ।
খৰ্ব্বহাজাৰ ধৰণি ॥

এহি বুলি ঈশ্বৰে নামেতি ৰৈলা ।
নাজাও নাজাও সত্যে সত্যে সৃষ্টিত নাহি কাজ ॥
বেদৰ বাহিৰ গাঠি আমাক কৰে লাজ।
হেন শুনি ঈশ্বৰৰ ক্ৰোধ জ্বলি গৈলা ॥

গু, গু, গু বুলি তিনি বেলি দিলা ডাক
তন্ত্ৰ মন্ত্ৰ বেদৰ বাহিৰ গাঠি গু হুই থাক ॥
বিষ্ঠা যেন গু কৰু।
গাহ গণ গু কৰু ॥

তিনি কো বুলিলা।
পেস্ত বিগুম ॥
আমাৰ অমোঘ বাণি খানিতে পাই।
সবেয়ে কহিলো নিচয় ॥

হেন বাক শুনি ৰঙ্গ ভৈল।
তিনি জনে গুৰুক প্ৰনামি মন্ত্ৰখান শিকি লৈলা।
গৰ্দ্দতাকৰ ত্ৰিগুণ ভৈলা ॥
সমস্তোৰ গাঠি গু হুই পৰ।
লৈলা কৃষ্ণক প্ৰণামি উঠিলা তিনি জনা ॥

ভগৱন্তে বোলে হৈব অজৰ অমৰ।
তিনি জনে আজ্ঞা লৈয়া উঠি গৈলা ॥
আঠ দিশি অনন্ত ফেনা বিস্তাৰিবে লৈলা।
আসুৰিয়া গাঠি পাই ॥
গু কৰতি কাটি পেলাইলা।
তন্ত্র মন্ত্র পাতলোত গুকৰি থৈলা ॥
হৰ বিষ হৰ নৰ মনুষ্যৰ বেদৰ বাহিৰ।
ব্রহ্মা গু কৰতি জৈপ্য কৰ ॥
মনুষ্যৰ গৰ্ব্ভে দিয়া আতি।
ইসব গাঠি মুঠি চুৰ ব্যাধি কাটি থৈলা ॥
এতেক গুকৰ্তি প্ৰখ্যাত ভৈলা।
ৰাম গৈলা বৈকুণ্ঠে কলি যুগ ভৈলা ॥
অসুৰে দেৱদৈত্যে পিড়া কৰিবাক লৈলা।
এহি মন্ত্র খান সত্য যুগে গুপ্ত হুই ॥
ঈশ্বৰৰ পানে গৈলা।
তেতিক্ষণে মনুষ্যক অধৰ্ম্মে যুৰিলা ॥
ব্রহ্মাই পৃথিবীৰ দেৱতা স্ৰজিলা।
ব্ৰহ্মাৰ ভুতিত ঈশ্বৰ তুষ্ট ভৈলা ॥
পাচে আসি কৃষ্ণ অৱতাৰ ভৈলা।
অসংখ্যাত অসুৰ সংহাৰিলা ॥
সবাকে নিৰ্য্যান কৰি বৈকুণ্ঠে চলিলা।
পুনৰ্ব্বাৰ আসিয়া ধৰ্ম্মে যুৰিলা ॥
পাচে যোগ ধৰি সৈন্যাসি আছে তপ কৰি।
সেই বেলা সৰ হাড়াকৰমা গাঠি মুঠি উবান ॥
কৰ্ণে উপকে ধনু চাক।
চুৰ গাঠি মুঠি ইসবে মনুষ্যক মাৰি ফুৰে ॥
যোগ বলে ৰাম গিৰি গুকৰতি পাই।
সকলোক কাটি কৰিলা ঠাই ঠাই ॥
তৈৰ পৰা তিনি জনে পৃথিবীক আইলা।
বৈদ্ভ ধনন্তৰিক মাতি এহি মন্ত্র খানি দিলা ॥

গুৰুক প্ৰণামি বৈছে মন্ত্ৰ শিৰে তুলি লৈলা
উলটা পালটা গাঠি কাটিবাক লৈলা॥
সবে তোলে পাতালৰ মাটি।
নৰহৰি কুমৰে আনিলা কৰে কাটি॥
খচি গুলি দিলা চাকত কলহং হল ব্ৰহ্মাৰ পাগড।
সেহি কলহত জাৰিলো পানী॥
চলিশ কোটি গাঠি সৰ্ব্ব কাটি ব্যাধি নিখৰ্ব্বক।
চুৰ কাটি কৰিলো পানী॥
হুৰ গাঠি মুঠি মুৰ।
সমস্ত গাঠি গুহুই পৰ॥
এহি মন্ত্ৰ খানি সত্য যুগে গুপ্ত হুই ৰইলা।
দ্বাপৰ যুগে ৰাম অৱতাৰ ভৈলা॥
এহি মন্ত্ৰ খান উচ্চাৰিবে লৈলা।
ৰামৰ আজ্ঞা লক্ষ্মণৰ আজ্ঞা আদি গোসানীৰ
আজ্ঞা বিভিষনৰ আজ্ঞা হনুমন্তৰ আজ্ঞা
সবাক্কে নমস্কাৰ কৰি আঠ দিশে আঠ দেশ।
হুৰ গাঠি কাটি গু কৰো॥

---

# ডাক-ভণিতা।

## জন্ম প্ৰকৰণ।

এক দিন ডাকে জন্ম লভিলা।
ভূমিত পৰিয়া মনে গুণিলা॥
দেখে অন্ধকাৰ প্ৰদীপ নাই।
চক্ষু টেৰ কৰি মাৰক চাই॥
প্ৰসৱ দুঃখত মাতৃ অসুখ।
চক্ষু মেলি চাই পুত্ৰৰ মুখ॥
ওচৰৰ দুই তিৰী আসিয়া।
জলাৱে অগ্নিক ভুষে ফুকিয়া॥
পিৰিক পাৰাক কৰে আগুণ।
নালাগে দেখিয়া উঠয় খঙ॥
হেন দেখি পাচে মাতিলা ডাক।
পোৱাতী ৰাখিয়া চা পুতাক॥
একে কাঠে লাড়ি চাৰি।
দুই কাঠে ফুপাৰি॥
তিনি কাঠ কৰি এক।
যেনে লাগে তেনে সেক॥
ধুৱাই মুৱাই কোলে লৈবে তেবে।
ভালে ভালে ফুল পৰিল যেবে॥
জয় ধ্বনি কৰি নাড়ি কাটিব।
দৃঢ় বুদ্ধি কৰি নাভী বান্ধিব॥
গোবৰ খুটি সচলু কাঠ।
সেকিলে নাভী নোহে অনাথ॥

লোন জালুকেৰে খুৱাব জাল।
তেবে স্তন বস হৈবেক ভাল ॥
কলিয়া তুলসী বেলৰ পাত।
মুঠায়ে সহিতে বাটী পটাত ॥
তপত কৰিয়া জননী খাইব।
তেবেসে নাড়ীয়ে দৃঢ়ক পাইব ॥
যেবে সুতিকাৰ ৰাখিব জীৱ।
যতন কৰিয়া ঔষধ দিব ॥
বাসি জয়ন্তীৰ পুষ্পক লব।
তাৰ ক্ষুদ্ৰশিপা অল্প মিলাইব ॥
অল্প বেঙেনা শিপা তাহাকো দিব।
ক্ষুধাত খুৱাইবে তেবেসে জীব ॥
অপৰাজিতাৰ একেটি ফুল।
জানি শুনি দিব দশৰ মূল ॥
অহিত জনে শিশুক নেদেখি।
অভ্যন্তৰে থৈব সুহৃদে ৰাখি
পূৰলৈ শিৰে শিশু শুৱাই।
পোৱাটী ৰাখিব আগে জ্বলাই ॥
দিনত শিশুক নেড়িব জনে।
ৰাখিব নিশাত মাৱে যতনে ॥
সপুত্ৰিনী নাৰী সঙ্গ নেৰিব।
মাজে মাজে মাৱে জাগি দেখিব ॥
নিসত্ব তনু তৃষ্ণাতুৰ জানি।
সুতিকা নিকটে নথৈব পানী ॥
সুদৃঢ়ে বান্ধিব কটিৰ বস্ত্ৰ।
সুতিকা নিকটে ৰাখিব অস্ত্ৰ ॥
গৃহ চাৰিচুকে দ্বাৰ মুখত।
বচ সিজু আনি কইব শকত ॥
অশৌচ বাজে মঙ্গল কৰি।
সূৰ্য্যক দেখাইব নয়ন ভৰি ॥

ভেবেসে পুত্ৰৰ হৈব কুশল।
জয় হৰি বুলি কৰা মঙ্গল॥

## ধৰ্ম্ম প্ৰকৰণ।

ব্ৰাহ্মণৰ পিতৃ দেৱ অৰ্চ্চন।
ক্ষেত্ৰিয় সবৰ প্ৰজা পালন॥
বৈশ্যৰ বাণিজ্য ধন আৰ্জ্জনং।
শূদ্ৰৰ স্বধৰ্ম্ম নীতি সেৱন॥
ভেবেসে ধৰ্ম্মক কৰিব জানি।
পুখুৰী খানিয়া ৰাখিব পানা॥
বৃক্ষ ৰোপণত অধিক ধৰ্ম্ম।
মঠ মণ্ডপ গুৰুতৰ কৰ্ম্ম॥
যিহকে দিবে তাহাকে পাই।
পৰলোকে গৈয়া বসিয়া খাই॥
অনিত্য দেহত নাহিকে আশ।
ধন জন বস্ত্রে কিক বিশ্বাস॥
যি জনে দিৱয় অন্নৰ সাৰী।
সিজন নযাই যম নগৰী॥
অন্ন জল জানা অধিক দান।
তাত কৰি নাহি শ্ৰেষ্ঠ যে আন॥
ভাল দ্ৰব্যক যেখনে পাইব।
দেৱতা দ্বিজক তেখনে দিব॥
কালিৰ ভাগক ৰাখে যিজনে।
প্ৰশংসে তাহাক ৰবি নন্দনে॥
সোণাৰ তুল্য কন্যাৰ দান।
ডাকে বোলে তাৰ স্বৰ্গেসে স্থান॥
দধি দুগ্ধ দেই অন্ন বিপুল।
ঔষধ দানত নাহিকে ভুল॥
ডাকে বোলে জানা সেহিসে সাৰ।
আপুনি মৰিলে কিকৰে আৰ॥

ব্ৰহ্মা হৰ আদি যতেক দেৱ।
সকলে কৰয় গঙ্গাক সেৱ॥
গয়া প্ৰয়াগ বাৰাণসী যাই।
গঙ্গাৰ স্নানত সবাকে পাই॥
ৰূপ সোণা হীৰাৰ মূল্য।
গঙ্গাৰ জলত নুহিকে তুল্য॥
যিজনে যত পাপ আচৰে।
পৰধন পৰ নাৰীক হৰে॥
যদি গৈয়া গঙ্গা স্নান কৰে।
সকলে পাতক তেখনে হৰে॥
প্ৰথমে ঘৰে উপবাস কৰি।
তীৰ্থ যাত্ৰা কৃৰি যাইবেক লড়ি॥
গঙ্গাৰ জলত ছাড়িলে প্ৰাণ।
হোৱন্ত মুকুতি স্বৰ্গ প্ৰধান॥
বুঝিয়া সুজিয়া বান্ধিয়া আৰি।
তেবেসে শত্ৰুক জিনিতে পাৰি॥
সাক্ষী মুখে কথা কৰাই বাজ।
যদি ধৰ্ম্ম কৰি শোধন্ত ৰাজ॥
দৃঢ় কৰি থৈব সাক্ষী সকল।
সাধিব স্যায়ত তেবে কুশল॥
যেবে ভাল ৰূপে সাক্ষী কহিব।
তেবেসে সভাত স্যায়ে জিনিব॥
ডাকে বোলে আগে নিয়াই সাজ।
স্যায়ত হাৰিলে অধিক লাজ॥
স্বধৰ্ম্ম কথাত যাৰ গোচৰ।
ভাল সাক্ষী দিয়া চাপ ওচৰ॥
সাক্ষী নয় সাতাধিক চাৰিজন।
তিনি দুই হোৱে যেবে ব্ৰাহ্মণ॥
এক এক কৰি সুধিব কাৰ।
বসিয়া থাকিব সভাৰ মাঝ॥

ধন আশ এড়ি শুধিব সাক্ষী।
ৰাজাক ভেবে ধৰ্ম্মে ফুৰে ৰাখি॥
যিজনে ধৰ্ম্মত নকহে সাক্ষী।
ডাকে বোলে তাক থৈবাহা ৰাখি॥
সত্য কৰি যদি সাক্ষী নকৰে।
যম দূতে নিয়া নৰ্কত থৰে॥
ধৰ্ম্মক এড়িয়া কহয় যেবে।
ডাকে বোলে নৰকে পড়িবে তেবে॥
অসন্ত জন যদি হয় সাক্ষী।
শপত কৰাব তাহাক ৰাখি॥
তথাপিতো যদি অসত্য কয়।
পৰিবে নৰকে নাহি সংসয়॥
সাক্ষী মুখে যদি ভঙ্গক জানি।
মধ্যস্থ জনৰ বচন মানি॥
সাক্ষীক দেখাই ঋণক দিব।
পত্ৰত নাম লেখি ৰাখিব॥
ঋণৰ সাক্ষী যদি নাহিকন্ত।
পৰীক্ষণ কৰি তত্ত্ব বুঝিবন্ত॥
স্বামীৰ দোষত ভৃত্যৰ দণ্ড।
স্ত্ৰীৰ দোষে স্বামী লণ্ড ভণ্ড॥
ভেদ দণ্ড সাম্য কৰন্ত দান।
চাৰি ৰূপে ন্যায় কৰিয়া জ্ঞান॥
বাপে পোৱে যদি কন্দল বাঝে।
পুত্ৰক দণ্ডিৰে পণ্ডিত ৰাজে॥
শূদ্ৰজনে যদি বধে বিপ্ৰক।
বধিব নৃপতি সিতো শূদ্ৰক॥
সজ্জনে যদি গুৰু বধ কৰে।
ভিক্ষা ভুঞ্জি ভ্ৰমে বাৰ বছৰে॥
গঙ্গাত গৈয়া যেৱে স্নান কৰে।
সমস্ত পাপত তেৱে নিস্তৰে॥

প্ৰায়শ্চিত্ত হুই গৃহক যাই।
তেবে অন্ন জল জ্ঞাতীয়ে খাই॥
ধৰ্ম্ম প্ৰকৰণ এহিসে গৈল।
নীতি প্ৰকৰণ উদয় ভৈল॥
শুনা সৰ্ব্বজন ডাক ভণিত।
ৰাম ৰাম বুলি তৰা কলিত॥

---

## নীতি প্ৰকৰণ।

বিপ্ৰে বৃষ্টি কৰে যাহাৰ শীৰে।
প্ৰত্যেক দিবসে ভোজন ক্ষীৰে॥
ভক্ত গুৰু বিষ্ণু নাম নিচিনে।
কাহাত বলে ছয় শত্ৰু জিনে॥
পিতৃ মাতৃ দুইৰো বন্দে চৰণ।
বোলন্ত ডাকে সাৰ্থক জীৱন॥
ষাঠি বছৰত বোলে আই।
আহাৰ শাওনত দোহে গাই॥
পুহত আছু জেঠত শালি।
তেবেসে জানিবা গৃহস্থালী॥
তেবেসে যশ বখানে আনে।
তেবেসে গৃহস্থৰ আটিব ধানে॥
যিতো পুত্ৰে পিতৃত পুছে কাজ।
জানিবা নৃপতিয়ে লয়ে ৰাজ॥
সৰ্ব্ব গুণীয়াক নাটয় ভাতে।
দুষ্ট পুত্ৰ যাৰ নিতান্ত কান্দে॥
অপুত্ৰক মন্ত্ৰী নোহয় ভাল।
দন্ত খসিলে কিহৰ গীতাল॥
জ্যোতিষ পঢ়ে গ্ৰহৰ নাই থিত।
দণ্ড ভুক্ত বিনে কিকৰে বীত॥

বৈদ্য হুয়া মৰে আপুনি বিষে।
নৃপতি হুই প্ৰজাক হিংসে ॥
শিৰে নবন্দে মাধৱৰ পাৱ।
সবে বিড়ম্বনা জানিবা মাৱ ॥
ব্ৰাহ্মন শালত নবাজে পটা।
স্নান অবসানে নভৈল ফোঁটা ॥
শীতকালে যাৰ নভৈল বস্ত্ৰ।
যুদ্ধ সময়ত ধুকাইল অস্ত্ৰ ॥
যজ্ঞ অবসানে নাই দক্ষিণা।
বোলন্ত ডাকে পাঞ্চো বিড়ম্বনা ॥
অসতীৰ সুখ নাহি একো কালে।
দুগ্ধক ভাল নেদেখে মতোৱালে ॥
চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি।
দুষ্টা স্ত্ৰীৰ নাই পুত্ৰত ৰতি ॥
জুইক দৃষ্টি সূৰ্য্যক পিঠি।
মাহক খুতি কৰাইক মুঠি ॥
ছাইত পড়িলে ঘৃত হয় নষ্ট।
দন্তহীন হৈলে গড় হোৱে ভ্ৰষ্ট ॥
বাঘ চাব লাগিলে বোন্দাকে চাবা।
ভাল মানুহ চাব খুজিলে আলিলৈ যাবা ॥
চিত লো খণ্ডে গড়ি কুঠাৰ।
বক্ৰ ভাৱত কৰা ব্যৱহাৰ ॥
উৰুখা ঘৰত বাৰিখা থাকে।
যুবতী কন্যাক ঘৰত ৰাখে ॥
আতুৰ গ্ৰাসে খাৱয় ভাত।
ধকৱা গৃহস্থক নিদিয়ে মাত ॥
চোৰে এৰে কৰে সঙ্গ।
ইতিনিৰ জানিবা ভঙ্গ ॥
তিৰুতাৰ গৰু ৰখা দেখিবলৈ কুচিত।
মুনিহৰ ভাত ৰন্ধা মৰণ উচিত ॥

নিস্ফল জীৱন মিত্তে লোৰে খড়ি।
নিস্ফল জীৱন ধৰুৱা নিয়ে ধৰি॥
নিস্ফল জীৱন পৰত্ত কৰে আশ।
নিস্ফল জীবন খাটে প্ৰবাস॥
সবলে নিবলে কিহৱ নিয়া।
পঞ্চে পঞ্চ কিহৱ বিয়া॥
বাঘৰে ছাগৰে কিহৱ মত্তামতি।
হাতৰে মুৰৰে কিহৱ হত্তাহতি॥
দুষ্টা স্ত্ৰীহলে কিহৱ মাৱ।
অক্ষমী জনত্ত কিহৱ ভাৱ॥
অপৰাধী হলে নকৰে ৰঙ্গ।
অকাটন কটাবিত্ত উঠে খঙ্গ॥
ধনীৰ জয় সকলোৰে ৰঙ্গ।
ডাকে বোলে হৈল নিধনী ভঙ্গ॥
নিধনী জন যি ঘৰে যাই।
আছোক ভাত মাড়কে নপাই॥
ছাগ পাৰ পোহে হাঁহ।
দুই সীমাত্ত ৰোৱে বাঁহ॥
বোলন্তু ডাকে মোত্ত দোষ নাই।
নিত্যে নিত্যে সিত্তো বিষাদ পাই॥
জাপি লাঠি টনা।
ইয়াক এড়িলে দিনত্তে কণা॥
আহে যাই বহে উকুৰ।
কৰ্ণে আহে চহাল কুকুৰ॥
অপৰাণী হলে নপাই মাজ্ঞতা।
বেলি পৰি গৈলে নোহে সোধোত্তা॥
খেৰো পীড়া ফটা পত্ৰ।
মুখ চাই বান্ধনী হাঁহে আত্ৰ॥
দুৱাৰ চুকত্ত দিলে ঠাই।
খালেনে নাখালে সোধোত্তা নাই॥

নিধনীৰ ককা, বেঙেনাৰ পকা,
দৰিদ্ৰৰ সোদৰৰ ভাই।
ঐকাহি দিয়োতে, গল ফাটি গৈল,
ভাই বোৱাৰীয়ে মুখ চাই॥
নষ্ট গৈল কৃষি মধ্যে হৈল বাট।
নষ্ট গৈল নাৰী বেহাই হাট॥
নষ্ট গৈল আঠুৱা ঝাপত গোবে।
নষ্ট গৈল মাগুৰ জুইত পোৰে॥
মৰে অলপ পানীৰ মাছ।
মৰে নদী কুলৰ গাছ॥
বুঢ়া গৰুৰ শিঙেই ভাৰ।
ঘৰণীৰ মুখে ৰূপ ঘুৱাৰ॥
আলু কচু বিচাৰে ৰবা।
বামুণে শগুণে বিচাৰে মৰা॥
বন্দুৱা ধন্দুৱা পঁইতা কৰকৰা।
গণকে বিচাৰে নৰিয়া পৰা॥
পাইকক পিয়ল, ভাটৌক নিহল।
অন্ত্ৰক শীল, ভিৰীক কিল॥
যি ঘৰৰ ঘৈণী নয় সুবুজে।
সি গৃহস্থক মৰণে মজে॥
পানীৰ বাটত নহবা অগা।
দুখী কুটুমৰ নহবা লগা॥
দুষ্টা ভিৰীক নিদিবা ঠাই।
বন পোঁৱাটীৰ নহবা জোঁৱাই॥
নাহালে নপৰে কিহৰ আছ।
মাত বোল নহলে কিহৰ শাছ॥
অকাৰ্য্যত তৃন কাটে।
অনালোৱে কন্যাৰ শাল পাটে॥
অকাৰ্য্যত ফুৰে বাতি।
জুই কাৰত বান্ধে গাটী॥

টুলুঙ্গা নাৱৰ ওপৰে ভৰা।
বোলন্ত ডাকে তিনিও মৰা॥
কি কৰে শবৰ শিঙ্গ।
কি কৰে খোৰাৰ বিঙ্গ॥
কি কৰে শোলাৰ হাঁহি।
কি কৰে অন্ধৰ চাহি॥
কি কৰে ঘৃতৰ ঘোল।
কি কৰে নিধনীৰ বোল॥
আঁঠত তিতা দাতত লোণ।
উদৰৰ ভৰিবা তিনি কোণ॥
চকুত পানী নাইত তেল।
বোলন্ত ডাকে সিদ্ধৰ মেল॥
আদাৰে ভোজন, শিলিখাৰে শুদ্ধি।
তেবেসে লভিবা আয়ুস বৃদ্ধি॥
যাৰ নাই ভৰ্জ্জুতুল।
সি কিজানে বাণিজ্যৰ মূল॥
ৰাগৰ মিঠা বড়াৰি।
যুবাৰ মিঠা সহাৰি॥
তিৰীৰ মিঠা স্বামী।
ডাকে বোলে বেশ্যাৰ মাততে জানি॥
লাজুকা বামুণ কছুৱা চোৰ।
জাককৰা আলহি হাৰাম খোৰ॥
গাইৰ বৰ্জ্জিত ওলোমা বাহি।
স্ত্রীৰ বৰ্জ্জিত সঘনে তোলে হাঁহি॥
আসনৰ বৰ্জ্জিত তিনি খুৰা।
মিত্রৰ বৰ্জ্জিত যদি খাই সুৰা॥
নৰৰ লঘু লেপ লেপোৱা।
তিঁৰীৰ লঘু বাৰী বেৰোৱা॥
বনৰ লঘু বড়সীৰাণ।
যোগৰ লঘু কুকুৰি কাণ॥

অনিত্য দেহত নকৰা আশ।
হৰিৰ নামত কৰা বিশ্বাস॥
আক জ্ঞানি সবে আলাস এৰি।
সঘনে ডাকিয়া ঘোষিয়ো হৰি॥

---

## ৰাজ নীতি প্ৰকৰণ।

ডাকে বোলে বঢ়া টুটা নমাত্তি।
লগত ফুৰিব দিনে ৰাতি॥
তেবেসে ৰজাৰ দয়াক পাই।
ধনজন সুখ সবে মিলাই॥
যৈতে ৰজা থাকি প্ৰজাক পালে।
তহিতে বসতি কৰিবা ভালে॥
ৰজাৰ সেবাত সবাকে পাই।
দুগ্ধত যেন গুৰ মিশলাই॥
এক মন কৰি সেবিবা ৰাজ।
তেবেসে সিজিবে সমস্ত কাজ॥
দেশ কাল ভাৱ বুঝিয়া মনে।
সেবিবে ৰাজাক বহু যতনে॥
নীচৰ সঙ্গত নহৈব কথা।
একো কালো তাৰ নপাই বেথা॥
অসত্তি কথা লাগে খণ্ডিত।
ধৰ্ম্মক জানে মুৰ্খো পণ্ডিত॥
ফটা কঠাত উৰহ হয়।
বেশ্যা তিৰীত থাপ থয়॥
থাতিব নৃপতিৰ পাশ।
বেহা কৰিব লোকৰ শাস॥
ভিহা কৰিব এক সুন্দৰী।
স্মৰণ কৰিব কেৱলে হৰি॥

ভেবেসে মাণিক আন্ধাৰে জলে।
ভেবেসে তৰু হালি যাই ফলে॥
ভেবেসে সতী স্বামী সঙ্গে যায়।
ভেবেসে বিদ্যা ধনধৰ্ম্ম পায়॥
বিষু যাই যদি কায়ে কুঁজে।
প্ৰজা মৰিব অনায়ুজে॥
নগৰ মাজত কুঁৱা কুঁই দেখি।
নৰৰ মুণ্ড গণ্ডা গণ্ডে লেখি॥
আকাশত ভাষে পানীৰ গছা।
পৃথিবী বুড়াইব জানিবা সঞ্চা॥
কটা নাকত কিছৰ ঢাকনী।
যাচি গলে কিছৰ বান্ধনী॥
অশুদ্ধ হৈলে কিছৰ পাত্ৰ।
তিনিকে জানিবা বৰ্ব্বৰ মাত্ৰ॥
ৰাজাক চিনিবা দানত।
ঘোৰাক চিনিবা কাণত॥
খুৰক চিনিবা শাণত।
তিৰীক চিনিবা স্নানত॥
ভোজনৰ ৰস ভুঞ্জিয়ো ভোকে।
বাণিজ্যৰ ৰস বেহাই লোকে॥
যাত্ৰাৰ ৰস আনে বয় ভাৰ।
কথাৰ ৰস ত্ৰিভুবনে সাৰ॥
নৰ গজ বিশ ছয়।
বছৰ বত্ৰিশ ঘোৰা ৰয়॥
চৌবিশ বলধা ষোল ছাগল।
পঢ়ি শুনি ববাহ পাগল॥
জন্ম লগ্ন যাত্ৰা জোৰা।
ববাহ মিছিয়ে ৰূপায়ে গুৰা॥
পঢ়ে পঢ়াই ৰোৱে পান।
এই তিনি ৰিচিছে আন॥

কমাৰৰ কালি, ধোবাৰ বাছি।
নটে বোলে পাক দিয়াহি ॥
বাই নগলে কিহৰ লাঠি।
শাঁত নহলে কিহৰ গাণ্ঠি ॥
ভাৰ্য্যা নহলে কিহৰ ঘৰ।
স্নেহ নহলে কিহৰ সোদৰ ॥
বাই মৰা ভিনিহি।
কঠিয়া মৰা কিৰিষি ॥
কোন সাধু কোন চোৰ চিনা বৰ টান।
বিত্ত পালে সকলোৱে এৰিবেক মান ॥
কলিৰ লোকত নথাকিব চিন।
কথাত এক কাজত ভিন ॥
হেন জানি লোকে এৰিঅান কাম।
কলি দোষে মুক্ত হৱা বোলা ৰাম ৰাম ॥

## ৰন্ধন প্ৰকৰণ।

চিত্ত জেবোৱা চলি কাটি।
তেবে দেখিবা জুইৰ কান্তি ॥
উশাস দীৰ্ঘে দিবা ফুই।
তেহে চাবা জুইৰ মুই ॥
সোকোতাৰ পাত বেশুৱাৰ ঝোল।
তেলৰ ওপৰে দিয়া আৰু তোল ॥
পোঁৱোলা শাক ৰোহিত মাছ।
ডাকে বোলে সেই বেঞ্জন সাঁছ ॥
মাগুৰ মাছৰ চিৰকুটিয়া।
হালধি মৰিচ হিঙ্গক দিয়া ॥
তৈল লোণ দিয়া কৰিব পাক।
ভাল ব্যঞ্জন বোলয় ডাক ॥

কাৰৈ মাছক চিৰকুটিয়া।
ত্ৰিকটু দিয়া তৈলে ভাজিয়া ॥
ওলত পালত কৰিবা পিট।
খায়া পাইবা ভোজন মিঠ ॥
ছেঙ্গা ছেঙ্গেলি জামিৰ বসে।
কাহুঁদি দিয়া যেবে পৰিসে ॥
মুখৰ অৰুচি দূৰক যাই।
আচোক নৰ দেয় মোহ যাই ॥
ইলিহি মাছক চিৰকুটিয়া।
ত্ৰিকটু দিয়া তৈলে ভাজিয়া ॥
সেই ব্যঞ্জন যিজনে খাই।
আমৰ সদৃশ মুখ গোষ্কাই ॥
কচ ৰচ চিতলৰ আদ খান।
নেমু লোনদি বুজি পৰিমাণ ॥
আক খাই পাই তোষ প্ৰচুৰ।
আন ব্যঞ্জন কৰিব দুৰ ॥
চাউল দিবা যেতেক তেতেক।
পানী দিবা তিনি তেতেক ॥
যেবে দেখা নিসিজে চাউল।
তেবে বুলিবা ডাকক বাউল ॥
পকা তেতেলি বুঢ়া বড়ালী।
বিস্তৰ কৰিয়া দিবাহা জালি ॥
কাটি থৈয়া দিবা টেঙ্গা জোল।
খাইবাৰ বেলা মুণ্ড নোতোল ॥

## গৃহিণী লক্ষণ।

শুদ্ধ ভাব শুদ্ধবংশে উত্তপত্তি।
পৃতি পদ বিনে আনত নাই মতি ॥

মধুৰ বচন বোলে সদাই।
স্বামীৰ বচন কিছু নেপেলাই॥
সম সৰু দাস্ত লাবণ্য মাত।
গৃহে বাতি দেই সন্ধ্যা বেলাত॥
ৰন্ধন কৰয় বচন মিঠ।
সেই গৃহিণীক বোলয় ইষ্ট॥
শাশুৰীত পুছি কৰে আয় ব্যয়।
সে নাৰীক সদা লক্ষী নেৰয়॥
গুৰু পদ সেৱা অতিথি পূজে।
চিৰকালে নাৰী সুখক ভুঞ্জে॥
ৰৌদ্ৰত কাটি কুটি থৱে শুকাই।
বৰ্ষা চাৰি মাসে বসিয়া খাই॥
কড়া কড়া কৰি সাঞ্চয় ধন।
ৰাখিব বিশ্বাস কৰি যতন॥
স্বামীৰ সেৱা গধূলী ৰাতি।
ডাকে বোলে সেই লক্ষীৰ জাতি॥
যি নাৰী প্ৰভাতে নিদ্ৰাক যায়।
বাসি শয্যাত সূৰ্য্যক পাই॥
উদয় কালত নিলিপে ঘৰ।
ডাকে বোলে তাইক ছাৰিয়ো নৰ॥
স্বৰ্ণ দন্ত পাতল ওঠ।
তাইৰ দেখিয়া দন্দৰ ছোট॥
ওঠৰ ওপৰে গোফৰ সাৰি।
সিজনী জানিবা বিধবা নাৰী॥
বাৰীত কূপ নদীক যাই।
সঘনে স্ত্ৰী পৰমুখ চাই॥
স্তন কোথ দৰশাৱে পিঠি।
বোলন্ত ডাকে হেবা তাই ছুষ্টি॥
কুকুৰ্টা মুৰী চকলা পিঠি।
খাইবই ভাৰ মেলক দিঠি॥

ধান বনাই আনোৱাই পানী।
বোলন্ত ডাকে সিজনী ৰাণী ॥
হেট মুৰিয়া গিৰী।
লেকুৱা ওঠি তিৰী ॥
সাজৰ কোবত গাজে দেৱ।
ইতিনিৰ আশয় নেপাই কেৱ ॥
সৰুসূতা কাটে বৱে তাঁত।
চা চুবুৰিয়া মুশুনে মাত ॥
ৰন্ধন গাৱে নলাগে কালি।
ডাকে বোলে সেই ৰান্ধনী ভালি ॥
কাখত কলসি নদীক যাই।
তলমুণ্ড কৰি কাকো নচাই ॥
যি পথে যাই সি পথে আসে।
ডাকে বোলে ভাল মনত ভাসে ॥
কুচ্ছিত নাৰীত যাহাৰ বাস।
তাহাৰ কোন জীৱনত আশ ॥
অল্প বুলিলে পাৰয় গালি।
ডাকে বোলে তাইক খেদা নিকালি ॥
পৰৰ গৃহত যাহাৰ বাস।
তাহাৰ কোন জীৱনত আশ ॥
যিতোৱে নুবুজে ৰাজ কাজ।
তাক নপঠাইবা সভাৰ মাজ ॥
যি ঠাইত থাকে ৰাজ দৰ্ব্বাৰ।
পুখুৰী পাৰত সাজিবা ঘৰ ॥
উঠঙ্গা কপাল বকতা স্ত্ৰী।
একোকালে ভাইৰ নাহিকে শ্ৰী ॥
দিবাভাগে যোগ্য নুহিকে ৰতি।
নদীৰ পাৰক নযাইব ঘাতি ॥
শাক শুকলটি দিনত বাছে।
সি ঘৰত জানিবা লখিমী আছে ॥

বাপে পোৱে ক্ষৌৰ কৰ্ম্ম কৰি
মঙ্গলে খাবা কড়াই।
আঠে পখে খাবা তিতা
যমে থাকিব ডৰাই॥
যি ঘৰত অতিথি পূজা নকৰে।
লখিমী নাথাকে তাহাৰ ঘৰে॥
প্রতি দিনে যিতো বিপ্ৰক ভুঞ্জাই।
তাহাৰ জানা সাফলে আয়ু যায়॥
গৃহিনী হৈয়া বোলে কটুৰ।
আয় নাজানি কৰে ব্যয় প্রচুৰ॥
ওলাই গৈ নাসে সে কালে।
দুষ্টা স্ত্রী বোলে ডাক গুৱালে॥
যি গৃহিনীৰ আউল কেশ।
কন্দল কৰে বিপৰীত বেশ॥
অল্প খাই পেলাই প্রচুৰ।
ডাকে বোলে তাইক কৰিও দূৰ॥
কন্দল শুনিলে বাহিৰে যাই।
নাচনী শুনিলে সত্বৰে ধাই॥
সে নাৰীৰ সঙ্গে যি কৰে বাস।
তাহাৰ কোন জীৱনত আশ॥
অতিথি দেখিলে খঙ্গেৰে চাই।
সি জনী মৰিলে নৰকে ঠাই॥
ভাল বস্তু পাইলে আপুনি খাৱে।
যমদূতে তাইৰ মুখ নচাৱে॥
যি গৃহিণী সুবুজে ন্যায়।
স্বামীৰ নজানে অভিপ্রায়॥
ভাল বুলিলে কৰয় খঙ্গ।
তাইৰ সঙ্গত নিমিলে ৰঙ্গ॥
ক্ষৌদ্ৰত বান্ধে কাঠে খেৰে।
বৰ্ষাত বান্ধে চালে বাৰে॥

পাভত যি জনে পৰিশে লোম।
তাইৰ ঘৰত হৰিব সোণ ॥
এক বুলিলে দুগুণ বোলে।
স্বামীৰ শয্যাক পাৰেৰে ঠেলে।
দুনাই বুলিলে কৰয় খঙ্গ।
পণ্ডিত নৰে নকৰে ৰঙ্গ ॥
অতি দীৰ্ঘ ভূজে হোৱয় ৰাণ্ডি।
যুপগ ভূজে জানিবা ৰান্দী ॥
পিঙ্গটা নয়নে চঞ্চলা আতি।
কেৰা নয়নে কুলটা জাতি ॥
যাৰ পেট পিঠি উচ্চ ললাট।
তাইক দেখিলে চাৰিবা বাট ॥
স্বামী বধে মাৰে দেওৰ।
ডাকে বোলে তাইক চাৰিয়ো নৰ ॥
দিনত যিজনী থাকে ঘুমাই।
স্বামীক খঙ্গত বোলে বোপাই ॥
ধৰণী কাম্পে পাৱৰ ঘাই।
জানিবা সিজনী স্বামীক খাই ॥
মুকুছে যিজনী স্বামীৰ পাশে।
পৰমুখ চাই মুচুকাই হাসে ॥
ঘৰত ঢেকি পৰঘৰে যাই।
ডাকে বোলে তাইক পৰেসে বাই।
টিক বলধা ওলাই মাটি।
মাক ভালে জীয়েক জাতি ॥
পৰ ঘৰ হস্তে বাখিব নাৰী।
ভেবেসে ধৰ্ম্মক ৰাখিবে পাৰি ॥
যিজনী নাৰী অতি দূৰে যাই।
সিজনী সতীৰ ধৰ্ম্ম নপাই ॥
কথা কহিতে তোলয় হাসি।
ডাকে বোলে আমি ভাল নভাষি ॥

ধুবুনী মালিনী নটি গোৱালী।
সদা পৰিহাস বচন ভালি ॥
যাৰ কোন কথা হাসিয়ে সাৰ।
ডাকে বোলে সেই দুষ্টাক ছাৰ ॥
ঘৰে ছুলি মেলি ৰান্ধে বাহিৰে।
অল্প ছুলি ফালি বান্ধয় শীৰে ॥
ঘৰ ছাৰি যাই পৰৰ ঘৰ।
ডাকে বোলে দুষ্টা জানিবি নৰ।
বাটে ঘনে ঘনে উলভি চাই।
পৰ পুৰুষত থাকে অভিপ্ৰায় ॥
পলকে আছে পলকে যাই।
ডাকে বোলে তাইক নিদিবা ঠাই ॥
মানুহ নহলে গায়য গীত।
পৰ পুৰুষত থাকয়ে চিত ॥
অল্প কৰি লই ওৰণী।
লাসে লাসে যাই সেই দুৰ্জ্জনী ॥
তাইক সুবুলিবা নাৰীত সতী।
যি জনী সততে পৰত ৰতি ॥
সততে হাসি মুখত কৰে।
ডাকে বোলে তাইক নপৈবা ঘৰে ॥
যি জনী দিনত নিদ্ৰাক যাই।
স্বামীয়ে দণ্ডিলে দোষে নপাই ॥
যত কাৰ্য্য কৰে কাতো সুপুছে।
ডাকে বোলে তাইক মনে সুৰুছে ॥
ওচৰত পুখুৰী দূৰক যাই।
পৰৰ আশায়ে ৰাটক চাই ॥
ৰাণ্ডি হুই কৰে ভোগক ইছা।
ৰাতি ফুৰি মাত্তে দিনত মিছা ॥
পৰত খুজিয়া গুৱাক খাই।
ডাকে বোলে ভাল নহয়ে তাই ॥

আৰ দৃষ্টি কৰি হাসিয়া চাই।
অবসৰ পাইলে বাজক ধাই ॥
যি নাৰী বাৰীয়ে কৰয় বাট।
যুৱতী হুই বেহাই হাট ॥
চল চাই চাই দেখাৱে স্তন।
ডাকে বোলে বেশ্যাৰ জানিবা মন ॥
বাৰিষাত জাপি এৰিয়া যাই।
পানী বুলি সিতো গৰাসে খাই ॥
শিয়াপাত লৈ খাই দুগ্ধ।
ডাকে বোলে সিতো নিশ্চয় অবোধ ॥
যিজনী আলাস সূতাৰ কাজে।
প্ৰভাতে দেখিবা গোহালি মাজে ॥
ডাকৰ কথা সদায়ে আচৰা।
হৰি হৰি বুলি সংসাৰে তৰা ॥

## পৰিত্যাগ কথন।

তিনি নাৰী যাৰ একেটী স্বামী।
তাক পৰিহৰ বোলোহো আমি ॥
পৰিহৰ সভতে পৰ অন্ন আশ।
পৰিহৰ শূন্য নগৰে নিবাস ॥
পৰিহৰ শুকটী মৎস্যৰ জোল।
পৰিহৰ অসতী জনৰ বোল ॥
পৰিহৰ মন্দিৰ সমুখে বাট।
পৰিহৰ যুৱতী যি কৰে হাট ॥
পৰিহৰ যতনে নিদাৰুণী মাৰ।
পৰিহৰ মন্দিৰ যদি ফটাপাৰ ॥
পৰিহৰ গুৱা কৰে বুন্ বান।
পৰিহৰ নৃপতি যদি নাই গুণ ॥

পৰিহৰ অতি ধনী বান্ধৱৰ সুখ।
পৰিহৰ ব্যঞ্জন বাসিব সুখ॥
পৰিহৰ কিৰিষি যদি নদী পাবে।
পৰিহৰ নাৰীত ৰতি থাকে যাবে॥
পৰিহৰ দুতৰ গ্রামত বাস।
পৰিহৰ দুষ্ট তনয়ৰ আশ॥
পৰিহৰ কড়ি যদি নাই হাট।
পৰিহৰ ছাতি বিনা চলে যিতো বাট॥
পৰিহৰ পুখুৰীৰ পিচলা ঘাট।
পৰিহৰ কৃষি মধ্যে যদি বাট॥
পৰিহৰ বৃদ্ধ বয়সত কাশ।
পৰিহৰ দস্তুৰ বিহিনে সবে আশ॥
পৰিহৰ দস্ত মেঘৰ মালা।
পৰিহৰ গ্রীষ্মত মেঘৰ শালা॥
পৰিহৰ অন্য দেৱতাৰ আশ।
ধৰ হৰি পাৱে কৰি বিশ্বাস॥

---

## কৃষি লক্ষণ।

হালোৱা লবা বিভাৰ মুৱা।
দোভাগ নিশাত বিচাৰে গুৱা॥
শত ভাঙ্গি কৰ পঞ্চাশ।
দয়ে বামে কৰিয়া চাষ॥
ছাঁওঁ আছিবি ছাঁত যাবি।
তেবে ভাত আতি খাবি॥
তেঁও যদি নহয় শালি।
তেবেসে পাৰিৱা ডাকক গালি॥
ক্ষি কৰিব চাহ পুৰণা।
যদি কৰে বতৰ কেনা॥

ৰদে বৰখুণে সমে যাই।
তেবেসে কৃষিৰ লাভক পাই॥
মাঘি সপ্তমীত বৰিষে দেৱ।
বেহা এৰি কৰা নাঙ্গল সেৱ॥
এক মন কৰি ধৰিবা ডাটি।
তেবেসে নাই কৃষিৰ ঘাটি॥
ৰবি ৰবিসুত ভুমি নন্দনে।
মাঘৰ আঁওসী তৃতীয়া দিনে॥
ইহাতে উত্তৰা যেবে পাই।
অৱশ্যে জানিবা আহু হৰাই॥
ফাগুণৰ শেষে চৈত্র প্রবর্ত্তে, যেই হয়ে বাৰ।
আকে শিতলা, শনিৰে পাতলি, ধুলি এন্ধাৰ॥
সোমে বহু জল,
কৃষিৰ বিফল ডাকৰ বচন সাৰ।
যদি হোৱে বুধ, বিৰচতি শুক্রবাৰ,
মেদিনী নসহে শস্যৰ ভাৰ॥
মাহ সৰিয়হ কপাহ বাঁহ।
চাৰিকো খালে নাহিকে আশ
যত লাভ পাই সৰিয়হ মাহে।
তত লাভ পাই কলা কপাহে॥
যথাত কলা কপাহৰ বাৰী।
তথাত লুভিয়া সকল নাৰী॥
কলা কপাহ আৰ্জিব দুৰ।
ওচৰত ভৈলে দোষ প্রচুৰ॥
পুবে ৰেণু পশ্চিমে ছায়া।
সেহিসে শস্য ভ্রমৰ কায়া॥
যেবে কৃষিক কৰিবা আশ।
তেবে নকৰিবা শাওণত চাষ॥
আহাৰ শাওণত নকৰে ধান।
তাহাৰ কৃষিত কিমত মন॥

যদি স্বামী জন দিঠিকৰ হয়।
তেবেসে কৃষিৰ ফল সিজয়॥
শীত সৰিয়হ মিত মাহ।
শৰণত নাকাটি বেত বাঁহ॥
ভাদৰ চাৰি আহিনৰ চাৰি।
মাহ বৰা যিমান পাৰি॥
শীত সৰিয়হ মীত মাহ।
গণ্ড যোগত নুকুইবা বাঁহ॥
তিনি হাত তিনি মুঠি, কোৰৰ নাল।
আঠাৰ মুঠিয়া টোকোন ভাল॥
কাচি খন্তিৰ ছুটা মুঠি।
এহি বুলি ডাক গৈলন্ত উঠি॥

---

## বৃষ লক্ষণ।

গৰু কিনিবা চিকণ জালি।
দুই চাৰি ছয় দন্তীয়া ভালি॥
হৰিণৰ সমান জিহ্বা কাণ।
হেন বলদ বিচাৰি আন॥
বলদ কিনিবা বহু বুজিয়া।
বাচি সুধিবা ধোবা তেলিয়া॥
দহ চাৰিত সোধা পোছা।
তেবেসে কিনিবা বলধ গোটা॥
ছয় নব দন্তী ভাগ্যেসে পায়।
সাত দন্তীক দেখি পলাই॥
গাঁৱৰ বলদ নিকটৰ ভুঁই।
ইহাক নেৰিবা জানন্তা দুই॥
জিকাক বিছাৰি কিনিবা গাই।
সৰু মুই পাঁচ ডাঙৰী চাই॥

নেজ টকা সৰু মূৰ।
লাওমুৰা হলে ভেজিবা দূৰ ॥
বিছা নেজিয়া কলিয়া চুটা।
কিনিবা বিছাৰি বলদ গোটা ॥
যাৰ নাই ধাৰ ঋণ।
সি গৃহস্থে বুঢ়া গৰু কিন ॥
বলদক ভাই নিদিবা দুখ।
তাহাতে আছে ভাতৰ সুখ ॥
গৰু কিন চিত পাখৰ।
তাক মেলিবা একে আখাৰ ॥
টকা নেজা ঠুটৰী চুটি।
সেইটো জানিবা গৰিয়াগুটি।
শৰখীৰাৰে পীয়ে পানী।
গোমচকৰিয়াক ঘৰলৈ নানি ॥
তালজুৰিয়া বৰে হাল।
ভাতে নাতে সৰ্ব্বতি কাল ॥
গৰু কিনিবা নিঘুণ বগা।
বোলন্ত ডাকে মই হওঁ লগা ॥
গৰু কিনিবা দীঘল নেজা।
মৈত উঠিলে নহয় কুজা ॥
শিঙ্গ ভগা গৰু মুঘুৰি হালে।
ৰঙ্গা বৰণীয়াক ঘুৰিয়ো হালে ॥
কাল বলদক যতনে যুৰি।
আযুৰিব জোৰা দুই ডামুৰি ॥
যদি হালে হৰে নাঙ্গল ভঙ্গ।
বৎসৰত তাৰ নিমিলে ৰঙ্গ ॥
তাত যদি গোৰে যোন্ত চিৰে।
মাৰে গৃহস্থক অতিশয় পীড়ে ॥ * ॥

## জ্যোতিষ প্ৰকৰণ।

মেঘত আদিত্য তুলাতে খোৰ।
যিমত ভৌম নাহিকে জোৰ॥
বৃষত চন্দ্ৰ অংশকে পাই।
চতুৰ্দ্দোলে সিতো গাৱ ঘেলাই।
অষ্টমে ৰাহু সপ্তমে ৰোহিত।
তৰঙ্গা ভুমিত হৰাৱে বিত॥
একড়া কড়িয়ো নুহুইবে ঘৰে।
সৰ্ব্বকালে তাক খাইবে পৰে॥
আক শনিয়া মঙ্গল সাতে।
কৰ কঙ্কালত ধৰিবে বাতে॥
ইহাক যাৰ গণিতাত পাই।
হাতভৰি তাৰ শুকাই যাই॥
দুই ভিতি শুভ মধ্যে আক।
হস্তীৰ কন্ধত দেখিবা তাক॥
জীৱন্ততে ধন জনক পাই।
মৰিলেও হোৱে স্বৰ্গত ঠাই॥
লগ্নৰ লগত শনিৰ মেলা।
সকলো কাৰ্য্যত কৰাৱে হেলা॥
সপ্তমত মঙ্গলে দেখয় যেবে।
মেঘৰ নাদত মৰিব তেবে॥
দুই ভিতি মন্দ মধ্যে লুগা।
তাৰ কোষ্টীৰ ছেদ যোগা॥
অষ্টমে ৰাহু চান্দক যেবে।
তাৰ শিৰচ্ছেদ হৈবেক তেবে॥
শৰণ লাগিলে নাসাজিব ঘৰ।
অগ্নিৰ যত ধানত খৰ॥
ৰাগ নাজানি গাই গীত।
পৰৰ নাৰীত সদায়ে চিত্ত॥

উৰে যাৰ খঞ্জাই খহু ।
বোলন্ত ডাকে তিনিয়ো পহু ॥
দৈইৰ পানী পহিলৰ কানি ।
কায়স্থ জনৰ অপৰাণী ॥
আপদ কালত স্তুতনী বাণী ।
নাইকিয়াত কৈ ভাল মানি ॥
লঘু হলু লঘুৰ সঙ্গে ।
মৰিলো সপত ভঙ্গে ॥
উতো বুকু তল যাওঁ ।
মিচালৈলো শাল কাঠৰ নাওঁ ॥
মেষ কাকৰ তুলা মকৰ ।
এই চাৰি ৰাশি গণিতা সাগৰ ॥
হৰি হৰি দৈ তলে যাই নৈ ।
আমাৰ কপালে যিভৈল সিভৈল পক্ষীগণ থাকিব কৈ ॥
ডাল ভাঙ্গিলো ফল ভক্ষিলো
লাদে পুটিলো কায় ।
সুবৃক্ষক আশ্রয় কৰিলো মৰিতেও
নেৰাইলো দায় ।
ৰে ৰে চন্দন নকৰ ক্রন্দন
ৰৰতেসে বৰ পাই ।
আছিল নগৰে পশিল সাগৰে
এবে ভৈল যুৱতী সহাই ॥
আঁওসীৰ প্রতিপদ পুৰ্ণিমাৰ ৰাতি ।
মাকৰ ঘৰলৈ নযাই জী ॥
হাঞ্চী জেঠি উজন্তি খালে ।
মিচা মাতে সৰ্ব্বকালে ॥
যাওঁকি নাযাওঁ কৰে মনত ।
যাত্রাকৰে শনিৰ ক্ষণত ॥
যদি নমৰে পাৱয় ভয় ।
ফুৰন্তে ফুৰন্তে হাৰা শান্তি হয় ॥

দধি মধু ঘৃত শুক্ল তণ্ডুল।
শুকুলা চামৰ শুকুলা ফুল॥
হংস দৈবজ্ঞ সুন্দৰী কন্যা।
যাত্ৰাৰ কালত সকলো ধন্যা॥
দ্বিজ মৃগ মীন দেখিয়া থৈবা।
অগ্নিৰ তৰঙ্গ বামত পাইবা॥
আগ কৰি দক্ষিণ পাও।
যৈকে লাগে তৈকে যাও॥
ক্ৰন্দন ভাল দীঘল কৰি কান্দে।
শকুনিয়ো ভাল উড়ি যাই কান্ধে॥
সুদা কুম্ভো ভাল পানী লাগি যাই।
সৰ্পো ভাল ডাহিনত পাই॥
নাম অক্ষৰ দুই মাত্ৰ কৰি।
নাম স্থিৰ কৰি পুৰুষ নাৰী॥
বেদে হৰি পাইব ভাগ।
তেবে পাইব জীৱন মৰণ লাগ॥
শূন্যে একে মৰে পতি।
দুই পালে মৰে যুবতী॥
তিনি পাইলে উভয় মৰণ।
ডাকৰ এই নিশ্চয় বচন॥
যোগীৰ অক্ষৰ গ্ৰহে গণিয়া।
তিনি বাৰ লৈব সম কৰিয়া॥
বসু দিয়া তাক হৰিব ভাগ।
জীৱন মৰণ পাইব লাগ॥
চন্দ্ৰনেত্ৰে পাইব বান।
যমৰ পুৰৰ বাহুৰি আন॥
ভূত বেদ পাইব ছয়।
দিনা চাৰি পাঞ্চ মিলন হয়॥
সপ্ত শূন্য পাইব যেবে।
ৰোগীৰ মৰণ কহয় তেবে॥

আছন্তে বুদ্ধি কালে বিনাশিল।
নগাজাঠিয়ে ছুল বান্ধিল ॥
সোমে শণি পূবে বাস।
ছুটি গলে এটি নাশ।
উত্তৰে কৰিবা শঙ্কা ॥
গাৰ লতি ঘটি ভৰিবা টঙ্কা ॥
হেট মুণ্ড পাৱ উপৰ কৰি।
জলৰ মধ্যেত থাকিব মৰি ॥
দক্ষিণে বুধে নযাই শঙ্কা।
উত্তৰে মঙ্গলে কৰিবা শঙ্কা ॥
গাৰ লটি ঘটি ভৰিবা টঙ্কা ॥

---

## বর্ষালক্ষণ

যেবে জলধৰে বৰিষে ধাৰে।
তেবে কি কৰিব গণিতা কাৰে ॥
তথাপিতো তিথি বাৰক চাই।
ডাকে বোলে কিছু বোলন যাই ॥
আহাৰৰ নবমী শুক্লা পক্ষত।
যদি নবৰিষে ভূমি তলত ॥
হাল ৰাখিয়া চিন্তিয়ো দেব।
ৰাজাৰ গৃহত কৰিও সেৱ ॥
যদি বৰিষয় জলৰ কণা।
ৰঙ্গ কৰি নাচে কৃষক জনা ॥
বোলন্ত ডাকে ঢিল মাটি পাই।
কান্ধত নাঙ্গল ধৰিয়ো যাই ॥
মেঘক দেখিয়া হাল কোবাই।
জানা শস্য তাৰ অধিক পাই ॥

ডাকে বোলে কেনে ধৰণী চহ।
কঠিয়া নাঙ্গল নষ্ট কৰহ॥
মাঘ মাসত ৰোহিণী নক্ষত্ৰ
যদি নবৰিষে দেব।
হাল ডোল বেছি কৰ সব লোক
দেবী মহাদেৱক সেৱ॥
বৰ্ষা কালত বেঙ্গৰ ৰাও।
হাল গৰু লৈয়া পথাৰক ধাও॥
মাঘত ৰৌদ্ৰ বৈশাখত শীত।
চাৰি মাহ অল্প বৃষ্টি ভূমিত॥
মাঘৰ শেষত বৰিষে পানী।
অল্প বৃষ্টি আগলৈ জানি॥
উদয়ে সিন্দুৰ পচিমে কালি।
তেবেসে হৈব বৰিষণ ভালি॥
প্ৰকাশিয়া ৰবি উঠিয়া নাসে।
ডাকে বোলে বৃষ্টি হৈব আকাশে॥
ধনু মীন কন্যাত শনিৰ বাস।
হাতী ঘোৰা গৰু মানুহ নাশ॥
নহৱে নবীন পুৰাতনো নাশ।
যুদ্ধত লোক যমপুৰে বাস॥
আকাশত ভাসে পানীৰ গছা।
পৃথিবী বুড়াইব জানিবা সঞ্চা॥
ভূমিক চহিবা ডাকে বোলয়।
বীজ পাব শালী বহুত হয়॥
মেষ কাকৰ তুলা মকৰ।
এই চাৰি ৰাশি গণিতা ভিতৰ॥
ইহাত যদি উত্তৰা পাই।
গহিন বাৰিষা আছু হৰাই॥
ডাকে বোলে বাপু শুনা উপাই।
বাণিজ্যৰ ফল কৃষিতে পাই॥

যি নৰে সদা কৃষিক কৰে।
বেহাৰ ফল পাইব ঘৰে।
সোণা ৰূপা কিবা কৰি।
ভাত নেখালে ভোকতে মৰি॥
হীৰা মাণিক থাকে অপাৰ।
খুদ নহলে মৰণে সাৰ॥
ধনৰ মধ্যত ধানেসে শোভন।
ধান নহলে মৰা তেতিক্ষণ॥
এতেকে কৃষিক কৰিবা-সাৰ।
দুৰ্ভিক্ষত কৃষি কৰে নিস্তাৰ॥
নাঙ্গল বলদত সবাৰে আশ।
যাৰ নাই তাৰ সকলে নাশ॥
জেঠ মাস গৈল বিনা নাঙ্গলে।
তাহাৰ কি মতে কিৰিষি ফলে॥
কিৰিষিত যদি কৰিবা মন।
হাল গৰু ৰাখি কৰা যতন॥
মাজে জান যদি যাই বহিয়া।
খাই সুখে থাক ঘৰে বসিয়া॥
ধান হলে হোৱে সবে সাম্ফল।
ধান নহলে সকলে বিফল॥
দেৰিয়া ভূমিক লৱে সুবুধি।
ঘন আলি দিবা সবাক সুধি॥
শাওনৰ কঠিয়া নহয় ধান।
আহিনৰ গোছ বিফল জান॥
আহিন কাত্তিত ৰাখিবা পানী।
যেনেকৈ ৰাখে ৰজাই ৰাণী॥
আলিৰ ওপৰে দিবাহা আলি।
খেতি হল বুলি জানিবা ভালি॥
কিৰিষি কৰিবা একান্ত মনে।
নফলে কিৰিষি বিনা যতনে॥

গোচৰৰ নিষ্ফল নকৰে কাণ।
খেতিৰ নিষ্ফল পথাৰত নহয় ধান ॥
লৰৰ নিষ্ফল আগত আছে নৈ।
তিৰীৰ নিষ্ফল পাটীত নাই পৈ ॥
আহু ৰুবা খোজত বুৰি।
শালি ৰুবা বেগত জুৰি ॥
আঠুৰ ওপৰে থাকে পানী।
হাতেকতে গোছ দিবা জানি ॥
কৃষি ৰাখিবা বেড়ি যতনে।
সফল কৃষি মানিবা মনে ॥
কৃষি কৰিবা ওচৰ ভাগে।
ডাকে বোলে মোৰ মনে লাগে ॥
ঘন সৰিয়হ পাতল মাহ।
আন্নৰণ দিবা কপাহ বাঁহ ॥
তিনিশ ষাঠি জোপা ৰুবা কল।
মাসেকে পখেকে চিকুনাবা তল ॥
পাত পচলা লাভত খাবা।
লঙ্কাৰ বাণিজ ঘৰতে পাবা ॥
আঠীয়াত গোবৰ মনোহৰত জাবৰ।
পুৰাত খাই মালভোগত ছাই ॥
সাতে পাতল পাঁচত ঘন।
ছয়ত তামোল নদন বদন ॥
জালুকত গোবৰ পানত মাটি।
কলাপুলি ৰুবা তিনি বাৰ কাটি ॥
তিনি শুঁৱনে পান।
একে আহিনে ধান ॥
পুবে হাঁহ, পচিমে বাঁহ।
উত্তৰে গুৱা দক্ষিণে ধুৱা ॥
ডাকৰ বচন বেদৰ বাণী।
পো লগা তিৰী ঘৰলৈ নানি ॥

তোকো বধে মোকো বধে ।
ভাল ভাল বস্তু পিতেকলৈ সাধে ॥
ছাগ পাৰ পোহে হাঁহ ।
তুই সীমাত বোৰে বাঁহ ॥
যাৰ থাকে মহ গৰু ।
ইতিনি কথাত হবা সৰু ॥
যদি সৰু নোহোৱা হোৱা ঠাকুৰ ।
লোকে বুলিব নিলাজ কুকুৰ ॥
জাপি লাঠী টনা ।
ইয়াক এৰিলে দিনতে কণা ॥
শিয়ে পিয়ে লিয়ে ।
এই তিনি ওপৰতে জীয়ে ॥
পঢ়ে পঢ়াই বোৰে পান ।
এই তিনি নিচিন্তে আন ॥
তিৰীৰ চিকণ ওৰনি লোৱা ।
গৰুৰ চিকণ হামোৰে কামোৰে খোৱা ॥
কটাৰি চিকণ গুৱা ।
টোপনি চিকণ পুৱা ॥
ব্যঞ্জন চিকণ হালধি ।
কুটনে চিকণ খাৰধি ॥
লিখনে চিকণ কাপ ।
বাড়ীৰ চিকণ ধাপ ॥
কমাৰৰ চিকণ অস্ত্ৰ ।
ধোবাৰ চিকণ বস্ত্ৰ ॥
মন্ত্ৰীৰ চিকণ ৰাজ্য ।
জলৰ চিকণ মৎস্য ॥
খণিকৰ চিকণ লিখনি ।
থাপত চিকণ ছিলনি ॥
কত জন্মে পুত্ৰৱতী নাৰী ।
কত জন্মে টামোলনী বাৰী ॥

কত জন্মে ভাতে ভাতক খাই।
কত জন্মে পৰে পৰক বায়॥
জ্ঞানীক ভাত দিয়ে তলমুকৈ খায়।
অজ্ঞানীক ভাত দিলে চাল বাৰ চাই॥



# অসমীয়া সাহিত্যৰ চানেকি।

## প্ৰাক্ বৈষ্ণৱ যুগ।

---

### ৰুদ্ৰ কন্দলী।

মহাভাৰত। দ্ৰোণপৰ্ব্ব

সাত্যকী-প্ৰবেশ।

দ্ৰোণে বুলিলন্ত হেন দাৰুণ বচন।
শুনি যেন সুশুনিলা তোমাৰ নন্দন ॥
ভাল ভাল ম্লেচ্ছ সেনা বাচি বাচি লৈলা।
আতি শীঘ্ৰ কৰি সাত্যকীক খেদি গৈলা ॥
দ্ৰোণে পুণৰপি পাঞ্চালত পশিলন্ত।
সোমক পাঞ্চাল সঞ্জয়ক সংহাৰন্ত ॥
পাঞ্চাল ৰাজাৰ তনয়ক বিৰকত।
দ্ৰোণক মাৰিয়া বৰ দেখাইলা বীৰত্ব ॥
দ্ৰোণৰ হৃদয়ে ভেদিলেক পাঞ্চ শৰ।
সাত শৰে সাৰথিক কৰিলা সংহাৰ ॥
এক শৰ মাৰিয়া ধ্বজক কম্পাইলা।
চাৰি শৰ মাৰি তাৰ ৰথক তম্ভাইলা ॥
ৰথ তম্ভিবাৰ দেখি সকলে পাঞ্চাল।
শঙখ সিংহ নাদ কৰে কৰিয়া ঘঞ্চাল ॥

বৰ বৰ বীৰে দিলে অস্ত্ৰ ঝাকে ঝাকে।
শৰ হানি গুৰু ক্ষণে কাটিলন্ত তাকে ॥
তাসম্বাক ভঙ্গাই এক শৰ লৈলা তুলি।
বিৰকত বীৰক মাৰিলে হুঃ বুলি ॥
বৰ ছোটে শৰ পাত পৰিল হৃদিত।
ভূমিত পৰিল গৈয়া দাৰুণ বেগত ॥
ভূমিত পৰিল গৈয়া মৰা কলেবৰ।
বতাসে ভাঙ্গিলা যেন বৃক্ষ চম্পকৰ ॥
ৰাজাৰ কুমাৰ এক বাণে যে পৰিল।
পাঞ্চাল ৰাজাৰ যেন হৃদয় লৰিল ॥
তানে চাৰি সোদৰ ভ্ৰাতৃৰ সন্তাপত।
দ্ৰোণক ধাইলেক আৰু সেনা অপৰ্য্যাপ্ত ॥
শৰ ছোটে ভঙ্গাইলেক দ্ৰোণ সেনাপতি।
ক্ষণেকতে কৰিলন্ত চাৰিকো বিৰথি ॥
পুৰ্ণ চন্দ্ৰ সমজ্বলে চাৰিৰো বদন।
ভল্লে কাটিলন্ত ভৰদ্বাজৰ নন্দন ॥
চাৰিৰো বদন ধৰণীত পৰি ভাসে।
লাল চিঙ্গা পদ্মো যেন কৰয় প্ৰকাশে ॥
আগত পৰিল যেন সোদৰ পঞ্চ ভাই।
ধৃষ্টদ্যুম্ন কান্দন্ত লোতক বহি যাই ॥
হাঁ কি কৰিলোঁ মই কোথাই সন্ধয়োঁ।
সহোদৰ পঞ্চ ভাইৰ সন্তাপ এৰায়োঁ ॥
দ্ৰোণক নমাৰি কেনে থৈয়া আছোঁ ৰাখি।
নিতে নিতে ব্ৰহ্মবধী ভাঙ্গে মোৰ পাখি ॥
সাৰথিক বোলোঁ মোৰ দ্ৰুতে বাহা ৰথ।
আবে ব্ৰাহ্মণক মাৰি পেশো যম পথ ॥
সাৰথিও দ্ৰুত কৰি বাহিলন্ত ৰঙ্গে।
ধৃষ্টদ্যুম্নে দ্ৰোণক মাৰিলা শৰ খঙ্গে ॥
বাহু হৃদি ললাটে ফুটিলা গুৰু দ্ৰোণে।
হাহাকাৰ কৰয় সকলে কুৰুগণে ॥

ডাটিয়া ডাটিয়া বীৰে হৃদয় ফালয়।
গুৰু দ্ৰোণে তাহাকো কটাক্ষ নকৰয়॥
দুনাই দুনাই কোপে ধৃষ্টদ্যুম্ন বীৰ সাৰ।
কৰিলন্ত নবৈ শৰে হৃদয় দোহাৰ॥
ৰৰ ছোট পায়া দ্ৰোণে ৰথত পৰিল।
দুনাই দশ শৰে তাৰ ললাটে ভেদিল॥
হাহাকাৰ ভৈলে দুনাই কৌৰব দলত।
ধৃষ্টদ্যুম্নে খাণ্ডা ধৰি নামিলা ৰথত॥
খাণ্ডা তুলি ব্ৰাহ্মণক কাটিবাক যান্ত।
সৰ্পক দেখিয়া যেন গৰুড়ে কাম্পন্ত॥
দ্ৰোণ ৰাখিবাক মনে সব বীৰগণে।
নিৰন্তৰে কৰিলেক শৰৰ সন্ধানে॥
খঙ্গৰ বেগত শৰ কাটিয়া পথত।
ঝাম্প দিয়া চৰিলন্ত দ্ৰোণৰ ৰথত॥
খাণ্ডা তুলি ঘাৱ মাৰিবাক চান্ত নৃপে।
চক্ষু মেলি দেখি জাম্প দিলা সেহি চিপে॥
তেখনে ধৰিলা ধনু বিগত প্ৰমাণ।
বিগন্থিয়া শৰ দ্ৰুতে কৰিলা সন্ধান॥
লাম্ফে লাম্ফে দুয়ো বীৰ ফুৰয় ৰথত।
কাটিবাক নপাৰিলা শৰ সন্ধানত॥
কেটলা পশুৰ যেন ভৈলা কলেবৰ।
জাম্প দিয়া নামিলন্ত দ্ৰোণৰ ৰথৰ॥
ডাঙ্গৰ ধনুক দ্ৰোণে তেখনে ধৰিলা।
ধৃষ্টদ্যুম্নো তেখনে আপোন ৰথে গৈলা॥
সেহিক্ষণে ধনু ধৰি দ্ৰুপদ নন্দন।
দ্ৰোণক কৰিলা দশ নাৰাচ সন্ধান॥
পুনৰপি ভৈলা দুইৰো সমৰ অদ্ভুত।
দুইৰো শৰে সেনাগণ ভৈলা ভস্মীভূত॥
ছিদ্ৰ পাই দ্ৰোণে হানিলেক এক বাণ।
পাঞ্চালৰ সাৰথিৰ লৈলন্ত পৰাণ॥

সাৰথি পৰিল ঘোৰা ফুৰাৱে বীৰক।
আন বীৰে দ্ৰোণক মাৰিলা শৰ ঝাক॥
দ্ৰোণে দেখে পাণ্ডু বলে ব্যূহ বিধংসিলা।
পাঞ্চালক এৰি পাণ্ডৱক খেদি গৈলা॥
দ্ৰোণক সন্মুখ ভৈলা যুধিষ্ঠিৰ নৃপ।
দুঃশসনো পাইলা গৈয়া সাত্যকী সমীপ॥
ধনু টানি সাত্যকীক ষাঠি বান হানি।
দশ শৰ প্ৰহাৰিয়া বুলিলন্ত বাণী॥
অৰে বৃষ্ণি বংশ তুমি শৰ ছোট পাইলা।
পৰৰ নিমিত্তে কেনে মৰিবাক আইলা
শিলিৰ নন্দনে তাক মাতিবে নেদিলা।
কৰ্ণৰ মুৰত চাৰি শায়ক ভেদিলা॥
উলন্তি উলতি আসি ভেটিলেক বাট।
এহি বুলি চাৰি শৰে ভেদিলা ললাট॥
শৰ ছোটে যুবৰাজ মূৰ্চ্চাগত ময়।
দুৰ্য্যোধনে দেখি ত্ৰিগৰ্ত্তক আদেশয়॥
তৃতয় সহস্ৰ গৈলা ত্ৰিগৰ্ত্তৰ ৰথ।
দুষ্টাজাৰ সংসপ্তকে কৰিলা সম্মত॥
পিম্পৰাৰ বলে যেন দিল পটোৱাৰ।
চৌদিশ বেঢ়িয়া কৰে শৰৰ প্ৰহাৰ॥
সাত্যকীয়ে সবাৰে কাটিলা শৰ সঙ্গ।
হস্তী হয় কাটিয়া বীৰৰো ভেদে অঙ্গ॥
সবাকো বিধংসি হাজাৰেক মাৰি ৰথ।
দুই ভীতি মুকল নিলগাইলা পথ॥
অৰ্জ্জুনক দেখো বুলি শীঘ্ৰে চলি যান্ত।
দুনাই দুঃশাসনে নৱ শৰ হানিলন্ত॥
সাত্যকীয়ো তাক হানিলন্ত পঞ্চ বাণ।
পুনঃ আঠ শৰে.সাত্যকীক বৰ টান॥
সাত্যকীয়ো বাহু মুলে দুশৰে তাৰিলা।
দুনাই ধনু ছেদিবাৰ বেগে যে লড়িলা॥

আগুয়ান সেনাগণ পলাই ভাগি ভাগি।
দুঃশাসনে শকতি হানিলা পাশ লাগি॥
পাঞ্চৰিয়া হাতে শৰ হানি যুযুধান।
কাটিলন্ত শকতি পৰিল সেহি থান॥
আন ধনু ধৰি পিচে পিচে খেদি গৈলা।
তিনি শৰে ভেদিবাৰ আটাসেক দিলা॥
ক্রোধিয়া সাত্যকী হানিলন্ত ষাঠি বাণ।
দুঃশাসন হৃদয়ত কৰিলা সন্ধান॥
দুঃশাসন বীৰ ঢলি পৰিলা ৰথত।
আৰু দশ নাৰাচ হানিলা হৃদয়ত॥
সুস্থ হুয়া দুঃশাসন দুনাই গৈলা খেদি।
সিংহনাদ কৰিলেক কুৰি শৰে ভেদি॥
দুনাই সাত্যকী বীৰে হানি তিনি শৰে।
দৃঢ় কৰি ভেদিলেক দুই স্তন ভিতৰে॥
চাৰি শৰ মাৰি ঘোৰা নিলা যমথান।
একশৰ মাৰি সাৰথিৰ লৈলা প্ৰাণ॥
একশৰ হানি তাৰ কাটিলন্ত ধনু।
দুই প্ৰাঞ্চি সাৰথিৰ বেলগাইলা তনু॥
একশৰে ধ্বজ একশৰ হৃদয়ত।
ৰথ ভঙ্গে তযু সুত ভৈল ভূমি গত॥
ধনুত জুৰিল নমাৰিলা দুই বাণ।
ভীমৰ নিমিত্তে তাৰ নলৈলন্ত প্ৰাণ॥
ভীমে মাৰিবন্ত তৱ শতেক কুমাৰ।
এহি বুলি নকৰিলা দুনাই প্ৰহাৰ॥
যুড়িবাৰ শৰ পাত আনক মাৰিয়া।
অৰ্জ্জুন পাশক গৈলা শীঘ্ৰে ৰথ বায়া॥
ত্রিগৰ্ত্তৰ সেনাপতি নামত সুৰত।
দেখে দুঃশাসন হুয়া আছে ভূমিগত॥
আপোনাৰ ৰথে তুলি পলুৱাই নিল।
চিৰকালে দুঃশাসন চেতন লভিল॥

ঘোৰ যুদ্ধ কৰি চলে শিলিৰ নন্দন।
সেনাৰ মাঝত ভৈল দাৰুণ ক্ৰন্দন ॥
দুৰ্য্যোধনে সাত্যকীক ৰাখিবাক মনে।
মহাৰথীগণ সমে কৰিলা যতনে ॥
ৰাখিবাক নপাৰিলা থাকিলা জন্তাই।
যেন দৰিদ্ৰৰ বাঞ্চা মনত লুকাই ॥
এতেকতে ব্যূহ মুখে শুনন্ত আবাৱ।
ব্যূহ মুখে বিধংসিলা সকলে পাণ্ডৱ ॥
ব্যূহৰ মুখক গৈলা দুৰ্য্যোধন ৰায়।
দেখে ভাগি পলাই গৈল অবস্থা নলয় ॥
তাতে ধনু ধৰি ধাইল ৰাজা দুৰ্য্যোধন।
পাণ্ডবি দলত পশি কৰিলেক দন ॥
যেন মত্ত হস্তী গোটে সৰোবৰে নামি।
আপোনাৰ মনৰঙ্গে ভাঙ্গে কমলিনী ॥
সকলে পাণ্ডবি সেনা পলাই ভাগি ভাগি।
ভীমসেনে খেদি গৈলা নৃপতিক লাগি ॥
তাহাৰ লগত গৈলা সবে বীৰ গণ।
সবাহাঙ্কে ৰাজায়ে কৰিলা ঘোৰ ৰণ ॥
ভীমক কৰিল দশ শৰৰ সন্ধান।
ভীমৰ পুত্ৰক তাৰিলন্ত পাঞ্চবান ॥
সহদেব নকুলকো ভেদিলেক শৰে।
দশ শৰে হৃদয়ত ভেদি শিখণ্ডীৰে ॥
তিনি শৰে ভেদি ধৰ্ম্ম ৰাজাৰ ললাট।
দুই শৰে ভেদিলন্ত দ্ৰুপদ বিৰাট ॥
তিতিনি সায়কে দ্ৰৌপদীৰ তনয়ক।
পাৰ্ব্বতক মাৰিলন্ত সত্তৰি সায়ক ॥
আনো ৰৰ বৰ বীৰ আগুয়ান ভেদি।
হস্তী হয় পদাতি মাৰয় খেদি খেদি ॥
ধনুৰ মণ্ডল কৰি বিদ্যুত সঞ্চাৰ।
আউলাইলেক গৈলেক ভাগিয়া পটোৱাৰ ॥

যুধিষ্ঠিৰ ৰাজা তুনাই পাট ভল্লশৰে।
ধনু খান কাটিলন্ত ৰাজাৰ হাতৰে॥
এক গোটা ভল্লশৰ হাতে তুলি লৈলা।
কৰ্ণ মানে ধনু টানি কাটিয়া পেলাইলা॥
নৃপতিৰ হৃদয়ৰ কৱচ কাটিয়া।
ভূমিত প্ৰবেশ ভৈলা উৰচাট হুয়া॥
আৰো নব পতে শৰ হানি গোটে গোটে।
একশৰ হানি ক্ষেপিলন্ত ৰৰ ছোটে॥
ৰথতে কাম্পয় ৰাজা ধ্বজ গোটে ধৰি।
আমি সবে ধাইলোহো ৰাজাক পিচ কৰি॥
গোটে গোটে আমাক মাৰন্ত শৰ গণে।
পাচে ৰাজা দুৰ্য্যোধনে ধাইল কোপ মনে॥
থাক থাক বুলিয়া ৰাজাক খেদি যান্ত।
সকল পাঞ্চাল গণে ৰাজাক বেঢ়িলন্ত॥
সিহু পাঞ্চালক বেঢ়িলন্ত গুৰু দ্ৰোণে।
যুধিষ্ঠিৰ সমীপক পাইলা দুৰ্য্যোধনে॥
পাণ্ডবৰ হৃদয়ত ষাঠি শৰে হানি।
ৰথকো ধ্বজকো শৰ জালে থৈলা চানি॥
দোগোটা ৰাজাৰ যুদ্ধ ভৈলা ধুমাজয়।
দুভিতিৰ সেনা বোলে মিলিল প্ৰলয়॥
দুয়ো বীৰে শৰ হানে কাটে দুয়ো বীৰে।
ধনু কাটি কাটি যুজে গদা মুদগৰে॥
ছিদ্ৰ পায়া ধৰ্ম্ম ৰাজে লৈলা বংশ দণ্ড।
বোলে কৰি এৰো আজি কলহৰ অন্ত॥
কৰ্ণ মানে ধনু টানি কৰিলা প্ৰহাৰ।
নৃপতিৰ হৃদয়ত কৰিলা দোহাৰ॥
শৰ ছোটে ৰথতে পৰিলা কুক ঘায়ে।
মৰিল মৰিল বুলি পাণ্ডৱে চেঞ্চাৱে॥
পলুৱাইলা সাৰথি ঘোৰাক বেগে টানি।
দশো দিশে শুনি মাত্ৰ হাহাকাৰ ধ্বনি॥

কৌতুহলে পাণ্ডুগণে ৰাজাক বেঢ়িলা।
সাধু সাধু বুলিয়া ৰাজাক প্ৰশংসিলা॥
দুৰ্যোধনে কতক্ষণে চেতনক পায়া।
যুদ্ধ চাহি থাকিলন্ত দূৰত থাকিয়া॥
পাণ্ডৱৰ জয় কৌৰৱৰ ভঙ্গ দেখি।
ক্ৰোধে গুৰু দ্ৰোণ ধাইলা খানিকো নপেখি॥
মনে মনে ধাইলা গুৰু দ্ৰোণৰ নন্দন।
হুৰা মোক চায়া আছে ৰাজা দুৰ্য্যোধন॥
ইবেলাত যদি মই নকৰো সমৰ।
বুলিবেক দ্ৰোণে খতি খাইলে পাণ্ডৱৰ॥
মনে মনে গুণি পাচে সেনাত পশিল।
ব্ৰহ্মাস্ত্ৰক হানি হানি কৰন্ত নিৰ্ম্মূল॥
যেহি বীৰে যুজে সেহি লাহাৰি নসহে।
ভাগি ভাগি পলাই বীৰ আগত নৰহে॥
কৈকেয়ৰ ৰাজা ব্ৰহ্মক্ষেত্ৰ বুলি যাক।
মাৰিলেক দ্ৰোণক লাগিয়া সাত জাক
দ্ৰোণে হানিলেক তাক ষোড়শ সায়কে।
মহাবেগে চলি যাই কৈকেয় ৰাজাকে॥
ব্ৰহ্মক্ষেত্ৰে দেখে শৰ আসে আকাশতে।
নৱ নৱ শৰ হানি কাটিলা বাটতে॥
কৈকেয় ৰাজাৰ বৰ বিক্ৰমক দেখি।
আউৰ শৰ হানিলন্ত খানিক নাপেখি॥
তাকো শৰ হানি কাটি পেলাইলন্ত পাচে।
দুৰ্য্যোধনে দেখিয়া বিস্ময় হুয়া আছে॥
দ্ৰোণে যত হানিলন্ত কাটিল কৈকেয়।
দ্ৰোণেও থোথোৰা বাটি থাকিলন্ত তয়॥
কতোক্ষণে ব্ৰহ্ম অস্ত্ৰ মনে গুণি পাইল।
অস্ত্ৰ অভিষেক কৰি গুণত চৰাইল॥
যেভিক্ষণে ব্ৰহ্ম অস্ত্ৰ গুণে আনি থৈল।
ধনুৰ্গুণ হস্তে শৰ বজাইবাক লৈল॥

পৃথিবীয়ো খলকিল সাগৰ কম্পিল ।
ত্রিদশ দেৱৰ মাজে বিস্ময় মিলিল ॥
দশো দিশে উল্কা পৰে পৰয় নির্ঘাত ।
ৰুধিৰৰ বৃষ্টি ভৈলা পাণ্ডৱী সেনাত ॥
খৰ বায়ু বহে দিবা ভাগে অন্ধকাৰ ।
সকল সেনাৰ মাঝে শুনি হাহাকাৰ ॥
বল দিয়া হাম্বিলন্ত গুৰু দ্রোণে বাণ ।
গিৰ গিৰ শব্দে গৈয়া পুৰিল গগণ ॥
বৃহক্ষেত্রে দেখে ব্রহ্ম অস্ত্র আছে চানি ।
ব্রহ্ম শৰ নিবাৰিলা ব্রহ্ম অস্ত্র হানি ॥
দুনাই পঞ্চাশ শৰে ভেদিলা দ্রোণক ।
দ্রোণৰ হৃদয়ে লাগি গৈলা থকবক ॥
সুস্থ হুয়া গুৰু দ্রোণে মনে গুণি পাইলা ।
কৃষ্ণ বর্ণ সম শৰ হানিয়া পঠাইলা ॥
ধৰণীক গৈল বাণ ভেদিয়া হৃদয় ।
শৰ ছোটে কাম্পে ৰাজা থিৰ নোহে কায় ॥
গুঞ্জ হেন চক্ষু ফুৰাই চাহিলা দ্রোণক ।
হৃদয়ত ভেদিলন্ত সত্তৰি সায়ক ॥
সাৰথিকো দুই শৰে বাহুত তাৰিল ।
পৰম আনন্দে এক আটাস কৰিল ॥
সিংহ নাদ কৰি দ্রোণে দুগুণে কিটাইল ।
নিৰন্তৰে কৈকেয়ক শৰ বৰষিল ॥
বিস্তৰ কৰিলা শৰ কৈকেয় নৃপতি ।
হানন্তে কাটন্তে বীৰ হৈল আশকতি ॥
কৈকেয়ৰ বিহ্বল স্বভাব দেখি দ্রোণে ।
ষাঠি শৰে হৃদয়ত হানিলা সন্ধানে ॥
প্রাণ ছাৰি গৈল তাৰ শৰৰ ছোটত ।
ৰথ হৈতে ৰাজা ঢলি পৰিল ভূমিত ॥
ৰাজাক ঢালিয়া গুৰু পশিলা সেনাত ।
হয় হস্তী ৰথক মাৰন্ত অসংখ্যাত ॥

ধৃষ্টকেতু ৰাজা দেখে দ্ৰোণৰ বিক্ৰম।
সাৰথিৰ মুখ চাই বুলিলা বচন॥
হেৰা দেখা কৈকেয়ৰ সেনা যাই ভাগি।
ৰথ খান আমাৰ বাহিয়ো তাক লাগি॥
ৰাজাৰ বচন শুনি সাৰথি সুজান।
দ্ৰোণৰ সম্মুখে বাহিলন্ত ৰথ খান॥
ধনু খান টঙ্কাৰ কৰিলা শীঘ্ৰ কৰি।
যেন অগণিক লাগি পতঙ্গৰ ধৰি॥
ষাঠি শৰে দ্ৰোণক তাৰিলা বাম কাখে।
তুনাই পঞ্চিশ শৰে হানিলা সম্মুখে॥
ঘোটকক সাৰথিক ভেদি দোদোৱানে।
সুপুত সিংহক যেন জগাইল চৰণে॥
গুৰু দ্ৰোণে তাহাৰ কাটিলা ধনুখান।
হৃদয়ত কৰিলেক শৰৰ সন্ধান॥
আন ধনু ধৰি শিশুপালৰ নন্দন।
দ্ৰোণৰ হৃদয়ে হানিলন্ত ষাঠি বাণ॥
ক্ৰোধে গুৰু দ্ৰোণে তাৰ সাৰথি কাটিল।
চাৰি শৰ মাৰি চাৰি ঘোৰাক মাৰিল॥
কঙ্ক পাখি চায়া আছে তীক্ষ্ণ পঞ্চবান।
ৰাজাৰ হৃদয় মাঝে কৰিলা সন্ধান॥
ৰথ ভঙ্গে ধৃষ্টকেতু ভূমিগত ভৈল।
বাপেকৰ মহা গদা হাতে তুলি লৈল॥
অসুৰৰ বিশ্বকৰ্ম্ম ময় যাৰ নাম।
নিৰ্ম্মিলন্ত গদা গোট আতি অনুপাম॥
সত্বৰে ধৰিল তাক অনেক প্ৰবন্ধে।
অসুৰৰ হন্তে গদা পাইল জৰাসন্ধে॥
জৰাসন্ধে শিশুপাল ৰাজাক দিলন্ত।
গদা ধৰি অনেক ৰাজাক জিনিলন্ত॥
সুবৰ্ণে মাণিকে ৰত্নে দেখি জাতিষ্কাৰ।
সেহি মোক্ষ অস্ত্ৰ ধৃষ্টকেতু যে ৰাজাৰ॥

আতোপ টঙ্কাৰ কৰি গদা প্ৰহাৰিল।
গদা পাকে জাকে জাকে অগ্নি নিকলিল ॥
দ্ৰোণে দেখিলন্ত বৰ গদাৰ প্ৰহাৰ।
কৰিলেক হাজাৰেক গদাৰ প্ৰহাৰ ॥
খণ্ড খণ্ড হুয়া গদা ভূমিত পৰিল।
গগণ মণ্ডলে যেন তাৰা সঞ্চৰিল ॥
গদা ভঙ্গ ভৈলন্ত খঙ্গাইল নৃপবৰ।
শকতি হানিয়া পাচে হানিলা তোমৰ ॥
ভৰদ্বাজ তনয় যুদ্ধত নঘাটিল।
তিতিনি সায়কে শক্তি তোমৰ কাটিল ॥
যম সম শৰ তুলি লৈল গুৰু দ্ৰোণে।
খেপিয়া পঠাইলা তাক মাৰিবাক মনে ॥
কবচ ভেদিয়া তাৰ হৃদয় ভেদিল।
শৰৰ প্ৰহাৰে ৰাজা ভূমিত পৰিল ॥
ধৃষ্টকেতু মৰিলন্ত এক বাণ ঘাৱে।
হাহাকাৰ কৰিলন্ত সকল পাণ্ডৱে ॥
বাপৰ সন্তাপে ধাইল তাহাৰ কুমাৰ।
দ্ৰোণক কৰিল দৃঢ় শৰৰ প্ৰহাৰ ॥
তাকো এক শৰ হানি নিলা সংযমনি।
পাণ্ডৱ দলত ভৈল হাঁহাঁকাৰ বাণী ॥
বাঘৰ আগত যেন মৃগৰ ছৱাল।
পতঙ্গক ভুঞ্জে যেন বুভুক্ষিত ব্যাল ॥
ধৃষ্টকেতু মাৰিলেক পুত্ৰ সমন্বিতে।
মহা ক্ৰোধে ধাইল পাচে জৰাসন্ধ সুতে ॥
দ্ৰোণৰ ৰথক ঢাকিলেক শৰ বেগে।
ভাস্কৰক ঢাকে যেন বাৰিষাৰ মেঘে ॥
তাহাৰ বিক্ৰম দেখি দ্ৰোণৰ বিস্ময়।
শৰ ছোট পায়া বৰ শৰীৰ কাম্পয় ॥
ধনু টানি টানি তাক প্ৰহাৰয় শৰ।
শৰৰ সন্ধানে তাক নিলা যম ঘৰ ॥

জৰাসন্ধ সুত যেবে যম ঘৰ গৈলা।
তাৰ এক শত শৰ একেবাৰে ধাইলা॥
একশত শৰে তাসম্বাৰো লৈলা প্ৰাণ।
বীৰগণ মৰিল পলাইলা ৰথ খান॥
সি বেলাত দ্ৰোণক ধাইলেক যেহি বীৰ।
তাহাৰ নিবাস ভৈল যমৰ মন্দিৰ॥
প্ৰলয়ৰ বহ্নি যেন সংহৰন্ত প্ৰজা।
আনন্দে চাহিয়া আছে দুৰ্য্যোধন ৰাজা॥
সকল পাঞ্চাল বলে হুয়া এক জুৰি।
অস্ত্ৰ শস্ত্ৰ প্ৰহাৰিলা দশো দিশে বেঢ়ি॥
অস্ত্ৰ শস্ত্ৰ হানিয়া দ্ৰোণক পাৰে গালি।
মৰিলে মৰিলে ব্ৰহ্মবধী পাপশালী॥
কিসক লাগিয়া ব্ৰহ্ম কুলে উপজিলি।
কিসক লাগিয়া তুমি তপ আচৰিলি॥
পুৰাণ সংহিতা পৰিলাহা চাৰি বেদ।
ধৰ্ম্মৰো শাস্ত্ৰৰো তুমি জানা অবিচ্ছেদ॥
কোন শাস্ত্ৰ বলে ব্ৰাহ্মণৰ হিংসা ধৰ্ম্ম।
কিস লাগি এৰিলাহা আপোনাৰ কৰ্ম্ম॥
নিসঞ্চি কৰিলা তুমি পাঞ্চাল সেনাক।
কত ধন ধাৰি ভৈলা কৌৰব ৰাজাক॥
সুজিবাক নোৱাৰিবা বাহুতে যুজিয়া।
বাপুতেয়ো মৰি যাইবা বিত্ত মুসুঞ্জিয়া॥
তপ জপ কৰি অন্য বীৰ স্বৰ্গে যায়।
তোঠেৰ বাপুতেৰ বা হৈব কোন ঠাই॥
আমাক মাৰিলে জানো তুমি ৰক্ষা পাইবা।
পেটৰ ভাতক লাগি অধোগতি যাইবা॥
সপি মাৰিবাক পাবা কেনে কৰা যুদ্ধ।
কিসক লাগিয়া হাতে ধৰিলা আয়ুধ॥
প্ৰজা মাৰিবাৰ ফলে কৌৰব নৃপতি।
পুত্ৰ পৌত্ৰ মৰিয়া যাইবেক অধোগতি॥

দশো দিশে গলাবাৱ দ্ৰোণে শুনিলন্ত।
উচিত জানিয়া তাক নেদন্ত সিদ্ধান্ত ॥
শুনি সুশুনিলা যেন পশিলা সেনাত।
শৰ বৃষ্টি কৰি সেনা কৰন্ত নিপাত ॥
মধ্যাহ্ন বেলাত যেন প্ৰচণ্ড মাৰ্ত্তণ্ড।
হয় হস্তী ৰথক কৰন্ত খণ্ড খণ্ড ॥
সকল পাণ্ডৱগণে পাইল বিমুখে।
ব্ৰহ্মা ক্ষেত্ৰে ধাইলা পাচে দ্ৰোণক সমুখে ॥
দ্ৰোপদৰ পুত্ৰ ধৃষ্টদুম্নৰ তনয়।
যুদ্ধত কুশল শুভানয় আতিশয় ॥
অৰ্দ্ধচন্দ্ৰ বাণ হানি কাটিলন্ত ধনু।
দ্ৰোণৰো সত্বৰি শৰে ভেদিলন্ত তনু ॥
ব্ৰহ্মাক্ষেত্ৰে তঙ্গি ভৰদ্বাজৰ নন্দন।
আছাৰিয়া পেলাইলন্ত কাটা ধনুখান ॥
আন ধনু ধৰিয়া তেখনে গুণ দিলা।
যমদণ্ড সম শৰ গুণত যুৰিলা ॥
কৰ্ণ মানে ধনু টানি পঠাইল খেপিয়া।
হৃদয়ত পৰি শৰ গৈল উফৰিয়া ॥
সেহি শৰে মৰি গৈলা ৰাজাৰ কুমাৰ।
চেকিতান ভৈলা পাচে সম্মুখ দ্ৰোণৰ ॥
দ্ৰোণৰ হৃদয়ে ভেদিলন্ত দশ শৰ।
শৰ হানি বেগ তস্তাইল ঘোটকৰ ॥
দুই শৰ হানিয়া ধ্বজক কম্পাইলা।
চাৰি শৰ মাৰিয়া সাৰথি ওফৰাইলা ॥
থিয় হুয়া সাৰথি ৰথক কৰি থিৰ।
ধনু ধৰি সম্মুখ ভৈলন্ত দ্ৰোণ বীৰ ॥
দশ শৰে হৃদয়ত কৰিলা সন্ধান।
দক্ষিণ ভুজত প্ৰহাৰিলা কৰি বাণ ॥
ধ্বজক ষোড়শ বাণে কৰিলা সন্ধান।
সাত শৰ হানি সাৰথিৰ লৈলা প্ৰাণ ॥

সাৰথি পৰিল ঘোৰা লৱৰ দিলেক।
বিমুখন্ত গুৰু দ্ৰোণে খেপিলে সায়ক ॥
শৰ পৰি চাৰি ঘোৰা গৈল যম ঘৰে।
চেকিতান ভূমি মাঝে কৰন্ত সমৰে ॥
চাৰি শৰ হানিলন্ত তুনাই হৃদয়ত।
লৱৰি চৰিলা গৈয়া দ্ৰোণৰ ৰথত ॥
সাত্যকীৰ ভাই যেবে ভৈলন্ত বিৰথ।
ধৃষ্টদ্যুম্ন তনয় সমৰে ভৈলা হত ॥
সকলে পাঞ্চাল দশ দিশ ৰূপাইল।
সাগৰে খলকে যেন মগৰে আউৰাইল ॥
এতেকে বেহুৰ মাঝে ৰোল উথলিলা।
পাঞ্চজন্য ধ্বনি তিনি লোকক পুৰিলা ॥
যি থাৱত যুদ্ধ কৰে শিনিৰ নন্দন।
তথাতে শুনিয়া ঘোৰ দাৰুণ ক্ৰন্দন ॥
শোকে অপমানে ধৰ্ম্মৰাজা পাণ্ডু সুত।
সেনাৰ মাঝত চিন্তা কৰন্ত বহুত ॥
দ্ৰোণৰ সমুখে বৃদ্ধ দ্ৰুপদ নৃপতি।
ধৃষ্টদ্যুম্ন সমে পুত্ৰ নাতি সমন্বিতি ॥
আনো বৰ বৰ বীৰ লগে লৈলা বাচি।
সেনা পাচ কৰিয়া থাকিল যুদ্ধ কাছি ॥
শ্ৰীমন্ত তাম্ৰধ্বজ অনুজে সহিতে।
বৃদ্ধৰ সমান ধৰ্ম্ম শিশু বয়সতে ॥
বুদ্ধিত গম্ভীৰ ক্ষেমাৱন্ত সুতনয়।
যাহাৰ যশক সৰ্ব্বজনে প্ৰশংসয় ॥
বিষ্ণুৰ ভকত মহামায়াৰ সেৱক।
পুত্ৰৰ সমান কৰি দৰিদ্ৰ পালক ॥
দুই ভাঁইৰ স্নেহ যেন ৰাম লক্ষ্মণৰ।
সবান্ধৱে জীৱন্তোক সহস্ৰ বৎসৰ ॥
শুনিয়োক নৰলোক একচিত্ত মনে।
মুক্তিৰ কাৰণ হৰি বিনে নাহি আনে ॥

শিশু মাধৱক তিনি লোকত বিদিত ।
ভকত জনাৰ নানাৰূপে সন্নিহিত ॥
একৰূপে হৰি ব্ৰহ্মৰূপে অৱতাৰ ।
চক্ষুয়ে দেখিলে সংসাৰত পাই পাৰ ॥
দ্ৰব ব্ৰহ্ম গঙ্গাজলে তাতে কৰি স্নান ।
পাপক এৰায়া চলে বৈকুণ্ঠ ভুবন ॥
আৰো ব্ৰহ্মৰূপ বেদ পুৰাণ ভাৰত ।
পঢ়িলে শুনিলে থাকে বৈকুণ্ঠ পুৰত ॥
হেন জানি একচিত্তে শুনিবা ভাৰত ।
হৰিত ভকতি হৈব অচিৰে কালত ॥
জ্ঞানে বা অজ্ঞানে যত পাপক সাঞ্চিয়া ।
তাকে বিনাশিবা যম পুৰক বাঞ্চিয়া ॥
সাত্যকী প্ৰবেশ এহি মানে সমাপতি ।
হৰিৰ সেৱক ৰুদ্ৰ কন্দলা বদতি ॥
মহা ভাৰতৰ পদ অতি মনোহৰ ।
কৰ্ণ ভৰি শুনা আক পাপ যাউক দূৰ ॥

---

# হেম সৰস্বতী।

## প্ৰহ্লাদ চৰিত্ৰ।

জয় নমো নাৰায়ন বৈকুণ্ঠৰ পোতি।
তোমাৰ চৰণে লৈলো সৰন সম্প্ৰোতি॥
বামন পুৰান ইতো প্ৰহ্লাদ চৰিত্ৰ।
হেম সৰোচতি বিৰোচিলা ইতো কৃত্য॥
এক দিনা দেৱগনে চিন্তিলা উপাই।
জেন মতে দুৰাচাৰ দৈত্য বধ জাই॥
সবে দেৱ চলি গৈলা বিষ্টুৰ সভাক।
আদেসিও প্ৰভূদেৱ ৰাখিও আমাক॥
হিৰন্য দৈত্যৰ পাসে খাটে সৱে দেৱ।
তুমি বিনে ৰক্ষাকৰ্ত্তা আন নাহি কেৱ॥
স্তুনি নাৰায়নে দিলা দেৱক উপাই।
থাকিও নিৰ্ভএ দৈত্য বধিবুহুঁ মঞি॥
এহি বুলি নাৰায়নে সভা বিসোৰ্জ্জিলা।
আপুন থানক দেৱগন চলি গৈলা॥
হিৰন্যৰ পুত্ৰ ভৈলা বৈষ্ণৱ প্ৰহ্লাদ।
এক দিনা পিতা পুত্ৰে লাগিলা বিবাদ॥
সেঁহি দিনা প্ৰভূদেৱ জগতৰ পোতি।
আদেসিলা বিবাদ লগাও সৰোচতি॥
স্বামিৰ বচন দেবি কোৰি সিৰোগত।
প্ৰবেসিলা সৰোচতি তাহান কণ্ঠোত॥
স্তেহি বেলা প্ৰহ্লাদে বৈষ্টৱ ৰূপ ধোৰি।
হিৰন্যৰে আগে গৈআ স্তুমৰিলা হৰি॥

হেন সুনি হিৰন্যৰ ক্ৰুধ ভৈলা মন ।
দুৰাচাৰ পুত্ৰ তঞিও কিনো অগিআন ॥ ৬
কোঠৈৰ হৰিক সুমৰস দুৰাচাৰ ।
আমাৰ বংশত তঞিও ভৈলি কুলাঙ্গাৰ ॥
পুনোৰপি প্ৰহ্লাদে সুমৰে হৰি হৰি ।
ৰাজা বুলে পুত্ৰ নতু পঢ়ে সিসু ধোৰি ॥ ৭
সিকাৰণে মন্দ বাক্য উপজে মনোত ।
বয়স ভৈল সে জানিবেক সাৰ তত্ব ॥
হেন মনে গুনি ৰাজা নপাস্ত উপাই ।
দৈত্য গুৰু শুক্ৰক জে অনাইলা মতাই ॥ ৮
জাস্তে লৈআ জাহা গুৰু থৈবে সুজুৱাই ।
মোৰ পুত্ৰ প্ৰহ্লাদক দিওক পঢ়াই ॥
ৰাজাৰ বচনে শুক্ৰ চালিলেক গাৱ ।
প্ৰহ্লাদক লৈআ গৈলা আপুনাৰ থাৱ ॥
শুক্ৰ জে বদতি সুনা ৰাজাৰ তনয় ।
পিতৃৰ বচনে তুমি পঢ়িবে লাগঅ ॥
প্ৰহ্লাদে মাতস্ত পাচে শুক্ৰ মুখ চাই ।
পোঢ়িবাৰ উপদেস দিওক বুজাই ॥
সণ্ডামৰ্ক নামে দুও শুক্ৰৰ তনয় ।
প্ৰহ্লাদক পঢ়ারস্ত সাস্ত্ৰ বামানয় ॥
হেন সুনি প্ৰহ্লাদে সুমৰে হৰি হৰি ।
বামানয় শাস্ত্ৰ গুৰু পঢ়ো কেনকোৰি ॥
কিবা শাস্ত্ৰ পোঢ়িবু পোঢ়িতে নাহি জ্ঞান ।
জন্মে জন্মে হৌক মোৰ হৰিতে ধিআন ॥
হৰি হেন বানি নচাড়োক সৰ্ব্বক্ষন ।
সুনি শুক্ৰ গুৰু পাচে ক্ৰুধ ভৈলা মন ॥
তারক্ষনে গৈলা গুৰু নৃপতিৰ ঠাঞিও ।
তজু পুত্ৰ প্ৰহ্লাদক পঢ়ান নজাই ॥
মঞিও উপদেস জত দেঞো ভাল কোৰি ।
তাক এৰি প্ৰহ্লাদে সুমৰে হৰি হৰি ॥

হেন স্তুনি হিৰণ্যেৰ ক্ৰুধ ভৈলা মন।
প্ৰহ্লাদক মাত্তি আন অৰে দুতগণ ॥
ৰাজাৰ আদেশে দুত গৈলা সিত্ৰ কৰি।
প্ৰহ্লাদক আনি ঠেকাইলেক দৰদাড়ি ॥
সবে সমজ্যাৰ লোক আচে চাই চাই।
তথাপিও প্ৰহ্লাদৰ ভুৰু ভঙ্গ নাই ॥
তাৱক্ষনে স্তুমৰিলা সাত্বাৰ হৰি।
ৰাজাৰ আগত ৰৈলা মৌন ৰূপ ধৰি ॥
অধিকে জলিলা কোপ হিৰন্যকোসিপু।
দুৰাচাৰ পুত্ৰ তঞি ভৈলি মোৰ ৰিপু ॥
হৰি স্তুমৰস তঞি মোহোৰ আগত।
স্তুনি স্তুচি তাৰে জেন মোহোৰ কানত ॥
একে জে অস্তুৰ আমি বিধি বামানয়।
হৰি স্তুমৰনে পাপ অধিকে চাপয় ॥
মোত খাটে হৰি হৰ ব্ৰহ্মা পুৰন্দৰ।
কোন দেৱ আচে আউৰ মোহোৰ উপৰ ॥
তিনিও ভুবনে দেখা মঞি অধিকাৰি।
মোৰ পুত্ৰ হুয়া তঞি স্তুমৰস হৰি ॥
দুৰাচাৰ পুত্ৰ তঞি এভো হেন কৰ।
প্ৰানখানি ৰক্ষ: কৰ হৰি স্তুস্তুমৰ ॥
বিসেখোত হৰি মোৰ হস্ত ভাতৃবৈৰী।
ৰামানয় শাস্ত্ৰক পঢ়িও ভাল কৰি ॥
প্ৰহ্লাদ বদতি বাপ নাসে আন বানি।
হৰি স্তুমৰনে মোৰ জাউক প্ৰান খানি ॥
ক্ৰোধিলেক ৰাজাএ পুত্ৰৰ স্তুনি বানি।
ভুলাত লাগিলা জেন প্ৰচণ্ড অগনি ॥
ক্ৰোধৰ বেগত ৰাজা ন পাস্ত উপাই।
থৰমৰ কোৰিজ্য পুত্ৰক আচে চাই ॥
চাৰি দিশে দৃষ্টি ভৰি চাহন্ত নিৰোখি।
কৌটি সহস্ৰেক হস্তি মাউতে আচে ৰোখি ॥

হস্তিগনে আদেখিলা মাৰ জান্ত কোধি ।
দেখো কেনমতে আক ৰক্ষা কোৰে হৰি ॥
ৰাজাৰ সুনিআ হেন প্ৰচণ্ড বচন ।
কৌটি সহস্ৰেক হস্তি ধাইলা তেতিক্ষন ॥
একো একো হস্তি জেন পৰ্ব্বত সদৃখ ।
দান্ত ভিৰি গৰ্জ্জিআ ধাইলেক দসোদিখ ॥
ৰাজা বোলে জান্তে মাৰ বিলম্ব নোকৰি ।
প্ৰহ্লাদে বোলন্ত মোক ৰক্ষা কৰা হৰি ॥
অন্তকালে প্ৰহ্লাদে সুমৰে ৰিখিকেশ ।
তেতিক্ষণে হৰি তাৰ হিআত প্ৰবেস ॥
মাধৱত পৰে কোন আচে সংসাৰত ।
তাৱক্ষনে প্ৰবেসিলা তান সৰিৰত ॥
তেতিক্ষনে হৈলা বজ্ৰসম কলেঅৰ ।
অচেদ অভেদ দেহা অজৰ অমৰ ॥
হস্তিগনে বেঢ়ি দন্তে ভিৰি সিৰ কন্ধে ।
ভেদিতে নপাৰে তাক অনেক প্ৰবন্ধে ॥
সুণ্ডে মেঢ়াই আনি কতো চতকয় পাৱে ।
কিঞ্চিত্তো নটলে দেহা হৰিৰ প্ৰভাৱে ॥
দান্ত ভিৰিলেক জিভো দান্ত গৈলা ভাগি ।
সুণ্ডে মেঢ়াইলেক জিতো সুণ্ড গৈলা চিগি ॥
মাৰিবে নপাৰি হস্তিগন অন্তৰিলা ।
হেন দেখি হিৰন্যো জে ৰাজাএ ডৰিলা ॥
মনে মনে গুনি ৰাজা কোৰিলন্ত সাৰ ।
হস্তি সাধ্য মন্ত্ৰ কিবা জানে দুৰাচাৰ ॥
কৈৰ সৰ্পগণ জান্তে আন শিঘ্ৰ ধোৰি ।
দান্ত হানি পেথু আক্ষ জমেৰ নগোৰি ॥
ৰাজাৰ আদেখ হেন সুনি সৰ্পগণ ।
ফোস্কৰ কৰিআ সবে ধাইলা তেত্তিক্ষন ॥
একো একো সৰ্পক দেখন্তে ভয়ঙ্কৰ ।
ফনাএ লজ্জিলা জেন মেঘ আকাসৰ ॥

আকাসন্ত সৰে দেৱগন গৈলা ভৰি।
প্রহ্লাদে বুলন্ত মোক ৰক্ষা কৰা হৰি॥
সর্পগণে খুন্তিআৱে ৰেঢ়ি দসো দিখ।
ভেদিতে নপাৰে সর্প নলাগয় বিখ॥
খুন্তিআন্তে দখন ভাগিলা সবাহাৰ।
দান্ত ভাঙ্গা সর্পৰ ফোফেনি মাত্র সাৰ॥
মাৰিবে নপাৰি সর্পগন অঁন্তৰিলা।
হেন দেখি হিৰন্য জে ৰাজাএ ডৰিলা॥
হৰিক স্নুমৰি পাচে প্রহ্রাদ জে ৰৈল।
মন্ত্রিক বুলন্ত ৰাজা তপ্ত কৰা তৈল॥
ৰাজাৰ আদেখ মন্ত্রি সিৰোগত কোৰি।
জঙ্কা গোট আনি তাতে থৈলা তৈল ভোৰি॥
সহস্রেক লোকে ধোৰি তৈলক তাৱয়।
বাহ্রয় অগনি জেন সবদ কৰয়॥
গিৰ গিৰ কৰি বহ্নি তৈলত উঠয়।
মন্ত্রি বোলে জাণ্ডে আন ৰাজাৰ তনয়॥
নাৰিকল গোট আনি পেলাইলেক পাচে।
ফুতি গৈলা নাৰিকল সবে দেখি আচে॥
তৈলত পেলাইবে লাগি লৈআ জাই ধোৰি।
প্রহ্লাদক তৈলত পেলাইল ধক্কা মাৰি॥
তাত পৰি প্রহ্লাদে স্নুমৰে হৰি হৰি।
সদানন্দ ভগৱন্ত অনন্ত মুৰাৰি॥
ৰক্ষা কৰা হে হৰি ভৈলো তজু দাস।
ভকত বৎসল প্রভু নকৰা নৈৰাস॥
জেবে হৰি স্নুমৰিলা ৰাজাৰ তনয়।
তপ্ত তৈল জুৰ ভৈলা জেন জলময়॥
অধিকে জ্বলিলা কান্তি দেহা দখ গুনে।
হৰি জাক ৰক্ষা কৰে মাৰে তাক কুনে॥
দেখিলেক ৰাজা জেবে পুত্র নমৰিলা।
দখন কামুৰি ক্রুধে বচন বুলিলা॥

ভাল ভাল চাই বিষ এখনে আনিবু।
ইহাক খুআই জম ঘৰনে পঠাইবু॥
তুনাই বিষ খুআইলেক বিষ নালাগিল।
খাণ্ডা আনি কাটিলেক খাণ্ডাও ভাগিল॥
জলত পেলাইলা তাতো নগৈলেক তল।
মাৰিবে নপাৰি ৰাজা ভৈলেক বিকল॥
উৰ্দ্ধে সপ্ত জোজন পৰ্ব্বত্ত গোট আছে।
তৈত্তে নিআ প্ৰহ্লাদক তুলিলেক পাছে॥
তৈৰ পৰা পেলাইলেক ৰাজাৰ আদেসে।
প্ৰহ্লাদে বুলন্ত ৰক্ষা কৰা বিখিকেসে॥
ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত দেৱ বিখিগন।
ইবেলি সে প্ৰহ্লাদৰ নাহিকে ৰক্ষন॥
তৈৰ পৰা পৰি সিতো জিব কেন কোৰি।
প্ৰহ্লাদে বোলন্ত মোক ৰক্ষা কৰা হৰি॥
তৈৰো পৰা প্ৰহ্লাদক পেলাইলা তেখনে।
আলাগতে ঝাম্প দি ধোৰিলা নাৰায়নে॥
অলখিত ভাৱে নিআ থৈলন্ত ভুমিত।
ৰাজা বুলে পুত্ৰ মৰি ভৈলা চুৰ্ণাকৃত॥
আথে বেথে ৰঙ্গে ৰাজা চাহিলন্ত পাছে।
দেখে হৰি সুমৰি প্ৰহ্লাদ বসি আছে॥
মাত্তে হিৰণ্যও জে মন্ত্ৰিৰ মুখ চাই।
একোএ প্ৰকাৰে আক মাৰন নজাই॥
এবেসে জানিলো মোৰ মিলিলেক মৃত্যু।
মোহোৰ বংশত উপজিল ধুমকেতু॥
মন্ত্ৰি বুলে ৰাজা মন্ত্ৰিও জানু বুধিখানি।
কাঠ আনি এতিক্ষনে জালিও অগনি॥
তাতে পৰি তজু পুত্ৰ নমৰন্ত জেবে।
আক মাৰিবাক ৰাজা বুধি নাহি তেবে॥
ৰাজা বুলে জেন জুআই কৰিও আপুনি।
জালিও অগনি তুমি কাঠ থৰি আনি॥

কাঠ আনি তেতিক্ষনে অগনি জ্বালিলা।
সহস্ৰেক লোকে ঘৃত কলসে ঢালিলা॥
ঘৃত পাই তেতিক্ষনে জ্বলিলা অগনি।
গগন মণ্ডলে গৈআ লাগিলেক ধুনি॥
জলন্তে ভৈ গৈলা বহ্নি পৰ্ব্বত সমান।
ৰাজা বুলে জান্ত কোৰি প্ৰহ্লাদক আন॥
ৰাজাৰ আদেস পাচে সুনি দূতগণ।
হাতে গলে প্ৰহ্লাদক বান্ধিলা তেখন॥
অগ্নিত পেলাইবে লাগি লৈআ জাই ধোৰি।
প্ৰহ্লাদে বুলন্ত মোক ৰক্ষা কৰে হৰি॥
সেহি সময়ত প্ৰভু জগতৰ বাপ।
বহ্নিক বুলন্ত এবে এড়িওক তাপ॥
তেতিক্ষনে সিতল ভৈলেক বৈশ্বানৰ।
বান্ধি পেলাইলেক তাক অগ্নিৰ ভিতৰ॥
সৰ্ব্বজনে দেখি আচে আতি অদভুত।
ৰাজা বুলে পুত্ৰ মোৰি ভৈলা চূৰ্ণাকৃত॥
হৰিৰ প্ৰভাৱে নজলয় বৈশ্বানল।
প্ৰহ্লাদৰ গাৱে জেন চন্দন সিতল॥
বাহিৰে অগনি ভিতৰত জলময়।
হৰিক সুমৰি বসি প্ৰহ্লাদ আচয়॥
মাধৱে প্ৰহ্লাদে কিচো সুহিকে অন্তৰ।
নিৰঞ্জন দেখি প্ৰবেসিলা দামুদৰ॥
চাৰি হাতে ধৰি সংখ চক্ৰ গদা পদ্ম।
প্ৰত্যক্ষে দিলন্ত দেখা নকৰিয়া চদ্ম॥
মাধৱোক প্ৰহ্লাদে দেখিল সেহি ঠাৱে।
অকপটে নমিলা হৰিৰ দুই পাৱে॥
চৰনোত পৰিআ প্ৰহ্লাদে কৰে স্তুতি।
জন্মে জন্মে হৌক মোৰ তোমাত ভকতি॥
নমো নাৰায়ন প্ৰভু জগত কাৰন।
নাহি আদি অন্ত প্ৰভু তুমি নিৰঞ্জন॥

অনাদি পুৰুষ তুমি নাহি অন্ত ভেদ।
তুমি চৈধ সাস্ত্র প্রভু তুমি চাৰি বেদ ॥
নমো নাৰায়ন প্রভু অনাদি ইচৰ।
মৎস্য-কুৰ্ম্ম আদি কৰি দখ ৰূপধৰ ॥
ত্রাহি ত্রাহি মহা হৰি সৰন দিওক।
সংখাৰ সাগৰে বুৰু ৰক্ষা কৰিওক ॥
মাধৱে প্রহ্লাদে বহু মিলিলা আলাপ।
কৰজোৰ কৰি বহ্নি এড়িলেক তাপ ॥
এতেকতে অগ্নিএ জোগাইলা সিংহাসন।
তাতে গৈআ আনন্দে বসিলা নাৰায়ন ॥
মাধৱ বোদন্তি সুনা হিৰন্য তনয়।
তোৰ দুখ দেখি মোৰ নসহে হৃদয় ॥
মুখোত চুম্বন দিআ প্রবোধিলা তাক।
কুনে তোক মাৰিবেক কহিওক মোক ॥
সত্যে সত্যে সত্যে বাপু তোক দেঞো বৰ।
আজি ধৰি হঞো তুমি অজৰ অমৰ ॥
আৰু এক কথা কহুঁ তোহাৰ আগত।
ৰাজা হিৰন্যক জে বধিবু প্রভাতত ॥
আনে কেহুঁ নেদেখিবো দেখিবিহি ভঞি।
ফোটিকৰ তম্ভে লুকাই থাকিবুহুঁ মঞি ॥
কতো বেলি অন্তৰে হিৰন্যে বুলে বানি।
মোৰিল পুতাই মোৰ সুমাও অগনি ॥
হেন শুনি হৰি পাচে অন্তৰ্ধান ভৈলা।
প্রহ্লাদক সম্মুখি আপুনি চলি গৈলা ॥
অগনি সুমাই ৰাজা চাহিলেক পাচে।
দেখে হৰি সুমৰি প্রহ্লাদ বোসি আচে ॥
পুৰিবাৰ প্রভাৱে অধিকে জলে কান্তি।
তপ্ত সুবৰ্নত কৰি অধিকে জলন্তি ॥
দেখিআ হিৰন্য আতি ভৈলা ভয়ে ভিত।
কাম্পিলা হৃদয় আতি দেহা জৰ্জ্জৰিত ॥

আথে ৰেথে সাবতিয়া বুলে ধন্য পুত্ৰ।
এহিখানি কথা বাপু সিখিলিহি কৈত ॥
নমো নাৰায়ন প্ৰভু দেৱ জোদুপতি।
তোমাৰ চৰনে মোৰ থাকোক ভকতি ॥
তোমাৰ প্ৰসাদে প্ৰভু লভিলো চেতন।
কৰ জোৰ কৰি প্ৰভু কৰো নিবেদন ॥
হেম সৰোচতি ভনে এৰি আন কাম।
পাতেক চাড়োক ডাকি বোলা ৰাম ৰাম ॥

দোলড়ি।

কমতা মণ্ডল, দূৰ্ল্লভ নাৰায়ন,
নৃপবৰ অনুপাম।
তাহান ৰাজ্যত, ৰুদ্ৰ সৰোচতি,
দেৱজানি কন্যা নাম ॥
তাহান তনয়, হেম সৰোচতি,
ধ্ৰুবোৰ অনুজ ভাই।
পদবন্ধে তেহুঁ, প্ৰচাৰ কোৰিলা,
বামন পুৰান চাই ॥
আত অনন্তৰে, মাধৱে গুনন্ত,
মনে কৰি বিমৰিস।
হিৰন্য বিৰোক, কিমতে বোধিবু,
নপাওঁ একো উদ্দিস ॥
পূৰ্ব্বে হিৰন্যোক, হৰে বৰ দিলা,
কিচোতে নাহি মৰন।
কেসৰৰ চক্ৰ, বজ্ৰ আদি কৰি,
আচে অস্ত্ৰ যত মান ॥
দেৱ অসুৰত, কাহাতো নমৰে,
অচেদ অভেদ কাই।
ৰাতৃত দিনোত, একোতে নমৰে,
মাৰিবাৰ বুধি নাই ॥

কন্তো বেলি হৰি, মনোত গুনিআ,
পাইলন্ত কিচু উপাই।
অৰ্দ্ধ কলেৱৰ, সিংহোৰ সদৃখ,
অৰ্দ্ধেক মনিস্য কাই॥
হাতৰ নখ জে, তৃসুল সদৃখ,
বুলন্ত হিয়া বিদাৰু।
দিনোত ৰাতৃত, একোতে নমৰে,
সন্ধ্যা সময়োত মাৰু॥
আতি ভয়ঙ্কৰ, ৰূপ ধৰিলন্ত,
দেখন্তে লাগে তৰাস।
সোৰিৰ থৈবাৰ, নপাৱন্ত ঠাই,
জুৰিলা দিস আকাস॥
দেখি দেৱগনে, আনন্দক পাই,
হৰিস কৰে অপাৰ।
এবেসে জানিলু, প্ৰভু নাৰায়ন,
সাধিবন্ত পোতিকাৰ॥
হেন ৰূপ ধৰি, প্ৰৱেসিলা হৰি,
গৰুড়ৰ কন্ধে চড়ি।
দুআৰত পাচে, গৰুড়ক থৈআ,
ভুমি পাৱে জান্ত লৰি॥
নৱ দুআৰৰ, ভৈলন্ত ভিতৰ,
কৃপাময় দেৱ হৰি।
হিৰন্য জে বিৰ, জিথানত আচে,
সিথানক গৈলা লৰি॥
বড় বড় দৈত্য, সহিতে সমাজে,
বোসি আচে দৈত্যৰাজে।
সিতো ৰূপ গোট, কেহো মেদেখিলা,
বৈষ্টৰ প্ৰহ্লাদ থাকে॥

ওআৰি মধ্যত,　　স্তম্ভ গোট আছে,
বিপোৰিত ফোটিকৰ।
সৰ্ব্বকাএ তাতে,　　আৰাজি থাকয়,
হিৰণ্য জে দৈত্যেশ্বৰ॥
সিস্তো ফোটিকৰ,　　স্তম্ভৰ ভিতৰ,
পশিলন্ত দেৱ হৰি।
প্ৰহ্লাদে দেখন্ত,　　আচম্ভ ইচৰ,
নৰসিংহ ৰূপ ধোৰি॥
পাচে হিৰণ্যএ,　　মাতিবে লাগিলা,
পুতাৰ মুখোক চাই।
ৰাতৃ দিনে তঞি,　　হৰি সুমৰস,
হৰি আচে কোন ঠাই॥
ই তিন ভুবনে,　　মোৰ অধিকাৰ,
জলথল আদি কৰি।
কেস গাচ জেৰে,　　বিচাৰি চাহিলু,
খুজিআ নপাইলো হৰি॥
ইন্দ্ৰ আদি কৰি,　　তৃদস দেৱতা,
সবে থাকে সেৱা কোৰি।
তাসম্বাক সোধা,　　সবেও খাটয়,
কিসক নথাটে হৰি।
আমাৰ ভয়ত,　　পলাই থাকন্ত,
বিচাৰি নপাইলো মঞি।
তিনি ভুবনৰ,　　অন্তত থাকই,
বতাসৰ আগ খাই॥
এহি দেখি পাচে,　　মঞি নেখেদিলো,
পলুৱা ভতুৱা বুলি।
হেনয় হৰিক,　　তঞি সুমৰস,
তোহোৰ নপাইলো তুলি॥

গজ সৰ্প বিখ, অগনি পানি জে,
মোহোৰ ভৃত্য সমান।
মোৰ পুত্ৰ বুলি, কেঁহু নমাৰিল,
হেন খানি মনে মান॥
এভো হেন কৰ, হৰি সুস্থমৰ,
থাক মোৰ আজ্ঞা পালি।
মোৰ পুত্ৰ তোক, দেএো ৰাজ্য ভাৰ,
মাধৱোক পাৰা গালি॥
সুনা নৰ লোক, প্ৰহ্লাদ চৰিত্ৰ,
জি জাইবা সংখাৰ তৰি।
হেম সৰোচতি, ৰোচিলা সম্প্ৰতি,
ডাকি বুলা হৰি হৰি॥

পদ।

হেন সুনি প্ৰহ্লাদে সুমৰে হৰি হৰি।
মাধৱোক গালি মঞি পাৰু কেন কোৰি॥
মাধবেসে পিতা মাতা মাধৱেসে প্ৰান।
মাধৱোত পৰে কুন বন্ধু আচে আন॥
জত দেখা বাপ জল থল গিৰি বন।
গজ ভুজ সবাতো আচন্ত নাৰায়ন॥
তুমি আমি আদি কোৰি তিনিও জগত।
সবাতে আচন্ত হৰি সুহিকে বেকত॥
হিৰন্য কখিপু বোলে সুনৰে বৰ্ব্বৰ।
পুনোৰপি নিন্দিলুহু তোহোৰ উত্তৰ॥
বুল জে সবাৰে: গাএ আচে দামুদৰ।
সবে লোক সুহে কিঅ একে সমসৰ॥
কেহু সুখি কেহু দুখি বোহুত অন্তৰ।
কেহু কাক বাৱে কেহু হৱয় লফৰ॥
কেহু হস্তী কন্ধে চড়ি হংখ ভুলি সোএ।
কেহু কেহু জনে কিঅ তৃণকো নপাএ॥

কেহু জনে ভুঞ্জে ঘোল কেহু ভুঞ্জে খিৰ।
কেহু জে শ্ৰীমন্ত হোএ কেহু হোএ চুৰ॥
একৰ জিঅনে হৌক সবাৰো জিঅন।
একৰ মৰনে হৌক সবাৰো মৰন॥
একৰ ভুজনে হৌক সবাৰো ভুজন।
তেবে জানু সবাতে আচন্ত নাৰায়ন॥
প্ৰহ্লাদ বদন্তি বাপ নিন্দো তজু বানি।
তুমি কিচো নজানাহা আমি আচো জানি॥
মঞি জে দেখুহু হৰি আচন্ত সবাতে।
মলচখু নিমিত্তেসে নেদেখা সাক্ষাতে॥
জি বুলা সকলো কিঅ সুহে সমসৰ।
পাপ পুন্য ফলে সুখ দুখ ভুঞ্জে নৰ॥
আচাৰত ভিন হৰি বিচাৰত এক।
ফোটিকৰ তম্ভে তুমি দেখিও প্ৰত্যখ॥
হেন সুনি হিৰন্যই গায় চালি উঠি।
ফোটিকৰ তম্ভত বসাইলা এক মুঠি॥
মুঠিৰ প্ৰহাৰে তম্ভ ভৈলা চিৰাচিৰ।
বড় চোটে কাম্পে তাৰ সকল সৰিৰ॥
কাটি বাজ ভৈলা পাচে নৰসিংহ ৰূপে।
এক ডেৱে হিৰন্যক ধৰিলা আটোপে॥
হিৰন্যও হৰিক ধৰিলা আস্কোৱালি।
তাৰক্ষনে হৰিও ধৰিলা গায় চালি॥
হেন দেখি নাৰায়নে গুনে মনে মনে।
মোক জে এসুআ চোটে আন সহে কুনে॥
গিৰ গিৰ সবদে লৰিলা ভুমিচাল।
ঘনে ঘনে কাম্পন্ত পৃথবী সাত তাল॥
চোবাৱে দখন আতি তেজঅ আটাস।
সৰ্গ মৰ্ত্ত পাতালত লাগিলা তৰাস॥
থলে জেবে যুজে থল জাই ৰসাতল।
জলে জেবে যুজে জল সুখাই সকল॥

গিৰিত যুজয় গিৰি খণ্ড খণ্ড হয়।
দেৱাসুৰ নৰে বোলে মিলিল প্ৰলয়॥
কতো বেলি হিৰণ্যই কিছু চিদ্ৰ পাইলা।
উদ্ধক লাগিআ হৰি খেপিয়া পঠাইলা॥
সতেক জোজন মান উদ্ধ লাগি গৈলা।
পৃথৱিত পৰি হৰি অচেতন ভৈলা॥
দেখিআ অসুৰ গনে কৰে জয় জয়।
কৈৰ সিংহ পসু গোটে ৰাজাক যুজয়॥
পতঙ্গ জে হুআ কৰে অগনিক সাস।
এহিবুলি দৈত্যগনে তুলিলেক হাস॥
অন্যো অন্যে বোলে কিম্মু মন্দ জে অৰিষ্ট।
আমাৰ ৰাজাক আসি যুজয় পাপিষ্ট॥
এহিবুলি দৈত্যগন নিজমে ৰহিলা।
ৰাজাৰ চৰনে পৰি প্ৰনাম কৰিলা॥
আমাৰ বচন প্ৰভু সুনা দৈতেচৰ।
তোমাক বধিতে আইলা দেৱ গদাধৰ॥
তাঙ্ক মাৰিবাক লাগি কৰাহা জতন।
তোমাৰ কি মৃত্যু আচে দেৱৰ বচন॥
হেন সুনি দৈতেচৰে গৰ্জ্জিবাক লৈলা।
সেহি সময়ত আনো দৈত্য প্ৰবেসিলা॥
ধৰ ধৰ মাৰ মাৰ কাট কাট কৰি।
ক্ৰুধে খেদি আসে দৈত্য নচলয় ভৰি॥
কতো বেলি চেতন লভিলা নাৰায়ন।
নসহে হৃদয়ে তান সোক অপমান॥
এক লাম্ফ দিআ হৰি হিৰন্যক ধৰি।
মাল-বান্ধে ধৰি পেলাইলন্ত চিত কৰি॥
অসুৰৰ ৰঙ্গ দেখি মাধৱৰ খঙ্গ।
দুও এক সম বিৰ জেহেন মাতঙ্গ॥
দিন গোট গুচি সন্ধ্যা ভৈলেক প্ৰবেস।
চিদ্ৰ কাল লভিলন্ত দেৱ বিখিকেস॥

ঘসাই নিলন্ত পানি পত্তোনিক লাগি।
ঘসন্তে পিসন্তে তাৰ হাৰ গৈলা ভাগি॥
দুই হাতে ধৰি অসুৰক আলগাই।
জলথল কিচু নোহে উৰুত বৈসাই॥
অস্ত্রে সস্ত্রে নকাটিলা নখে বিদাৰিলা।
ৰাত্ৰি দিনে নামাৰিয়া সন্ধ্যাত মাৰিলা॥
হৃদয় বিদাৰি পেলাইলেক মহিতলে।
নগৰৰ লোক মানে পলাইলা সকলে॥
গিৰিক ভেদিআ জেন বহি জাই জল।
হিৰন্যৰ তেজে বসুন্ধৰা জাই তল॥
হেনমতে দৈতেচৰ গৈলা জমঘৰ
দেখি মনে ৰঙ্গ ভৈলা সকল লোকৰ॥
আকাসৰ পৰা দেৱে পুষ্প বৰিখন।
অপেচৰা নাচঅ গন্ধৰ্ব্বে কৰে গান॥
লবঙ্গ মালতি সুগন্ধিত পুষ্প জত।
হৰিৰ সিৰত বৃষ্টি কৰে অসংখ্যাত॥
হেনমতে নিসাচৰ গৈলা যম ঘৰ।
সিতো কথা সুনি সৰ্ব্বজন ৰুচিকৰ॥
আক পদ বন্ধে হেম সৰচোতি ভনে।
কহন্তা সুনন্তা ৰক্ষা কৰে নাৰায়নে॥
পিতৃৰ মৰন পাচে প্ৰহ্লাদে দেখিলা।
হৃদয়ত তান মহা সন্তাপ লাগিলা॥
হা প্ৰান পিতা মঞি কি কাম কৰিলো।
তুমি কিঅ নিজিলাহা মঞি নমৰিলো॥
পিতৃ সে পৰম গুৰু পিতৃ ইষ্টদেৱ।
পিতৃ বিনে সংখাৰত বন্ধু নাহি কেৱ॥
জাহাৰ প্ৰসাদে মঞি দেখিলো সংখাৰ।
পিতৃ অবিহনে দেখো দিনতে আন্ধাৰ॥
প্ৰহ্লাদৰ বিলাপ দেখিয়া নাৰায়ন।
আশ্বাসিআ বুলিলন্ত মধুৰ বচন॥

নাকান্দা নাকান্দা বাপু নকৰা সন্তাপ ।
কৈৰ ভাৰ্য্যাপুত্ৰ দেখা কৈৰ মায় বাপ ॥
জেহেন বৃক্ষত পোখি থাকে একে সঙ্গে ।
নিসা গোট বঞ্চে জেন মতে ৰঙ্গে ধঙ্গে ॥
ৰজনি প্ৰভাত ভৈলে দসো দিসে জাই ।
পিতৃৰ পুত্ৰৰ জানা তেহুয় পৰাই ॥
হেন জানি ৰাপ তঞি সোক পৰিহৰ ।
শুনি চাহা বাপু তঞি সবে সমসৰ ॥
আসন্তে নাঙ্গঠ জাঞতেও জাব সুন্য ।
লগৰ সঙ্গতি জাব পাপ আৰু পুন্য ॥
আৰু এক কথা কহুঁ তোহোৰ আগত ।
তঞি মঞি উপজিলু হিৰন্য বধিত ॥
তোৰ বাপে ধৰ্ম্ম এৰি হৈবেক ৰাবন ।
ৰাম ৰূপে তাক মঞি কৰিবু নিধন ॥
সিসুপাল হৈব গৈআ জাদৱ বংখত ।
কৃষ্ণ অৱতাৰে তাক কৰিবুহু হত ॥
সিকালত আমাৰ সৰিলে লিন হৈব ।
সৰ্গ পদ এৰিআ বৈকুণ্ঠ পদ পাইব ॥
তোহোৰ ভক্তিত মঞি ভৈলু বৰ তুষ্ট ।
তোৰ মোৰ এড়াএড়ি নাহি কদাচিত ॥
আপুনাক আপুনি নিচিন কেনে তঞি ।
প্ৰহ্লাদ স্বৰূপে উপজিআ আচো মঞি ॥
হেন বাক্য বুলি হৰি ভৈলা অন্তৰ্ধান ।
প্ৰহ্লাদে কৰিলা প্ৰেত কাৰ্য্য এহিমান ॥
ইচৱৰ বাক্য জত লাগিল মনত ।
এড়িলন্ত সোক আচিলন্ত জত জত ॥
মাধৱ গৈলন্ত পাচে আপুনাৰ থানে ।
প্ৰহ্লাদ চৰিত্ৰ সমাপতি এহি মানে ॥
নমো নাৰায়ন নিৰঞ্জন জতুপতি ।
তোমাৰ চৰনে মোৰ নিমজোক মতি ॥

ভকত বৎসল প্ৰভু কৰুনা সাগৰ।
মত্রি অনাথক নচাড়িবা দামুদৰ॥
অভয় চৰণে মত্রি পসিলো সৰন।
অপাৰ সাগৰে পাৰ কৰা নাৰায়ন॥
তোমাৰ চৰন বিনে গতি নাহি আন।
মত্রি অনাথক প্ৰভু কৰা পৰিত্ৰান॥
নমো নিৰঞ্জন প্ৰভু অনন্ত অচ্যুত।
তুমি অনাথৰ নাথ পৰম প্ৰখ্যাত॥
কৃষ্ণৰ কিঙ্কৰে কহে সুনা সৰ্ব্বজন।
তৰিবা সংখাৰ সুখে ইহাৰ স্ৰৱন॥
হেম সৰোচতি ভনে এৰি আন কাম।
পাতেক চাড়োক ডাকি বোলা ৰাম ৰাম॥

---

# মাধৱ কন্দলী।

## আত্ম পৰিচয়।

কবিৰাজ কন্দলী যে আমাকে সে বুলি কয়,
মাধৱ কন্দলী আৰো নাম।
সপোনে সচিতে মঞি, জ্ঞানে কায়বাক্য মনে,
অহর্নিশে চিন্তো ৰাম ৰাম॥
শ্লোক সংস্কৃতে আমি, গঢ়িবাক পাৰিছয়
কৰিলোহো সর্ব্বজন বোধে।
ৰামায়ণ সুপৱাৰ শ্রী মহামাণিক্য যে,
ৰৰাহী ৰাজাৰ অনুবোধে॥
সাত কাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো,
লম্ভা পৰি হৰি সাৰোদ্ধৃত।
মহামাণিক্যৰ বোলে কাব্য ৰস কিছো দিলো,
দুগ্ধক মথিলে যেন ঘৃত॥
পণ্ডিত লোকৰ যেবে অসন্তোষ উপজয়,
হাত্ত জোৰে বোলো শুদ্ধ বাক।
পুস্তক বিচাৰি যেবে তৈত কথা নপাবাহা,
তেবে সবে নিন্দিবা আমাক॥

# ৰামায়ণ—অযোধ্যা কাণ্ড।

## ৰামৰ বনবাস।

### দোলড়ি।

ধৰুণি যৰত আছন্ত জানকী
ৰাঘৱৰ মনোৰমা।
শ্বেত মেঘে যেন জগত বিদিত,
ৰোহিনী দেৱী উপমা ॥
আতি অপৰ্য্যন্ত হৰিষ কৰন্ত,
গাত্ৰে অলঙ্কাৰ ধৰি।
মোৰ স্বামী ৰাম ৰাজা হৈব আজি,
আমি হৈবো পটেশ্বৰী ॥
মনে কুতুহল অনেক মঙ্গল,
কৰিলন্ত ঠাৰে ঠাৰ।
মনত হাসন্ত নিয়মে আছন্ত,
সীতা জগতৰ মাৱ ॥
প্ৰসন্ন নয়ন হৰিষ বদন,
কৰি দুৱাৰক চাইল।
প্ৰাণনাথ ৰাম গুণে অনুপাম,
আসা দৰিশন পাইল ॥
পৰিল ঝামৰ নোশোভে ৰামৰ,
মুখ অনুৰূপ দিন।
গোধুলি কালৰ যেন দিনকৰ,
প্ৰভাৱ ভৈলা বিহীন ॥
প্ৰদক্ষিণ কৰি স্বামীক নমিলা,
সীতা জনকৰ জীৱ।
হাত জোৰ কৰি ৰামৰ পাশত,
সঙ্কোসে ভৈলন্ত থিৰ ॥

অন্তৰ্গতে পাছে কাৰ্জ্জক লখিয়া,
বাঘৰৰ বৰ নাৰী।
ধীৰে ধীৰে মাত্ৰ বুলিলা বচন,
জনক ৰাজ জীয়াৰী॥
কি কাৰণে প্ৰভু মনত আসুখ,
মিলিল কোন প্ৰমাদ।
কহিয়োক প্ৰভু হৰিৰ কাৰণত,
দেখিয় কেনে বিষাদ॥
আতি অপ্ৰমাদী মন্ত্ৰী পাত্ৰ আদি,
ব্ৰাহ্মণ আছন্ত যত।
পঢ়ি মন্ত্ৰ মূল দুৰ্ব্বাক্ষত ফুল,
নেদিলা তজু শিৰত॥
তোহ্মাৰ লগত ধৱল চামৰ,
নাহি ৰাজ অলঙ্কাৰ।
কিনো বিপৰীত অথিৰ চৰিত,
দেখোহোঁ চিত্ত তোহ্মাৰ॥
ৰাজলক্ষ্মী ধৰ প্ৰমত্ত কুঞ্জৰ,
নাসিল কেনে লগত।
চলন্তে বেগত মেৰু পৰ্ব্বতক,
তুলিতে দান্তে শকত॥
আতি মনোৰম অষ্ট তুৰঙ্গম,
জুগুত কাঞ্চনময়।
হেন পুষ্পৰথ তোহ্মাৰ লগত,
কেনে প্ৰভু নচলয়॥
তোহ্মাত ভকত মন্ত্ৰী পাত্ৰ যত,
আনো ৰাজ সেনা গণ।
সমৰে শকত গোসাঞিৰ লগত,
নকৰে কেনে গমন॥

সুবৰ্ণৰ ৰথ শুক্ল ঘোড়া যত,
শোভন কৰি জুগুত।
কৰি কুতুহল কৰন্তে মঙ্গল,
নচলয় অদভুত ॥
আনো নানা মত তোম্মাৰ সঙ্গত,
নলখিয় ৰাজ্য অঙ্গ।
কৈয়ো অভিপ্ৰায় কি কাৰণে প্ৰভু,
অভিষেক ভৈল ভঙ্গ ॥
হেন সুনি পাছে প্ৰভু ৰামচন্দ্ৰ,
সীতাক দিলা উত্তৰ।
সাবধান কৰি সুনা প্ৰাণেশ্বৰী,
যেন ভৈলা আথান্তৰ ॥
পৰম নিৰ্ম্মল ৰাজ ঋষিকুলে,
তুমি ভৈলা উত্তপতি।
সুশোভন চিত্ত ধৰ্ম্মেসে চৰিত,
শুদ্ধমতী শান্তী সতী ॥
অভিষেক বিধি বিহিয়া নৃপতি,
গৈলা কৈকেয়ীৰ ঠাৱ।
বচনে চান্দিয়া বৰ দুই মাগি,
লৈলন্ত কৈকেয়ী মাৱ ॥
তেজিয়া ৰাজ্যক চৌধ বৰিষেক,
আমি যাইবো বনমাঝ।
আউৰ বৰ মাগি লৈলন্ত ৰাজাত,
ভৰতক দিতে ৰাজ ॥
পাপক সঞ্চিলে শৰীৰ দংশিলে,
কৈকেয়ীএ কালসৰ্প।
মিলিল বিঘাত বাক্য বিষে চান্দি,
হৰি গৈল বল দৰ্প ॥

মাৱৰ বচন শুনি আতিশয়,
ভৈল চিত্ত উপসাম।
কালে পাইলে আৰ নাহিকে জীৱন,
সাক্ষাতে লৈ যাই যম॥
নাহি আন মন বাপৰ বচন,
আমি শিৰোগত কৰি।
শ্ৰী ভৈল ছন্ন আমি যাইবোঁ বন,
অযোধ্যাক পৰি হৰি॥
শুনা প্ৰাণেশ্বৰী চিত্ত থিৰ কৰি,
নোকৰিবা কিছো শোক।
আসিয়োক বাহুে পৰিচেদা কৰি,
দেখি আৰো মত্ৰিণ তোক॥
পৰম দাৰুণ ৰামৰ বচন,
শুনিয়া সীতা গোসানী।
হাঁ প্ৰভু বুলি পড়িলা ভূমিত,
হৃদয়ত মুঠি হানি॥
বিষাদে মনত শিৰৰ আগত,
যেহেন দেবী পাৰ্ব্বতী।
যেন মহাদেৱ দহিলা কামক,
বিলাপ কৰন্ত ৰতি॥
আতি মহাভয় শৰীৰ কাম্পয়,
হাতৰ খসে বলয়॥
নাহি গায়ে তত সিংহৰ ত্ৰাসত,
যেন মৃগ মলবয়॥
চেতন লভিয়া সীতায়ে বোলন্ত,
কতনো পাপ কৰিলোঁ।
মাটিৰ ভিতৰে প্ৰবেশি আছিলোঁ,
তথাপিতো নমৰিলোঁ॥

কিম্বা অপবাদে তুমি প্ৰভু মোক,
শোক অগণিত দিয়া।
আমি পতিব্ৰতা নাৰীক গোসাঞিও,
চলিলা ক্ষেমে তেজিয়া॥
নযাইবাহা প্ৰভু বুলিয়া জানকী,
অঞ্চলত ধৰিলন্ত।
যেন লক্ষ্মী দেবী ঈশ্বৰ বিষ্ণুৰ,
চৰণত পৰিলন্ত॥
ৰাঘৱে বোলন্ত উঠা প্ৰাণেশ্বৰী,
সুনিয়োক হিতপক্ষ।
বাপৰ বচন তেজিয়া বনক,
নযাইবোঁ ইতো অশক্য॥
কৌশল্যা মাৱক আদি কৰি যত,
তেজিলোহোঁ বন্ধুজন।
মায়াময় ইতো গৃহ সুখ তেজি,
আজি চলি যাইবোঁ বন॥
নমো নমো ৰাম যাহাৰ উপাম,
নাহি ইতো ত্ৰিভুবনে।
দুখ উপসাম হৌক ৰাম ৰাম,
বোলা সামাজিক জনে॥

পদ।

তেজিলোহোঁ মিত্ৰ যত অযোধ্যা নগৰী।
মোহ এড়িলোহো সীতা সৰ্ব্বাঙ্গসুন্দৰী॥
মুখচন্দ্ৰ হেৰি অমৃতৰ অভিলাষে।
গ্ৰাসিবাক লাগি ৰাহু আসি ভৈল পাশে॥
ভ্ৰূৰযুগ ধনুত কটাক্ষ যেন শৰ।
চমকিয়া ৰাহু গৈল গগণ উপৰ॥
নীলোৎপল দল সম নয়ন যুগল।
দেখি মুনিগণো হোৱে মোহিত সকল॥

নাসা ভৈল তিল ফুল বন্দুলি অধৰ।
মুকুতা পংকতি দন্ত পান্তি মনোহৰ ॥
মনোহৰ অধৰ অধিক বিম্ব ফল।
তিনি ৰেখা সমে জলে সুশোভিত গল ॥
বাহু দুই খান তোৰ মৃণালৰ সৰি।
উদৰত ত্রিবলি কামৰ সাতসৰি ॥
হৰ কোপ বহ্নি পীড়ে খুজি নপাই জুৰ।
নাভি সৰোবৰে কামদেৱে দিলা বুৰ ॥
নিজ পুৰ পশি কামে মুদিল দুৱাৰ।
উদৰৰ লোম পান্তি ধুম ভৈল তাৰ ॥
ডমৰুৰ মধ্যদেশ সদৃশ কঙ্কাল।
কাঞ্চিয়ে ৰঞ্জিত আতি নিতম্ব বিশাল ॥
অমৃতৰ কুপ সম মন্মথৰ পুৰ।
সৰস জঘন তোৰ প্রকাশে প্রচুৰ ॥
সুকুমাৰ উৰু ৰামকদলীৰ সম।
জঙ্ঘা দুইৰ কান্তি আতি দেখি মনোৰম ॥
সুগুপুত গ্রন্থি আতি ৰঙ্গা দুই পাৱ।
নৱ কিসলয় দল সহজ স্বভাৱ ॥
মস্থৰ গমনে কুঞ্জৰৰ তেজ হৰে।
নুপুৰৰ শবদে সাৰস অনুসৰে ॥
সূর্য্যৰ উপমা দুই কুণ্ডলৰ জ্যোতি।
তাৰাগণ চমক মাণিক গজমতি ॥
সুৰগণ গন্ধৰ্ব্ব নাগৰ তেজ হৰে।
বেশ দেখি কমন যুবতে প্ৰাণ ধৰে ॥
জীৱন্তে মৃতক মঞি তোক পৰিহৰোঁ।
গলে শিলা বান্ধিয়া সাগৰে ঝাম্প কৰোঁ ॥
পৰিহৰ দুখ সীতা চিন্তা শোক ৰোগ।
মৰন্তা জনৰ দূৰ নোহে হেন যোগ ॥
ৰাপৰ বচন মঞি কেনে পৰিহৰোঁ।
গৃহ নেৰ ক্ষমা কৰ হাতে তোৰ ধৰোঁ ॥

সীতায়ে বোলন্ত প্ৰভু দেব নিজ নাহা।
কোন দোষে তুমি মোক পৰিহৰি যাহা॥
পূৰ্ব্ব জন্মে নাৰাধিলোঁ পাৰ্ব্বতীশঙ্কৰ।
সি কাৰণে মোক পৰিহৰে প্ৰাণেশ্বৰ॥
সূৰ্য্য কুলে উতপতি অযোধ্যাৰ পতি।
দুখৱতী নাৰী কৰোঁ তোহ্মাত ভকতি॥
চৌদ্ধয় বৰিষ লাগি তুমি বনে যাইব।
ইজন্মক লাগি মোৰ মানে বুকুৱাইব॥
চম্পক কলিকা সম মোৰ কলেৱৰ।
লুণ্ঠি ঘুণ্ঠি আছিলাহা যেহেন ভ্ৰমৰ॥
যেবে আসি বিকসিত ভৈল ফুল ফল।
উপভোগ এড়ি কেনে কৰাঁহা নিস্ফল॥
সূৰ্য্য অবিহনে যেন নোশোভয় দিন।
ৰজনী নোশোভে যেন শশধৰ হীন॥
বসন্ত নোশোভে বিনে কোকিলৰ বোলে।
নিস্ফল জীবন প্ৰভু তুলি বিনে কোলে॥
সুমৰন্তে প্ৰভু মোৰ লাগে হৃদি খেদ।
বোলে স্বামী দেৱ নকৰিবা বন্ধু ছেদ॥
কমন অঙ্গত মোৰ খিন দেখিলাহাঁ।
সি কাৰণে প্ৰভু মোক উপেখিয়া যাহাঁ॥
তোহ্মাক বোলোহোঁ তুমি ৰাজাৰ কুমাৰ।
দাৰুণ বনক কেনে যাইবা একেশ্বৰ॥
যমৰ কৰণ সম দুৰ্গম দুস্তৰ।
সুমৰন্তে হৃদি খেদ গহন গহ্বৰ॥
ৰাঘৱে বোলন্ত সীতা চিত থিৰ কৰ।
আহ্মাৰ বচন তঞিও দৃঢ় মনে ধৰ॥
আমি বনে গৈলে দেৱ দ্বিজ আৰাধিবা।
উপবাস ব্ৰতে মোৰ কল্যান সাধিবা॥
ভাই মোৰ সুবোধ ভৰত শত্ৰুঘন।
দেৱ হেন আৰাধিবে সকৰুণ মন॥

দৰ্প মান এড়ি আন চিত্তক তুষিব।
তেবে অনুৰূপে তোক ভৰতে পুষিব ॥
প্ৰভাত সময়ে উঠি চালিবাহা গায়।
কৰিবাহা প্ৰণাম আম্মাৰ বাপ মায় ॥
হিত সুহৃদতো ছাড়ি নেদেখিবা আন।
সব সাসু দেখিবাহা কৌশল্যা সমান ॥
সীতায়ে বোলন্ত প্ৰভু সুনিয়ো বচন।
মোৰ বাক্য হেলা নকৰিয়া দিয়া মন ॥
বাপৰ সুকৃতে পোৰ নজলয় সুখ।
পোৰ কৰ্ম্মে বাপেকৰো নখণ্ডয় দুখ ॥
স্বামীৰ সুকৃত ভুঞ্জে পতিব্ৰতা জন।
প্ৰভুৰ লগত আৱশ্যকে যাইবোঁ বন ॥
বনক যাহান্তে আগে মিলিবেক যত।
ভাঙ্গিয়া কণ্টক বন চলিবো আগত ॥
মোৰ অভিপ্ৰায় যেন আপুনি জানাহা।
অনুগত তেজি অপযশক পাইবাহাঁ ॥
কেশৰী কুঞ্জৰ বাঘ ভালুক মহিষ।
তুমি সঙ্গে থাকিতে কৰিবে মোক কিস ॥
নদী নদ দেখিবো বিবিধ সৰোবৰ।
কুমুদিনী নলিনী অনেক মনোহৰ ॥
উৎসুক মনক গোসাঞি নকৰিবা ভঙ্গ।
তুমি সমে বনক যাইবাক কড় ৰঙ্গ ॥
তুমি সমে ভ্ৰমন কৰিবো বন মাঝে।
যেহেন স্বৰ্গত শচী দেৱী দেৱৰাজে ॥
ৰত্নময় বিচিত্ৰ পৰ্ব্বত বনদেশ।
বিবিধ পুষ্পিত বন সুগন্ধি নিশেষ ॥
সুবিচিত্ৰ ক্ৰীড়া স্থান কুঞ্জৰ বিশেষ।
কান্ত সমে ৰতি যেন ক্ৰীড়িবোঁ আশেষ ॥
মায়ে মোক পূৰ্ব্বত শিখাইলা হাতে ধৰি।
নকৰিবা ভোজন স্বামীক পৰিহৰি ॥

সি সব বচন আমি শিৰোগত্তে ধৰোঁ।
মহা বনে তোক্কাৰ ভুলত্তে অনুসৰোঁ॥
হেন সুনি বুলিলন্ত জগতৰ নাথে।
সীতা দেবী আগত আছন্ত হেট মাথে॥
সুনা সুনা সীতা বোলো জনক জিয়াৰী
নাৰী সমে বনবাস খাটিতে নপাৰি॥
সিংহৰ নাদক সুনি গিৰিৰ কন্দৰে।
কাম্পে কলেবৰ চমকিত হৈব ডৰে॥
পৰ্ব্বত সমান হস্তী গৰ্জ্জে নিৰন্তৰে।
দ্বাদশ মাসৰ ভিতৰত সয় ধৰে॥
মহিষ বৰাহ বাঘ সৰভ গবয়।
সিংহ ঘোঙ যাৰে আত্তি ত্ৰাসক জনয়॥
গোলাস ভেৰণ্ড গোম পৰ্ব্বতীয়া বোড়।
মাণ্ডলীক অজগৰ যাক নাহি জোৰ॥
ইসবক আদি কৰি ভয়ঙ্কৰ সৰ্প।
দৰশন মাত্ৰেকতে হৰে বল দৰ্প॥
কীট পতঙ্গৰ জোক নেউল ইন্দুৰ।
ইতো সব জন্তু আছে বনত প্ৰচুৰ।
গুগুকুৰি পকয়া আছয় আস থান।
যাহাৰ প্ৰহাৰ সিংহে নসহয় টান॥
বিহঙ্গম চতক বনত আসি মিলে।
আছোক মনুষ্য হস্তী গোটে গোটে গিলে॥
ৰকত কমল সম তোৰ হাত পাৱ।
সৰ্ব্বক্ষণে নেত কামলিত যাৰ গাৱ॥
বত্ন গৃহে ফুৰন্তে শোণিত পাৱে বহে।
উলু কণ্টকত ফুৰিবাক কোন সহে॥
অনেক দিনৰ পথ হৈব মৰুস্থল।
মহাদুৰ্গ স্থান কতো অপবিত্ৰ জল॥
কুশৰ কণ্টক লতা গুল্ম যত দেশ।
ঘোৰ অৰণ্যত কেনে হৈবাহা প্ৰবেশ॥

পৰিধান বল্কল হৈবেক জটা কেশ।
নখ লোম ছোৰ হৈব ভোভকাৰ বেশ॥
অস্থি চৰ্ম্ম নাম মাত্ৰ হৈব মোৰ সাৰ।
কিনো প্ৰীতি হৈব তোৰ সুৰত আম্মাৰ॥
ঘৰ্ম্মকালে পঞ্চতপ ব্ৰতক ধৰিবোঁ।
শিশিৰ সময়ে জলে নিবাস কৰিবোঁ॥
উপবাস কৰিতে লাগয় ঘনে ঘন।
অন্নক তেজিয়া ফল মূলেসে ভোজন॥
আম্মাৰ লগত বনবাসে তুমি যাইবা।
উপবাস ব্ৰতে মহাদুখ মাত্ৰ পাইবা॥
জনক নন্দিনী মোৰ বচন নবাধ।
গৃহে পতিব্ৰতা ধৰ্ম্মে পৰলোক সাধ॥
ৰামৰ বচন শুনি জানকী গোসানী।
ক্ৰন্দন কৰিয়া দেবী বুলিলন্ত বানী॥
তুমি এড়ি গৈলে মোৰ জীবন নিস্ফল।
কটাৰত ভৰ মুহি ভুঞ্জিবো গৰল॥
সীতাৰ বিলাপে চিত ৰামৰ দ্ৰবিল।
বনক যাইবাক তাঙ্ক অনুমতি দিল॥
সুন সুন জানেকী লখিলো তোৰ কাজ।
মোহোৰ তুলত বনে যাইতে হবা সাজ॥
ৰাঘৱে বোলন্ত লক্ষ্মণৰ হাতে ধৰি।
পালটাও মন বাপু গৃহ পৰিহৰি॥
দুখী দুই মাৱ মোৰ বৰ দুখ পাইব।
কৈকেয়ীত মান সাৰি লঘনক পাইব॥
সুনিয়া লক্ষ্মণে পাছে বুলিলন্ত বাণী।
লক্ষেক পুষিবে পাৰে কৌশল্যা গোসানী॥
ধন জন সমন্বিতে গ্ৰাম দশ শত।
তোম্মাত গৌৰবে তাঙ্ক পালিবে ভৰত॥
তুলত যাইবাক মোক নিবোধিয় কিক।
কিনো মন্দ চিন্তিলোঁ মোহৰ আছে ধিক॥

প্ৰাণ মোৰ দহে আতি এত মান স্নেহ।
হৃদয়ত খাণ্ডা হানি তেজিবোহোঁ দেহ ॥
যেন অভিমত কৰ ভৈয়াই লক্ষ্মণ।
সুযজ্ঞ দ্বিজক গৈয়া আন এতিক্ষণ ॥
বশিষ্ঠৰ পুত্ৰ তেহোঁ ৰাঘৱৰ মিত্ৰ।
তেখনে লক্ষ্মণে আনি কৈলা উপস্থিত ॥
সুযজ্ঞক ৰামদেৱে অৰ্চ্চনা কৰিলা।
আপুনাৰ অলঙ্কাৰ তাঙ্ক দান দিলা ॥
ৰাঘৱক দেখিয়া সীতাৰ অভিমত।
মিতিনীক আনি দিলা অলঙ্কাৰ যত ॥
শয়ন কামলি আৰো সিংহাসন খাট।
ৰত্নৰ বাহুটি দিলা চতুঃষষ্টি পাট ॥
পাটপট কুণ্ডল কঙ্কণ মণি হাৰ।
মুপুৰ পগৰি দিলা নানা অলঙ্কাৰ ॥
কৌশল্যা সুমিত্ৰা আদি মাৱগণ যত।
ব্ৰাহ্মণ প্ৰমুখ্যে আনো যত অনুগত ॥
বন্ধুজন নট ভাট দাস দাসী জন।
মনোৰথ পুৰি ৰামে বিলাইলন্ত ধন ॥
এক বৃদ্ধ ব্ৰাহ্মণে ৰামক পাইলা ভেট।
আমি পাঞ্চ বৎসৰে ৰাজাত কৰি জেষ্ঠ ॥
শিশু সুত মোহোৰ বিস্তৰ পৰিজন।
পুষিতে নপাৰো মোক কিছু দিয়ো ধন ॥
ৰাঘৱে বোলন্ত ধন আগে দিয়া গৈল।
সহস্ৰেক গুৰু তাৰ অৱশেষ ৰৈল ॥
ৰাখিতে পাৰিবা যত আপুনি লৈয়োক।
বিলম্ব নকৰি ঝাণ্টে লড়ু ধৰিয়োক ॥
সুখাই গৈল চৰ্ম্ম সম পাণ্ডি হেন কেশ।
দৃঢ় কৰি গাটি বান্ধি আগত প্ৰবেশ ॥
হাতে লড়ু ধৰি চলিলাহা দ্বিজবৰ।
পাৱ থিৰ নোহয় কাম্পয় কলেৱৰ ॥

ৰাজুৰিয়ো গোসাঞি বুলি ৰামে দিলা বাৰ।
পৰিহাস বুলিলোঁ লখিলোঁ ভজু ভাৰ॥
গোৰক্ষে সহিতে গো সকলক নিয়োক।
আউৰ যত ধন লাগে মোত মাগিয়োক॥
যজ্ঞ কৰিবোহোঁ বুলি মাগি লৈয়া ধন।
ৰামক আশংসা কৰি চলিলা ব্রাহ্মণ॥
যত ধন দিয়া ৰামে কৰিলন্ত শেষ।
অস্ত্র আন লক্ষ্মণক কৰিলা আদেশ॥
বৰুণে পিতৃক দিলা ধনু দুই খান।
টোন দুই অক্ষয় সম্পূর্ণ যাত বান॥
আৰো দিলা অভেদ কৱচ দুই খান।
বিমল কৱচ দুই ঝাণ্টে গৈয়া আন॥
দিব্য ধনু মোহোৰ আছয় গুৰু ঘৰে।
তাহাকো আনিয়ো গৈয়া লক্ষ্মণ সত্বৰে॥
বা ঘৰৰ আদেশ শিৰত কৰি লৈয়া।
ত্বৰিতে লক্ষ্মণে ধনু আনিলন্ত গৈয়া॥
ৰাম সীতা লক্ষ্মণ ধনক দান কৰি।
ৰাজাক দেখিতে যান্ত থান পৰিহৰি॥
ওৱাৰিৰ নাৰী কান্দে সীতা পাৱে ধৰি।
কৈক যাহা মাৱ আমাসাক পৰিহৰি॥
নকৰিলোঁ পাপ অকালত মৃত্যু নাই।
অন্তেষ পুৰৰ নাৰী এড়ি কৈক যাই॥
পুৰুব কালত আছোঁ খণ্ড তপ কৰি।
তাৰ ফলে সীতা মাৱ যান্ত পৰিহৰি॥
ধৱলী ঘৰত পড়ি কান্দে নাৰী জন।
যেন হিমগিৰিত পড়িল তাৰাগণ॥
ৰাজপথে প্রজা যত আদি অন্ত নাই।
চতুর্ভিতি বেড়িয়া ক্রন্দন কৰি যাই॥
নিৰন্তৰে প্রজা সব কান্দয় চৌপথে।
কিনো কৰ্ম্ম কৰিল নৃপতি দশৰথে॥

জানিলোঁহো ইহাঙ্ক আপদে আসি পাইল।
সি কাৰণে প্ৰিয় পুত্ৰ বনক পঠাইল ॥
আমি সবো ৰামৰ লগতে চলি যাইবোঁ।
ইহান পাশতে গৈয়া নগৰী বৈসাইবোঁ ॥
নিৰন্তৰে লৈয়া যাইবো পুত্ৰ পৰিবাৰ।
ইতো শূন্য নগৰী কৈকেইৰ হৌক সাৰ ॥
ৰাজাৰ কুমাৰী তুলিলন্ত বাপে মাৰে।
প্ৰজাগণে দেখে সীতা যান্ত ভূমিপাৰে ॥
সুকুমলী সীতা দেবী ভূমিত চৰণ।
কিসক নভৈল বিধি আহ্মাৰ মৰণ ॥
নগৰী জনৰ বাক্য শুনি হেন কাণে।
সিংহদ্বাৰ পাইলন্ত মনত অভিমানে ॥
সুমন্তক বোলন্ত জনায়ো মহাৰাজ।
বাপৰ চৰণ দেখোঁ যাইবোঁ বনমাঝ ॥
সংক্ষেপ কৰিয়া কহিলোঁহো ইতো কথা।
দশৰথ নৃপতিৰ সুনিয়ো বেৱস্থা ॥
চেতন লভিয়া শোকে কৈকেইক চাইল।
ৰোগযুত গজে যেন সিংহ ভেট পাইল ॥
কাল ৰাতৃ সুনিবি কৈকেইৰাজ জীৱ।
ৰাম বন গৈলে মঞি তেজিবোঁহো জীৱ ॥
তোৰ পুত্ৰে কেন মতে কৰিবেক ৰাজ।
ছৱাল চৰিত্ৰ কিছো নুবুঝয় কাজ ॥
মধুফল আশায়ে সেবিলোঁ বৃক্ষ মুল।
ফলকালে ভৈল সিয়ো সিমলিৰ তুল ॥
বিৰিধ কালত হেন নিকাৰুণ ভৈলি।
মুখৰ গৰাস মোৰ তাকো কাঢ়ি লৈলি ॥
এবেসে জানিলোঁ তোক যেন পতিব্ৰতা।
মোহোৰ ৰুধিৰ পান কৰিতে সকতা ॥
জন্মে জন্মে হোঁয়ে জানো তোৰ সদগতি।
ৰাজ্যলোভে বধ কৈলি মঞি হেন পতি ॥

কীৰ্ত্তি কৰ্ম্ম ধৰ্ম্মমানে সবে পৰিহৰি।
অনাথ কৰিলি তঞি অযোধ্যা নগৰী ॥
হাঁ প্ৰাণ পুত্ৰ মঞি পৰিহৰোঁ কিক।
স্ত্ৰীৰ অধীন মোক আছোঁ ধিক ধিক ॥
প্ৰতিপাল কৰে মোক সুভাষিত ৰাম।
তিনিয়ো ত্ৰৈলোক্যে যাক নাহিকে উপাম ॥
হাঁ বিধি এবে মঞি কৰিলোঁহো কিস।
পাপিষ্ঠীয়ে ঢালিলন্ত অমৃতত বিষ ॥
পাপিষ্ঠ নিষ্ঠুৰ মঞি ভৈলোঁ স্ত্ৰীৰ বশ।
ৰামক বনক পঠাই পাইলোঁ অপযশ ॥
কিনো অধোগামী তঞি পাপিষ্ঠী দাৰুণী।
বিহৈতা স্বামীত কেনে ভৈলি নিকাৰুণী ॥
বিলাপ কৰন্তে যেবে আছে দশৰথ।
হাত জোৰে সুমন্ত্ৰ আগত উপগত ॥
শ্ৰীৰাম লক্ষ্মণ সীতা দুৱাৰত থিত।
বনে যাইতে আসিলন্ত চৰণ দেখিত ॥
কান্দি ৰাজা সুমন্ত্ৰক বুলিলন্ত বাণী।
মহাদেই সমস্তক মিলায়োক আনি ॥
পৰিছেদা দেখন্তোক পুত্ৰ ৰাম মুখ।
ৰাম বনে গৈলে অন্তৰ্গতে পাইব দুখ ॥
ৰাজাৰ আদেশে মন্ত্ৰী গৈল অভ্যন্তৰে।
নিৰন্তৰে নাৰীগণ মিলাইলা সত্বৰে ॥
বসিলা ৰাজাক বেঢ়ি ৰমণী সকলে।
চন্দ্ৰক বেঢ়িয়া যেন তাৰাগণ জ্বলে ॥
দেৱতা ভুষিত যত সুন্দৰী সমাজ।
অপেচৰা বেঢ়িলে যেহেন দেৱৰাজ ॥
সুমন্ত্ৰয়ে নৃপতিৰ বচন প্ৰমাণি।
ৰাম সীতা লক্ষ্মণক ভেটাইলন্ত আনি ॥
বাপক দেখিলা হেম সিংহাসনে থিত।
উদয় গিৰিত যেন জ্বলন্ত আদিত্য ॥

কৈকেই কৌশল্যা দুয়ো আছন্ত দুই ভিতি।
কাশ্যপক বেঢ়ি যেন দিতি যে অদিতি ॥
দশৰথ আছা কন্যাগণৰ মাঝত।
হস্তিনী গণৰ মাঝে যেন ঐৰাৱত ॥
ৰামক দেখিয়া ৰাজা চালিলন্ত গাৱ।
সাবটি ধৰিতে লাগি বঢ়াইলন্ত পাৱ ॥
শোকে সিহৰিল গাৱ নপাৰইলন্ত উলি।
ঢলিয়া পড়ন্তে ৰামে ধৰিলন্ত তুলি ॥
শ্ৰীৰাম লক্ষ্মণে নিয়া থাপিলা আসনে।
তিনি হন্তে কান্দিলা বিষাদ কৰি মনে ॥
বিচিলন্ত অনেক চামৰ ধৰি হাতে।
সুশীতল জল আনি ঢালিলন্ত মাথে ॥
কৌশল্যাক প্ৰমুখ্যে ৰামৰ যত মাৱ।
হা প্ৰাণ প্ৰভু বুলি তেজিলন্ত ৰাৱ ॥
হৰি হৰি বিধি কত্ত কৰিলে সঙ্গতি।
দশৰথ নৃপতিৰ হেন সে বিপতি ॥
সুখৰ ভিতৰে কেনে মিলিল অপাই।
বন্ধুছেদ কৰি ৰাম বনবাসে যাই ॥
কহি যাইবে সীতা আই সৰ্ব্বাঙ্গে সুন্দৰী।
কৈক যাহা লখাই বাপ দেশ পৰিহৰি ॥
বিনাশ মিলিল আসি অযোধ্যা নগৰী।
কৈক যাইবে ৰমাই মোক অনাথিতি কৰি ॥
কতো বেলি নৃপতিৰ আসিলেক জীৱ।
কৰজোৰে শ্ৰীৰাম আগত ভৈলা থিৱ ॥
তুয়া সত্য পালিয়া চলিবো বন মাঝ।
শুভদৃষ্টি চাহি আজ্ঞা দিয়ো মহাৰাজ ॥
লক্ষ্মণ সীতাক মঞি বুলিলোহো ভাৱ।
গহ কৰি তেজিলন্ত আপুনাৰ ঠাৱ ॥
পালটাইতে নপাৰিলোঁ কৰিবোঁহো কিস।
তিনি হন্তে চলিলোহো দিয়োক আশীষ ॥

জগতৰ নাথ এহি বুলি ৰহিলন্ত ।
মাথা তুলি পাছে দশৰথে বুলিলন্ত ॥
স্ত্রীজন বঢ়াই বড় ভৈলোঁহো হুতাশ ।
কৈকেইক বৰ দিয়া চিন্তিলোঁ বিনাশ ॥
জন্মে জন্মে মঞি কৰিলোঁহোঁ মন্দ কৰ্ম্ম ।
জেষ্ঠ পুত্র বনে যাই কোন যোগ্য ধৰ্ম্ম ॥
অযোগ্য কৰিয়া গলে সত্য পাশে ধৰি ।
ৰাজ্য ভাৰ লয়য় নিগ্রহ মোক কৰি ॥
দশৰথে বোলে স্থনা হৃদয় নন্দন ।
এড়ি যাইবে মোহোক বিকল কৰে মন ॥
তুমি এড়ি গৈলে মোৰ নাহিকে জীৱন ।
দুখ ভাগ লৈবো মোকো লৈয়া চল বন ॥
প্রদক্ষিণ কৰি ৰামে বুলিলন্ত বাণী ।
আমাৰ জীৱন যেন পদ্ম পত্র পানী ।
পিতৃদেৱ তোহ্মাৰ সত্যক ৰক্ষা কৰি ।
নিশ্চয় চলিবোঁ বন ৰাজ্য পৰিহৰি ॥
ধৰ্ম্ম পথ ৰাখোঁ মোত তেজিয়োক স্নেহ ।
সত্যক পালন কৰাঁ দৃঢ় কৰাঁ দেহ ॥
পুত্র সঙ্গে ৰাজাৰ যাইবাক নোহে যোগ ।
বন্ধুজন পালিয়ো কৰিয়ো ৰাজ্য ভোগ ॥
দশৰথে বোলে ৰাম কুলৰ নন্দন ।
মাৱক বাপক বোলাঁ আশ্বাস বচন ॥
মাৱৰ বাপৰ পুত্র সৰ্ব্বকালে ছোট ।
মাঝ কৰি গলে বান্ধি থাকোঁ ৰাত্রি গোট ॥
ৰাজাএ বোলন্ত ৰাম বুঝিলোঁহোঁ চিত্ত ।
এক বোল বোলোঁ তাক দেখিয়োক হিত ॥
আজি থাকি অনুগ্রহ কৰিয়ো আহ্মাত ।
পৰিছেদা একে থানে ভুঞ্জো আজি ভাত ॥
ৰাঘৱে বোলন্ত বাপ স্থনিয়ো আপুনে ।
আজি তুই ভাত খাইবো কালি খাইবে কোনে ॥

মোহোৰ বাসনা এড়ি পালিয়ো শপত।
অবিলম্বে ৰাজ্যে আনি থাপিয়ো ভৰত॥
মোহোৰ নিমিত্তে কিক শোকক জলয়।
গম্ভীৰ সাগৰ কদাচিতো নটলয়॥
নিশ্বাস কাঢ়িয়া ৰাজা মাথা তুলি চাইল।
সুমন্ত্র আগতে আছে তাঙ্ক ভেট পাইল॥
বোলোহোঁ সুমন্ত্র সুন বচন আম্মাৰ।
চতুৰঙ্গ দল মোৰ সত্বৰে হাঙ্কাৰ॥
শ্রীৰামৰ লগতে চলোক সেৱা কৰি।
ভৰতে আসিয়া লৌক ই শূন্য নগৰী॥
প্রথম যৌবনী যত বিবিধ সুন্দৰী।
ৰাঘৱৰ লগতে চলায়ো ঝাণ্ট কৰি॥
ভণ্ডাৰ বেহাৰ ধন জন যত দেশ।
ৰামৰ তুলতে হৌক বনত প্রবেশ॥
পাত্র মন্ত্রী সকল যতেক বীৰ সাৰ।
একো একো বীৰে বাসৱকো দেই ধাৰ॥
ৰামৰ তুলতে গৈয়া বৈসাউ নগৰী।
কৈকেইক ৰাজ্য ইতো দেএো শূন্য কৰি॥
সুনি কৈকেইৰ মুখ জিহ্বা সুখাই গৈল।
ক্রোধে নৃপতিক বাক্য বুলিবাক লৈল॥
সাৰ ভাগ কাঢ়ি লৈলা পাইলোঁ সত্য বোল।
ঘৃত কাঢ়ি লৈলা মঞি কি কৰিবো ঘোল॥
ৰাজাৰ চৰিত্র দেখি ভৰতৰ মায়।
চমৎকাৰ জলিল কাম্পয় হাত পায়॥
বিবর্ণ বদন ভৈল নিশ্রীক কুচান্দ।
অমৃত পানক যেন ৰাহুগ্রস্ত চান্দ॥
তোম্মাৰ উপৰি বংশ সগৰ আছিল।
সুনি আছোঁ তেহোঁ শ্রেষ্ঠ পুত্রক ত্যাগিল॥
সেহি মতে ৰামক কৰিয়ো পৰিহাৰ।
তাঙ্ক যোগ্য সুহিকে অযোধ্যা ৰাজ্যভাৰ॥

ধিক তোক পাপিষ্ঠী বুলিয়া মহাৰাই।
লাজে শোকে থাকিলা ভূমিক লাগি চাই॥
হেন দেখি বুলিলন্ত বৃদ্ধ মহামাত্য।
নামত সিদ্ধাৰ্থ তেহোঁ চিৰকালি পাত্ৰ॥
আছিল অসমঞ্জস কুট বড় খল।
শিশু মাৰি পেহ্লাৱয় সৰযুৰ জল॥
শোকে বিনাৱয় প্ৰজা নৃপতিত কাজ।
সি কাৰণে তেজিলা সগৰ মহাৰাজ॥
গুণৰ সাগৰ ৰাম সৰ্ব্বজন হিত।
দেৱ দ্বিজ ভক্ত পিতৃ মাতৃত বিনীত॥
জন মন কুমুদ প্ৰকাশ শশধৰ।
কোন দোষে শ্ৰীৰামক গুচাইবে ৰাজ্যৰ॥
বাৰে বাৰে বোল তঞি ৰামক গুচিত।
মঞি জানো তোক যেন কৰিতে উচিত॥
সব ৰাজে সাজিয়া ৰামৰ লগে যাউক।
কুকুৰ শৃগালে তোক লাৰি চাৰি খাউক॥
ৰাজাৰ কুমাৰী ৰূপে আইলি ৰাক্ষসিনী।
দশৰথ হেন স্বামী ভৈলি নিকাৰুণী॥
পৰম পাপিনী দেখিবাকো নোহে যোগ।
অচিকিৎস্য ব্যাধি ভৈল যেন গৰ্ভৰোগ॥
নৃপতি বোলন্ত সুন হাঞৰে পাপিষ্ঠী।
তোক দেখি পড়ে যেন নৰকত দৃষ্টি॥
ৰাজ ভোগ তেজি মঞি ভৈলোহোঁ নৈৰাশ।
সুখে থাক ৰাম সঙ্গে যাঞো বনবাস॥
ৰাঘৱে বোলন্ত পিতৃ চিত্ত কৰা থিৰ।
বনবাসে যোগ্য মোক দিয়া ৰাজ্য চিৰ॥
পুত্ৰৰ লগত বন যাইতে নোহে যোগ।
বন্ধুজন পালিয়ো কৰিয়ো ৰাজ্য ভোগ॥
সুনিয়া কৈকেই আতি সহৰিষ মনে।
তিনিকো বাকলি বস্ত্ৰ দিলা তেতিক্ষণে॥

লাজ এড়ি বোলয় নিষ্ঠুৰ মন কৰি।
চিৰ পিন্ধি চল ঝাণ্টে দেশ পৰিহৰি॥
ভৰতে আসিয়া লোক এহি দণ্ড পাট।
চৌধ বৰিষক লাগি বনবাস খাট॥
দেৱাঙ্গ বস্ত্ৰক তেজিলন্ত তেতিক্ষণে।
পিন্ধিলা বাকলি বস্ত্ৰ শ্ৰীৰাম লক্ষ্মণে॥
সীতা দেবী থৈলন্ত কান্ধত চিৰ বাস।
মৃগী যেন দেখিয় গলত লৈল পাশ॥
লাজে নমাইলন্ত মাথ জনকৰ জীৱ।
স্বামীৰ পাশত ধীৰে ধীৰে ভৈলা থিৱ॥
স্তুনিয়োক প্ৰভু ৰাম মোৰ নিজ পতি।
কেন মতে চিৰ পিন্ধে কহিয়ো সম্প্ৰতি॥
হেন বুলি চিৰ নেত উপৰে ধৰিল।
মহাদই লোকে দেখি ক্ৰন্দন কৰিল॥
হাঁ হাঁ বিধি বুলি ৰোল উথলিল ছাৰি।
সীতা গোসানীক লাগি নাহি পাট সাৰী।
ৰাজা বোলে পাপিষ্ঠী অখ্যাতি বৰ থৈল।
একে ৰামে বনে যাইতে বড় মাগি লৈল॥
কিনো নিদাৰুণী তোৰ পাপৰ শৰীৰ।
লক্ষ্মণ সীতাক কেনে পিন্ধাৱস চিৰ॥
ৰাঘৱে বোলন্ত বাপ তজু পাৱে ধৰোঁ।
একুটীৰ পুত্ৰ মঞি আইক পৰিহৰোঁ॥
মোহোৰ বিয়োগে আইৰ প্ৰাণৰ সংশয়।
হেন কাজ কৰা যেন তান প্ৰাণ ৰয়॥
পড়িলা কৌশল্যা মায় শোকৰ সাগৰে।
ইহান শৰীৰ ৰক্ষা কৰা নিৰন্তৰে॥
হেন স্তুনি নৃপতি বিহ্বল আতি ভৈলা।
ভূমিত পড়িয়া তেতিক্ষণে মূৰ্চ্ছা গৈলা॥
কতোক্ষণে চেতন লভিয়া মহাৰাই।
কৰিলা আদেশ ৰাজা সুমন্তক চাই॥

মোৰ ৰথ খান আন শীঘ্র বেগে সাজি ।
ৰাম বনে যাইতে সাৰথি হুয়ো আজি ॥
ৰাজাৰ আদেশ মন্ত্রী মাথে তুলি লৈয়া ।
সব সাজে ৰথ সাজি আনিলন্ত গৈয়া ॥
ভণ্ডাৰীক নৃপতিয়ে কৰিলা হাঙ্কাৰ ।
সীতাক দিয়োক ৰাজ যোগ্য অলঙ্কাৰ ॥
ৰাজাৰ বচন মন্ত্রী শিৰোগতে লৈয়া ।
তেখনে আনিল দিব্য অলঙ্কাৰ গৈয়া ॥
নৃপতি বোলন্ত কুল বহাৰী আহ্মাৰ ।
পৰিছেদা দেখোঁ পিন্ধিয়োক অলঙ্কাৰ ॥
তেতিক্ষণে সীতা বল্কলক তেজিলন্ত ।
সুনির্ম্মল বস্ত্র পৰিধান কৰিলন্ত ॥
সাসু পাঞ্চসাতে পিন্ধাইলণ্ত অলঙ্কাৰ ।
মুকুট কুণ্ডল গ্রীৱে সাতসৰি হাৰ ॥
নুপুৰ পগৰি আনো অলঙ্কাৰ যত ।
থানে থানে প্রতি প্রতি পিন্ধাইলা সমস্ত ॥
কঙ্কণ কুণ্ডল ৰত্নাঙ্গুৰী আৰো কাঞ্চি ।
সমস্ত শৰীৰ অলঙ্কাৰে নিলা খাঞ্চি ॥
মণ্ডল কৰিল ভালে জনকৰ জীৱে ।
গাৱ চালি কৌশল্যায়ে ধৰিলন্ত গ্রীৱে ॥
মায়ে জীৱে যেন ধৰিলন্ত গলে গলে ।
লোহো মলচিলা সীতা বস্ত্রৰ অঞ্চলে ॥
মাথাত চুম্বন দিয়া ৰামৰ জননী ।
বোলন্ত সুনিয়ো মাত্ৰ জনক নন্দিনী ॥
নিগুর্ণ সুস্বামী তোৰ দুর্গতি পড়িত ।
তাৰ মান নসাধিয়া কৰিবাহাঁ হিত ॥
সীতায়ে বোলন্ত মাত্ৰ তেজা চিন্তা শোক
ইতৰ নাৰীৰ সম নেদেখিবা মোক ॥
সুস্বামী থাকিন্তে শোভে সব অলঙ্কাৰ ।
স্বামী হীন হৈলে হোৱে সব ছাৰখাৰ ॥

পৰিমিত ধন মাত্র দেন্ত বাপ ভাই।
পুত্র থাকিলে ধন হাতভোলা পাই ॥
স্বামীৰ ধনক সুখ ভোগে কৰে দান।
কোন চাৰি কৰাৰে স্বামীক অপমান ॥
কোকিল শোভন হোৱে সুশোভন ৰাৱে।
নাৰীগণ শোভে পতিব্রতা ধৰ্ম্মভাৱে ॥
পুৰুষ শোভন গুণ ষড় বিদ্যা ভাবে।
তাপস শোভন হৱে ক্ষমা অলঙ্কাৰে ॥
স্থনিয়ো গোসানী বোলে সীতা পৰবাসু।
জন্মে জন্মে ৰাম স্বামী তুমি হৈবা সাসু ॥
কৌশল্যা স্থনিলা হেন বচন কুশল।
হৰিষ বিষাদে পড়ে নয়নৰ জল ॥
ৰামৰ গলত ধৰি বুলিলা অশেষ।
সীতাক ৰাখিবা ভালে দিলা উপদেশ ॥
সুকুমাৰ বাপ মোৰ লক্ষ্মণ কুমৰ।
তাহাঙ্ক দেখিবা যেন নিজ কলেৱৰ ॥
ৰাঘৱে বোলন্ত মাৱ ভেজিয়োক চিন্তা।
লক্ষ্মণ ডাহিন বাহু ছায়া মোৰ সীতা ॥
আঙ্ক পৰাভৱে পশে হৰত শৰণে।
পাটি মলছিল তাৰ যমৰ কৰণে ॥
মোৰ লগে শোভন লক্ষ্মণ বীৰবৰ।
ৰবিতলে নাহিকে আমাক সমসৰ ॥
একে মঞি অগ্নি আৰো লক্ষ্মণ পৱন।
ৰিপু অৰণ্যক দহি কৰিবোহোঁ ছন ॥
কৌশল্যা মুঠিক ধৰি হানিলন্ত হিয়ে।
চাপিয়া ধৰিলা গৈয়া লক্ষ্মণৰ গ্ৰীৱে ॥
স্থন স্থন বাপু মোৰ লক্ষ্মণ কুমৰ।
সীতাক ৰাখিবি ভালে বনৰ ভিতৰ ॥
লক্ষ্মণে বুলিলা বাণী জোৰ হাত কৰি।
চিন্তা ভেজিয়োক শোক মন পৰিহৰি ॥

সীতাৰ নিমিত্তে মাৱ নকৰিবা ভয় ।
ধনু ধৰি ৰাখিবোহোঁ লক্ষ্মণ দুৰ্জ্জয় ॥
অশ্বিনী কুমাৰো মোক সুহিবন্ত সম ।
হাতে ধনু শৰ ধৰি জিনিবোহোঁ যম ॥
কাল বিকালক জিনি কীৰ্ত্তি বড় থৈযো
মহেশৰ হাতৰ ত্ৰিশূল কাঢ়ি লৈবোঁ ॥
একেশ্বৰে জিনিবো সকলে দেবাসুৰ ।
মুঠিতে কৰিবো ৰাসৱৰ বজ্ৰ চুৰ ॥
হাতে ধৰি ছিণ্ডিবোহো বৰুণৰ পাশ ।
গদা ভাঙ্গি কুবেৰক কৰিবো উদাস ॥
শ্ৰীৰামে বোলন্ত মাৱ তেজিয়োক তাপ ।
আশ্বাসিয়ো ভালে মোৰ দশৰথ বাপ ॥
ভক্তি ভাবে তুষিয়ো শঙ্কৰ দেব হৰি ।
সত্বৰে আসিবোঁ মঞি বনবাস তৰি ॥
সুবিনয় স্বৰূপ পুত্ৰৰ সুনি বোল ।
স্ত্ৰীসবৰ মাঝে ভৈল ক্ৰন্দনৰ ৰোল ॥
ক্ৰৌঞ্চ সমুহে যেন নাদয় আকাশে ।
ক্ৰন্দনৰ উৰ্শ্মি দশৰথৰ আবাসে ॥
ৰাম সীতা লক্ষ্মণ বাপক নমিলন্ত ।
পুনু পুনু পাৱে ধৰি ধুলিক লৈলন্ত ॥
নমিলন্ত পাচত কৌশল্যা দেবী মাৱ ।
অনন্তৰে নমিলন্ত সুমিত্ৰাৰ পাৱ ॥
চৰণ বন্দিলা লখাই বিনয় স্বভাৱে ।
বৈসাইলন্ত কোলাত সুমিত্ৰা নিজ মাৱে ॥
সাফল জীবন মোৰ কল্যাণ সাধিলোঁ ।
কত জন্ম পুণ্যে তুমি হেন পুত্ৰ পাইলোঁ ॥
উদ্ধৰিলি বংশক সাফল উতপতি ।
জ্যেষ্ঠ ভাইত ভৈল তোৰ ইমত ভকতি ॥
সীতা তোৰ মঞি সম ৰাম দশৰথ ।
অবিৰোধে চল বাপ কল্যাণৰ পথ ॥

সুনা ৰামায়ণ মন সাৱধান কৰি।
ভকতিক ইছা যাৰ ডাকি বোলা হৰি॥

দোলড়ি।

অনন্তৰে ৰাম সীতা একে ৰথে,
চড়িলন্ত ৰঙ্গে গই।
পাছত লক্ষ্মণ চড়িলা হৰিষে,
হাতে ধনু শৰ লই॥
চৌধ বৰিষক লাগিয়া সীতাক,
বস্ত্র অলঙ্কাৰ লৈয়া।
পেটাৰিত ভৰি লৈয়া ঝাণ্ট কৰি,
সুমন্ত চড়িলা গৈয়া॥
সমস্তে প্ৰজাৰ তিনি ৰত্ন সাৰ,
চলিলা থান তেজিয়া।
ওৱাৰি জনৰ গাৱত সাক্ষাতে,
অগণি কুণ্ড জালিয়া॥
সিংহ দুৱাৰক এড়াই অনন্তৰে,
পাইলা গৈয়া ৰাজপথ।
শোকে দুখে মৰ্ম্মে পৰিজন সমে,
পাছে যান্ত দশৰথ॥
উছল প্ৰচল ভৈল টলবল,
অযোধ্যা যত নগৰী।
ৰাম সঙ্গে যাই আগ পাছ চাই,
পলাই যত দেশান্তৰি॥
জুগিৰ কান্ধত কানি ঝুলি যত,
হাতে দোৱাদশ কাঠি।
লৱড়ন্তে লৱড়ন্তে পাছক চাহন্ত,
কন্থা মানে গৈল ফাটি॥

পাইলেক তাপক ভোকণ্ডা কাখন্ধ,
সবে পড়ি শৈলা খন্নি।
মুখে শিৱ শিৱ স্মৰন্তে আতি,
পলাইলা যত তপসি॥
আছ বুলি জুগি আচাৰি পেহ্লাইলে,
পূজাৰ দেৱতা মান।
পূজিবাক লাগি পাছে পাইবোঁ দেৱ,
থাকয় যেবে পৰাণ॥
ৰামৰ পাছত পঞ্চাশ ছাপন,
কৌটি যায় কোস্তকৰ।
তাৰ সীমা সংখ্যা নাহিকে যতেক,
চলি যাই ধনুৰ্দ্ধৰ॥
বাক খাণ্ডা ধৰ যতেক যুঝাৰ,
আদি অন্ত নাহি তাৰ।
একৈ একৈ বীৰে সাগৰ পৰ্য্যন্তে,
যুঝিবাক দেই ধাৰ॥
পুস্তক কান্ধত ধৰিয়া পাছত,
চলিলা ব্ৰাহ্মণ মানে।
নট ভাট আদি কিঙ্কৰ লড়িল,
আছিলেক যত মানে॥
সূৰ্য্য দেৱতায়ো যাৰ ৰূপ দেখি,
চলিয়া নযাস্ত ৰথে।
হেনয় সুন্দৰী সকলে কান্দয়,
পড়ি পড়ি চতুষ্পথে॥
নয়ন কটাক্ষ কৰি ৰামদেৱে
পাছক লাগিয়া চাইল।
ভূমি পায়ে চলি আসন্ত কান্দন্তে,
নৃপতিক ভেট পাইল॥

হাঁ বাপ ৰাম লক্ষ্মণ জানকী,
এড়ি মোক কৈক যাহা।
ইজন্মক লাগি দেখোঁ পৰিছেদ,
মাথা তুলি মোক চাহা॥
ৰাপৰ বচন সুনি ৰাম দেৱে,
মন আকৰষি আনি।
মক মক কৰি ক্রন্দন কৰন্ত,
মুখত নাসয় ৰাণী॥
সুমন্ত মন্ত্রীক বুলিলন্ত ৰামে,
শীঘ্রে ৰথ খান ডাক।
সুনৰে সুমন্ত নডাকিবি ৰথ,
দশৰথে দেন্ত হাক॥
নৰা থাক থাক ডাক ডাক ডাক,
উথলিল দুই বোল।
সুমন্ত মন্ত্রীৰ মন দোধা ভৈল,
কৰয় চিত্ত আন্দোল॥
খৰতৰ কৰি ৰাঘয়ে বোলন্ত,
মন্ত্রী আৰ কিবা চাহা।
বাপৰ বচন সুসুনিলা ভাৰে,
ৰথ খান ঝাণ্টে বাহা॥
সুনিয়া সুমন্ত মন্ত্রীয়ে ৰামক,
চাইল কৰি হাত জোৰ।
আতি শীঘ্র বেগে কৰিয়া ৰথৰ,
ডাকিলন্ত চাৰি ঘোড়॥
মন পৱনৰ বেগে চলে ৰথ,
ধৰি অৰণ্যৰ পথ।
ক্ষণেকতে সবে পাছ কৰিলন্ত,
নগৰৰ লোক যত॥

সবাকো ভেজিয়া শীঘ্ৰ বেগে আতি,
চলিয়া গৈলন্ত ৰথে ।
হিয়া থাকুৰিয়া পড়ি বাহুৰিয়া,
নাৰীগণ কান্দে পথে ॥
ৰাজা দশৰথ কান্দন্ত পথত,
চলি যান্ত ভূমি পাৰে ।
মহাদই যত কান্দন্তে চলন্ত,
ৰাম বুলি দীৰ্ঘ ৰাৱে ॥
বশিষ্ঠ প্ৰমুখ্যে কৰিয়া যতেক,
আছন্ত গুৰু ব্ৰাহ্মণ ।
ৰাজাক সম্বুধি মধুৰ বচন,
বুলিলন্ত তেতিক্ষণ ॥
ৰামৰ পুনৰা গমনে তোহ্মাৰ,
আছে যেবে অভিপ্ৰাই ।
বহু দূৰ তাঙ্ক আগ বঢ়াইবাক,
এতিক্ষণ সুজুৱাই ॥
সুনিয়ো নৃপতি আপুনি চিন্তিলা,
আপুনাৰ সৰ্ব্বনাশ ।
আগে সত্য কৰি বৰ দুই দিয়া,
কৈকেইক দিলা আশ ॥
বশিষ্ঠে দেখন্ত ৰাজা দশৰথ,
মত্ত গজ যেন আছে ।
যুগুত বচন অঙ্কুশে তাহাঙ্ক,
পালটাইলা গুৰু পাছে ॥
গুৰুৰ যুগুত বচন সুনিয়া,
ৰহিলা তথা নৰেশ ।
ৰামৰ ভিতিক চাহিয়া নৃপতি,
নকৰে চক্ষু নিমেষ ॥

কাঢ়ন্ত নিশ্বাস ভৈলন্ত নৈৰাশ,
পুনু পুত্ৰ দৰশনে।
মৰ্ম্মে পোড়ে হিয়া ভূমিত পৰিয়া,
মূৰ্চ্ছা গৈলা তেতিক্ষণে॥
হাহাকাৰ কৰি ডাহিনে কৌশল্যা,
ধৰিলা বিকল ভাৱে।
বাম পাশ চাপি ধৰিলন্ত পাছে,
ভৰতৰ নিজ মাৱে॥
কতোক্ষণে পাছে ৰাজা দশৰথে,
গাৱত চেতন পাইল।
ক্ৰোধ দৃষ্টি অতি কৰিয়া নৃপতি,
কৈকেইক লাগি চাইল॥
হাএৰে পাপিষ্ঠী পৰম অনিষ্ঠী,
সুচুৰি সুচুৰি মোক।
গুচ ইঠানৰ জীএো মানে আৰ,
মঞিতো নচাইবোঁ তোক॥
সুন ছাৰি এবে তোৰ বাক্যে যেবে,
ভৰতে লৱয় ৰাজ।
নলৈবোঁ তোহাৰ পিণ্ড জলাঞ্জলি,
আদি ক'ৰি যত কাজ॥
দেখিয়া সুন্দৰী তোক বিহা কৰি,
নষ্ট ভৈলোঁ মঞি সাৰ।
নথাক এথাত তাহাৰ মাথাত
পড়ি যাউক মহামাৰ॥
ধিকাছোক তোক ৰাম হেন পোক,
দিলি তঞি বনবাস।
সুনৰে পাপিষ্ঠি! দূৰ যাহা তঞি,
মোকো বধিবাক চাস॥

ৰামে ভৈত বন ফলক খাইবন্ত,
মঞি ভুঞ্জিবোঁহোঁ ভাত।
ৰাজ্য ভোগ সবে তেজিবোঁ বাসনা,
ইতো পুৰী অযোধ্যাত ॥
নাই মোৰ সিদ্ধি হৰি হৰি বিধি,
কি কৰিলি তঞি মোক।
মৰিবাৰ কালে পাইলোহোঁ দাৰুণ,
প্ৰিয় পুত্ৰ ৰাম শোক ॥
কৌশল্যা গোসানী গদ গদ বাণী,
বুলিলা বচন হিত।
কেনে মতিহীন ভৈলা প্ৰভু এবে,
থিৰ কৰিয়োক চিত ॥
নাহি তুল্য যাৰ ত্ৰিভুবনে সাৰ,
তুমি মোৰ নিজ পতি।
ভাল কাৰ্য্য আৰ নেদেখোঁহো প্ৰভু,
মিলি গৈল বিসঙ্গতি ॥
বিষাদে মনত বুলিলন্ত পাছে,
অযোধ্যাৰ নিজ নাহা।
মাত নাসে আৰ থানে কৌশল্যাৰ,
মোক আবে লৈয়া যাহা ॥
কিছো স্বস্থ মন ৰাজাৰ বচন,
মন্ত্ৰীগণে যেবে পাইল।
কৌশল্যা দেবীৰ ঠায়ত ৰাজাক
প্ৰবেশ নিয়া কৰাইল ॥
পটেশ্বৰী সব সহিতে নৃপতি,
পশিলা নিজ পুৰত।
ৰামৰ উত্তম ওৱাৰিক ৰাজা,
দেখিলা কতো দুৰত ॥

মলিন পড়িল গৰুড়ে এড়িল,
সৰ্পৰ যেন গহ্বৰ।
কেশৰী খেদিল কুঞ্জৰে তেজিল,
যেহেন গিৰি কন্দৰ॥
পাছে শোকে দুখে কৌশল্যা সহিতে,
শয্যাত এড়িলা গাৱ।
হাঁ৷ ৰাম বুলি বাহু দুই তুলি,
কান্দে দিয়া দীৰ্ঘ ৰাৱ॥
হৰি হৰি ৰাম মোক শোক দিয়া,
এড়ি কৈক লাগি গৈল।
কিনো তোৰ চিত্ত মোহোক বঞ্চিত,
লাগি উতপত্তি ভৈল॥
পূৰ্ব্ব জন্মে হুইবে মঞি পিতা পুত্ৰে,
কৰায়া আছোঁ বিয়োগ।
তাৰ ফলে ঘোৰ মিলিল মোহোৰ,
নিদাৰুণ পুত্ৰ শোক॥
প্ৰাণেশ্বৰী মোৰ শুনিয়ো কৌশল্যা,
গ্ৰীৱত চাপিয়া ধৰ।
তোহোৰ গৰ্ভত ভৈল উত্তপত্তি,
ৰাম মোৰ পুত্ৰবৰ॥
আৰ নেদেখিবোঁ গৈল কৈক লাগি,
মোহোৰ কুলনন্দন।
মহা বীৰ বৰ শৰীৰ সুন্দৰ,
গজৰ যেন গমন॥
পৰম নিৰ্ম্মল নীল উত্তপল
সমান শোভে বদন।
সুৱলি বলিত আজানুলম্বিত,
বাহু প্ৰিয় দৰিশন॥

আতি সুশোভন শিশু তিনি জন
মোৰ যেবে বনে গৈল।
বিধিৰ বিঘাত্তে আমি হেন নাথে
পুত্র অনাথিতি ভৈল॥
কোমল তুলিত নেত কামলিত
সুত্তি উতপাত কৰে।
তৃনৰ শয্যাত সুতিয়া সাক্ষাত,
এবে কেনে প্রাণ ধৰে॥
অল্প বয়সৰ সুখীয়া কুমৰ,
ৰাজাৰ ভোগ উচিত।
তেজি গৃহ সুখ বনবাস ভৈলা,
ভুঞ্জিবেক নিতে নিত॥
শৰীৰক ছানি পুত্র শোক বহ্নি,
দহে দুইকো নিৰন্তৰ।
শোকে সর্ব্বক্ষণে ৰবিৰ কিৰণ,
যেন সোবে সৰোবৰ॥
নিদ্রাক নপাইলা বিষাদে থাকিলা,
ৰাজা আৰো পটেশ্বৰী।
ৰামৰ শোকত ভৈল নিশবদ,
অযোধ্যা সিতো নগৰী॥
সুনিয়োক লোক সংক্ষেপি আছোক,
ইতো কথা এহি মানে।
মহা লাভ জানি ৰামৰ কাহিনী,
সুনিয়োক বিদ্যমানে॥
ঘোৰ কলি কাল নাহি আত ভাল,
ৰামৰ বিনে ভকতি।
জীবা কত কাল তেজি আল জাল,
ৰাম পায়ে দিয়া মতি॥

পৰম অথিৰ মণিষ শৰীৰ,
পড়ে কেতিক্ষণ জানি।
জন্মৰ সাফল হৌক লোক ডাকি,
বোলা ৰাম ৰাম বাণী ॥

পদ।

অযোধ্যা তেজিয়া ৰাম গৈলা যেতিক্ষণ।
নগৰীয়া লোক নাথাকিল একোজন ॥
নিজ প্ৰাণ তিনি জন বনে চলি যাই।
মৃতক শৰীৰে থাকিবোহোঁ কাক চাই ॥
এহি বুলি প্ৰজা ৰাঘৱৰ লাগ লৈল।
যাইবে কতো নপাৰি পন্থত পড়ি ৰৈল ॥
ৰাঘৱে বোলন্ত সুনা অযোধ্যাৰ জন।
যদি দায়া থাকে মোৰ সুনিয়ো বচন ॥
মোহোৰ বাসনা এড়ি অযোধ্যাক যাহা।
ভৰতক ৰাজা কৰি ধৰ্ম্মপথ চাহা ॥
মোহোৰ শোকেতে দগ্ধ ৰাজা দশৰথ।
তাঙ্ক যেবে আশ্বাসিয়ো মোৰ হিত পথ ॥
প্ৰজা বোলে ৰাম প্ৰভু ধৰ্ম্ম চাহিয়োক।
বাহুৰায়ো মন অযোধ্যাক চলিয়োক ॥
নোহে আমি তেজিলোহো পুত্ৰ পৰিবাৰ।
তোম্ভাৰ তুলতে বন কৰিলোহোঁ সাৰ ॥
কৈকেইৰ বচনক দৃঢ় মনে কৰি।
কোথা চলি যাহা অযোধ্যাক পৰিহৰি ॥
ৰাগ ৰোষ সকলে আম্ভাত ক্ষেমা কৰি।
প্ৰতিপাল কৰিয়োক অযোধ্যা নগৰী ॥
পিঠি দিয়া প্ৰজাক নিৰ্দ্দয় ৰাম বীৰ।
শীঘ্ৰ বেগে পাইলন্ত তমসা নদীতীৰ ॥
ৰাঘৱে বোলন্ত সুনা লক্ষ্মণ বিনীত।
প্ৰথম প্ৰবাস আসি ভৈলা উপস্থিত ॥

আসুখ নকৰ বাস মন্যু পৰিহৰি।
ৰাত্রি গোট বঞ্চিয়ো প্রজাক ৰক্ষা কৰি॥
কেন মতে ফল মূল ভুঞ্জিবোহো আজি।
ঝাণ্ট কৰি তৃণ শয্যা দিয়ো মোক সাজি॥
ৰামৰ বচন সুনি লখাই মহাবীৰে।
তৃণ শয্যা নিৰ্ম্মিলা তমসা নদীতীৰে॥
ৰাম সীতা পাছে তথা শয়ন কৰিল।
নিদ্রা গৈলা দুয়ো দুখ শোক পাসৰিল॥
চতুৰ্ভিতি বেঢ়ি সুইলা অযোধ্যাৰ লোকে।
নিচেষ্টে গৈলন্ত নিদ্রা পীড়িলেক শোকে॥
ৰামৰ বিবিধ গুণ কথা আতি কহি।
সুমন্ত লক্ষ্মণ জাগি থাকিলন্ত বহি॥
সমধিকে গৈল যেবে নিশা দুই পৰ।
পাইলন্ত চেতন নিদ্রা ভাগিল ৰামৰ॥
ৰাঘৱে বোলন্ত লখাই প্রজাৰ বিপতি।
পুত্র দাৰা গৃহ তেজি আন্ধাত ভকতি॥
দাৰুণ বনত আসি তমসা কুলত।
মোত অনুৰাগে সুইল বৃক্ষৰ মূলত॥
প্রজাক আন্ধাৰ দুখ দিতে সুযুৱাই।
সবাহাঙ্ক পৰিহৰোঁ চিন্তিয়ো উপাই॥
সুন বোলো বচন সুমন্ত সুহ্ৰভাৱ।
অযোধ্যাক লাগি মোৰ ৰথ বাহুড়াৱ॥
কতোদূৰ গৈয়া পাছে আন পন্থা ধৰি।
অন্তৰীক্ষ ভাৱে ৰথ আন ঝাণ্ট কৰি॥
শ্রীৰামৰ বচন সুমন্ত পৰিমানি।
সেহিমত কৰি ৰথ যোগাইলন্ত আনি॥
ৰাঘৱে সীতায়ে সেহি ৰথত চড়িয়া।
তমসাৰ পাৰ ভৈলা প্রজাক এড়িয়া॥
পাৰ হুয়া ৰাম যেবে বহুদূৰ গৈলা।
প্রভাততে আদিত্য উদয় আসি ভৈলা॥

জাগি প্ৰজাসবে বোলে হৰি হৰি বিধি।
খুজি ফুৰে হাতৰে হৰাইলো নৱ নিধি ॥
অযোধ্যাক গৈলা ৰাম দেখি ৰথ চিন।
জানি নিৰন্তৰে প্ৰজা ভৈলা শোকহীন ॥
ক্ষমা শীল ৰাম কোপ উপসাম ভৈল।
হেন বুলি প্ৰজাসব অযোধ্যাক গৈল ॥
পাছে প্ৰজা দেখে ৰাম নাহি অযোধ্যাত।
সূৰ্য্য অস্ত গৈলে পদ্ম সংকোচ সাক্ষাত ॥
ভূমিত পড়িয়া প্ৰজা আপুনাৰ ঠাৱে।
পুত্ৰ পৰিবাৰ সমে কান্দে দীৰ্ঘ ৰাৱে ॥
নাৰীগণ স্বামীক বোলয় অনুত্তৰ।
ৰামগুণ পাসৰিয়া আসি ভৈলে ঘৰ ॥
দিনেকৰো গুণ তান সুঝিতে নপাৰি।
স্বামী সকলক গালি পাৰে যত নাৰী ॥
স্বামীৰ মাথাত কেহোঁ দেই মাৰ ঘোৰ।
এড়ি আইলি ৰামক টেণ্টন যেন চোৰ ॥
এভো হেন কৰহ ৰামৰ পাশে যাহা।
সেৱা কৰি বিনয়ে ৰামক বাহুৰাহা ॥
ফল মূল জোগাই আনি ৰামক তুষিব।
তোমাক আমাক ৰাম সীতায়ে পৰিব ॥
স্ত্ৰীমুখ চাইতে আইলি ৰামক তেজিয়া।
পাপী মোক্ষ তেজি মৰে নৰকে মজিয়া ॥
এহি মতে প্ৰজায়ে ৰামক কৰে মৰ্ম্ম।
তেজিল সমস্ত লোকে যাৰ যেন কৰ্ম্ম ॥
দেৱঋষিয়ে দেৱ পূজা কৰিলে বিছেদ :
ব্ৰাহ্মণ সকলে নপঢ়য় আৰ বেদ ॥
ক্ষত্ৰী এড়িলেক অস্ত্ৰ সস্ত্ৰ কৰ্ম্ম ধৰ্ম্ম।
বৈশ্যে এড়িলেক কৃষি বাণিজ্যাৰ কৰ্ম্ম ॥
শূদ্ৰে এৰিলেক সেৱা বিষাদিত লোক।
পুত্ৰে মাতৃ তেজিল এড়িল মোৱে পোক ॥

সকলো লোকৰ ভৈল আসুখ আখুতি।
ছতিশ জাতিয়ে এড়িলেক নিজ বৃত্তি ॥
দেশে দেশে প্ৰজাসবে কান্দে মন্যু কৰি।
সকলে নগৰ ছানি বোলে হৰি হৰি ॥
দশৰথ কৈকেইক প্ৰজা বোলে ধিক।
বিনা দোষে ৰামক পঠাইল বনে কিক ॥
কতো দিনে প্ৰজাসবে খাইলে অন্ন পানী।
সুনিয়ো পথত যেন ৰামৰ কাহিনী ॥
উপায় বিশেষে প্ৰজাগণ পৰিহৰি।
অবিলম্বে পাইল আসি কোশল নগৰী ॥
তাকো এড়াই গৈলা দেবশ্ৰুতি নদী তৰি।
লক্ষ্মণ জানকী সমন্বিতে মন্যু কৰি ॥
গোপ কুল পাইলা গৈয়া ঘৃত দধি সাৰ।
শীঘ্ৰ বেগে ভৈলা গৈয়া গোমতীৰ পাৰ ॥
ৰথ নেমি সন্ধানে পৃথবী তল ভেদি।
শীঘ্ৰ বেগে তৰিলা সৰযু মহানদী ॥
মন্ত্ৰীক সম্বুধি ৰামে বুলিলা বচনে।
বিষাদ থাকিল মোৰ সৰযুৰ বনে ॥
কোন কালে আসি মাৱ বাপ ভেট পাইবোঁ।
সৰযুৰ বনে মৃগ মাৰিবাক যাইবোঁ ॥
হেনয় বিষাদে যেবে গৈলা বহু দূৰ।
গধূলিক বেলা পাইলা শৃঙ্গবেৰ পুৰ ॥
দেৱ নদী গঙ্গাক দেখিলা গৈয়া তথা।
জগত পবিত্ৰ কৰি বহন্ত সৰ্ব্বথা ॥
শত যোজনত থাকি সুমৰণ কৰি।
তেতিক্ষণে দুৰ্ঘোৰ দুস্তৰ পাপ তৰি ॥
স্নানত দুষ্কৃত যত গুচয় নিশেষ।
কল্যান লভিয়া পায় পুণ্যক অশেষ ॥
দেখিলে পাতক হৰে এক জনমৰ।
পৰশিলে নষ্ট হোৱে জনম শতৰ ॥১০

স্নানিলতে সহস্ৰ জন্মৰ পাপ নাশ।
স্নানে দানে তপে হোৱে ব্ৰহ্মৰ প্ৰকাশ ॥
অন্তকালে যিবা জনে গঙ্গাত মৰয়।
মুকুতি লভিয়া সুন সংসাৰ তৰয় ॥
চাৰি মুখে ব্ৰহ্মা গুণ বৰ্ণাইতে নপাৰি।
হেন গঙ্গা তীৰ পাইলা ৰাঘৱ মুৰাৰি ॥
বায়ুৰ পৰশে ঢেউ উঠলন্তে আছে।
ৰাম দৰশনে গঙ্গা দেৱী যেন নাচে ॥
ফেনগণ ভৈল যেন সচকিত হাস।
জলৰ উল্লোল যেন দেখিয় প্ৰকাশ ॥
নিজাৱৰ্ত্ত হাতে গঙ্গা আহ্বান কৰিল।
গঙ্গাৰ দেখিয়া ৰামে শোক পাসৰিল ॥
কুম্ভীৰ মগৰ মৎস্য শুশু ঘৰিয়াল।
নানাবিধ জলজন্তু কৰয় আস্ফাল ॥
হংস সাৰস মৎস্যৰঙ্ক চক্ৰবাক।
জলচৰ পক্ষীগণ লখি ঝাকে ঝাক ॥
দুখতে হৰিষ কিছু ভৈলা গঙ্গা কুলে।
বসিলা ৰথৰ নামি ইঙ্গুদিৰ মূলে ॥
সুমন্ত্ৰ ৰথৰ ঘোড়া কৰিলা উদাস।
জলপান কৰায়া ঘোড়াক দিলা ঘাস ॥
শৃঙ্গৱেৰ পুৰে বীৰ ইন্দ্ৰ সমসৰ।
গুহ নামে ৰাজা বড় সুহৃদ ৰামৰ ॥
চণ্ডালৰ ৰাজা তেহো বাৰ্ত্তা পাছে পাইল।
মুখ্য মুখ্য পাত্ৰ লৈয়া ৰাম পাশে আইল ॥
দুৰতে ৰামুক দেখি নমাইলেক মাথ।
অষ্টাঙ্গে প্ৰণামি যুৰিলেক যোৰ হাত ॥
কৰ্পূৰ তাম্বুল যত বিবিধ ভক্ষণ।
ৰামৰ আগত কৰিলেক উপসন ॥
আইস আইস গুহ বুলি ৰামে দিলা ৰাৱ।
সম্প্ৰিত চাপিলা গৈয়া বিনয় স্বভাৱ ॥

দুই বাহু মেলি ৰামে সাবটি ধৰিলা।
গ্রীৱত ধৰিয়া মাথে চুম্বন কৰিলা॥
কিনো শুভ দিন আজি দেখিলোহো তোক।
এড়াইলোহো ক্ষণতেক হৃদয়ৰ শোক॥
কুশল বাৰ্ত্তাক পুছি দিলন্ত সিদ্ধান্ত।
আদি অন্তে কহিলন্ত আপুন বৃত্তান্ত॥
পৰিগ্রহ তেজিলোহোঁ তাপসৰ ভায়।
অন্ন পান দ্রব্য যত ঠাৱক পঠায়॥
বাকলি বসন ফল মূলে মোৰ আশ্বাস।
পাইলোঁ তোৰ আদৰ ঘোঁড়াক দিয়ো ঘাস॥
সন্ধ্যা কৰিলন্ত ৰাম লখাই মহাবীৰে।
তৃণ শয্যা নিৰ্ম্মিলা লক্ষ্মণ গঙ্গা তীৰে॥
তৃণৰ শয্যাত ৰামে ঘেলালইন্ত গায়।
সীতাও চাপিয়া সুইলা সলজ্জিত ভায়॥
সুমন্ত লক্ষ্মণ গুহ গঙ্গাৰ কুলত।
তিনি জনে বিষাদিত বৃক্ষৰ মূলত॥
গুহ ৰাজে বোলে লক্ষ্মণৰ মুখ চাই।
তুম্মাকো দিবাক আছে শয্যাক বিছাই॥
ইহাতে সুতিয়ো তুমি মনুষ্য পৰিহৰি।
সসৈন্যে পহৰা দিবো হাতে ধনু ধৰি॥
লক্ষ্মণে বোলন্ত সুন গুহ মহাবীৰ।
কেনে নিদ্রা যাইবোঁ শোকে দগধ শৰীৰ॥
কৌশল্যা সুমিত্রা মায় বাপ দশৰথ।
ছট কটাই মৰে হুইবে দহে অন্তৰ্গত॥
যাহাৰ ভুলত লৰে চতুৰঙ্গ দল।
স্বৰ্গদাৰ ভেদয় সৈন্যৰ কোলাহল॥
হেন ৰাম সীতা সুতিলন্ত তৰুতল।
নৰহয় প্রাণ মন কৰয় বিকল॥
যাহাৰ সেৱক হস্তী ঘোড়া ৰথে চড়ি।
আগে পাছে সেৱা কৰি ফুলে দড়দড়ি॥

তাহান বিপত্তি হেন মিলিল অপাই।
জীৱনতো ধিক মোৰ পৰাণ নযাই॥
সুনি গুহ নৃপতিৰ পৰাণ নসহে।
দশৰথ বহ্নি জ্বলি অন্তৰ্গতে দহে॥
তিনিকো পীড়িল শোকে জ্বলিয়া প্ৰচণ্ড।
কান্দন্তে পুহাইল ৰাত্ৰি উদিত মাৰ্ত্তণ্ড॥
ৰাঘৱে বোলন্ত লখাই ঝাণ্টে চাল গায়।
পুহাইল ৰজনী কুলি তেজিলেক ৰায়।
ময়ুৰৰ নাদে সুন পুৰিলেক বন।
ধনু কাণ্ড লৈয়ো ভাই কৰিয়ো গমন॥
ৰামৰ বচন সুনি বিনীত লক্ষ্মণে।
টোণ বাণ খড়গ সাজি লৈলা তেতিক্ষণে॥
আগত লক্ষ্মণ সীতা পাছে ৰঘুনাথ।
আগ বাঢ়ি সুমন্ত্ৰ যুৰিলা যোৰহাত॥
লখিলওঁ ভূমি পায়ে ধৰিলাহা দিশ।
আজ্ঞা দিয়ো প্ৰভু মঞিও কৰিবোহোঁ কিস॥
ৰাঘৱে বোলন্ত মন্ত্ৰী অযোধ্যাক চল।
লোকত জনাইবে মোৰ বাৰ্ত্তাক কুশল॥
হেন সুনি মন্ত্ৰী ভৈল বিকল স্বভাৱ।
মৰিলোঁহোঁ বুলিয়া দিলেক দীৰ্ঘ ৰাৱ॥
আশেষ কান্দিয়া বোলে চৰণত ধৰি।
দেশক নযাইবোঁ থাকো তযু সেৱা কৰি॥
শ্ৰীৰামে বোলন্ত মন্ত্ৰী হেন নোহে যোগ।
তিন দিন বাপৰ নাহিকে ৰাজ ভোগ॥
জীৱন্তে কি দশৰথে তেজিলন্ত মোক।
আশ্বাসিবি ভালে তাঙ্ক যেন পলাই শোক॥
ৰামৰ চৰিত্ৰ কথা অমৃত পৰম।
সংসাৰ তৰণ ইতো উপায় সুগম॥
জানিয়া ৰাঙ্কৱ পায়ে থিৰ কৰি মন।
বোলা ৰাম ৰাম যবে সামাজিক জন॥

## দোলড়ি ।

আহ্মাৰ বাপৰ তুমি প্ৰিয় মন্ত্ৰী,
বচন মোৰ সুনাহা ।
দুখৰ ভাজন বাপৰ আগত,
কুশল বাৰ্ত্তাক কহা ॥
জীয়ন্তে আছন্ত দুখৰ ভাজনী,
কৌশল্যা সুমিত্ৰা আই ।
কৈবে দুইবো আগে সুখে জীয়ৈ তিনি,
স্বাদ বনফল খাই ॥
কৈকেই প্ৰমুখ্যে মায়ক প্ৰণামি,
জনাইবাহা পাছে মোক ।
ৰামে বুলিলন্ত ভালে মঞি আছোঁ,
তুমি সব তেজা শোক ॥
বাপৰ চৰণ বন্দিয়া বুলিবি,
তোহ্মাৰ ৰাম ভকত ।
আছো বনবাস তযু সত্য পালি,
নৰক যাইতে শকত ॥
ভৰতক ঝাণ্টে ৰাজ্যে থাপিয়োক,
তেজিয়োক সবে শোক ।
অবিৰোধে বন তেজিয়া যাইবোঁহো,
ত্বৰিতে দেখিবা মোক ॥
ভৰতক মোৰ বচন বুলিবি,
সুভাষিত মোৰ ভাই ।
কৈকেই সদৃশ দেখিবে মোহোৰ,
কৌশল্যা সুমিত্ৰা আই ॥

লক্ষ্মণে বোলন্ত বাপক বুলিবি,
গুচিল তোহ্মাৰ শলি।
কৈকেইৰ হিত চিন্তিয়া আহ্মাক,
বনক পঠাইলা বলি॥
লোক পতিয়ান বিষাদ এড়িয়া,
কৈকেইক ভালে চাহা।
সাত পুৰুষৰ তোহ্মাৰ গোসানী,
কান্ধত কৰি বুলাহা॥
তুমি হেন ৰাজা স্ত্রীৰ বস হুয়া,
বড় ইতো ধৰ্ম্ম পাইলা।
দেশে দেশে খ্যাতি থাকিল তোহ্মাৰ,
ৰামক বনে পঠাইলা॥
সকল লোকক অসাৰ দেখিলা,
কৈলা কৈকেইক সাৰ।
মৰিবাৰ কালে কামবশ্য হুয়া,
ধৰ্ম্ম নষ্ট আপুনাৰ॥
লক্ষ্মণক বাধি ৰামে বুলিলন্ত,
মন্ত্রী স্তুনা পৰিমান।
লক্ষ্মণৰ বোল ৰাজাত জানাইলে,
তেখনে তেজিব প্ৰাণ॥
শোক দুখ এড়ি কিছু সুবুলিবি,
হৰিষে অযোধ্যা যাহা।
আহ্মাৰ কুশল সব বাৰ্ত্তা কহি,
নৃপতিক ভালে চাহা॥
গুহ নৃপতিক ৰামে বুলিলন্ত,
আঠা আন এতিক্ষণ।
মাথে জটা ধৰি তাপসৰ বেশে,
দুভায়ে চলিবোঁ বন॥

আজ্ঞা শিৰে ধৰি তেতিক্ষণে গুহে,
আনি দিলা বৰ আঠ।
জটা নির্ম্মি শিৰে দুভায়ে গঙ্গাৰ,
পাৰ হৈতে লৈলা বাট॥
গঙ্গাতীৰ চাহি গুহ যে সুমন্ত,
আছয় বিকল ভাৱে।
সীতাৰ হাতত ধৰিলা লক্ষ্মণে,
ৰামে চড়িলন্ত নাৱে॥
ৰাম সীতা লখাই গুহ সুমন্তৰ,
নয়নে লোতক বহে।
দুইহাঙ্কো সম্মুখি ৰাম চলি গৈলা,
শৰীৰ কাৰো নসহে॥
পৰম অমৃত ৰামৰ চৰিত্ৰ,
সুনা সামাজিক যত।
অসাৰ সংসাৰ আৰ আশা এড়ি,
কৰিয়ো ৰতি ৰামত॥
ৰামৰ ভকতি এহিসে সম্পত্তি,
সমস্তে শাস্ত্র সম্মত।
থিৰ মন কৰি বোলা হৰি হৰি,
লাগোক জুই পাপত॥

পদ।

মাঝ গঙ্গা পাইলা গৈয়া লৈয়া নাৱ বাহি।
হাত যোৰে বোলন্ত গঙ্গাক সীতা চাহি॥
সুনিয়ো গোসানী তুমি দেৱ নদী গাঙ্গ।
আমি যিতো বোলোঁ তাক সুনিয়োক সাঙ্গ॥
প্ৰণামোহো গঙ্গা দেবি হেৰ যোৰ হাত।
দশৰথ সুত ৰাম মোৰ প্ৰাণনাথ॥

ৰক্ষা কৰা মাৱ আক্ষ দুৰ্গতি ভৰন্ত।
বনবাস খাটি আসি ৰাজ্যক কৰন্ত ॥
লক্ষ্মণকো পালিবাহাঁ আহ্মাৰ দেৱৰ।
মোক ৰক্ষা কৰা সবে তবোহোঁ দুস্তৰ ॥
অযোধ্যাক আসিলে কৰিবোঁ বহুমান।
তোহ্মাৰ উদ্দেশে দিবোঁ সহস্ৰ গো দান ॥
সীতা স্তুতি কৰন্তে গঙ্গাৰ ভৈলা পাৰ।
প্ৰণামিয়া গঙ্গাক বনত পয়সাৰ ॥
সীতা আগে চলে লখাই ধনুশৰ ধৰি।
পাচত চলন্ত ৰাম দুইকো ৰক্ষা কৰি ॥
তিনিয়ো অনেক বন বিষম এড়াইল।
কতোদুৰ গৈয়া বট বৃক্ষ মূল পাইল ॥
হৰিণেক মাৰিয়া ৰান্ধিয়া ভৈতে খাইল।
বৃক্ষ মুলে লখাই পত্ৰ শয্যাক বিচাইল ॥
শ্ৰীৰামে বোলন্ত বাপু সুনৰে লখাই।
তোৰো শয্যা কৰ মোৰ সন্নিত চপাই ॥
আজি ভালে জানিবি প্ৰথম পৰবাস।
সুমন্তে এড়িলা দেখি তেজিলা নিশ্বাস ॥
কতো নিশা যাহান্তে উদিত ভৈল শশী।
লক্ষ্মণক মাতিলা শয্যাত ৰামে বসি ॥
আজি জানা সাফলিবে বাপৰ শপত।
কৈকেই মাৱৰ সিদ্ধি ভৈল মনোৰথ ॥
হৰি হৰি বাপ দশৰথ মহীপাল।
কৈকেই তোহ্মাৰ ভৈলন্ত যম কাল ॥
ভৰত্ত নৃপতি ভৈলে নখাই বাউলি।
মাৰিবে কৈকেই মোৰ মাৱ বাপ গুলি ॥
এতো তেজিও লখাই দেশক চলি যাহা
অনাথিত মাৱক বাপক ভালে চাহা ॥
তোক দৰশনে কিছু সন্তাপ তেজিব।
সীতা সমে আমি পিতৃ বাক্যত থাকিব ॥

লক্ষ্মণে বোলন্ত শোকে তোমাক বাধয়।
ইসব ক্ৰন্দনে আৰু কিছু নসাধয় ॥
পুনু পুনু বোলাহা দেশক লাগি চল।
মই প্ৰাণ তেজিলে পাইবাহা কোন ফল ॥
লক্ষ্মণৰ বোলে ভৈলা শোক উপশাম।
পুহাইল ৰজনী গায় চলিলন্ত ৰাম ॥
আগ ভৈলা লক্ষ্মণ সীতাক মাঝ কৰি।
চলি যান্ত ৰাম বৃক্ষমূল পাৰিহৰি ॥
নদী নদ গজন পৰ্ব্বত মহাদেশ।
সীতাক আপুনি বিনায়ন্ত হৃষিকেশ ॥
দেখিয়োক সীতা গঙ্গা যমুনা সঙ্গম।
পাইলোহোঁ প্ৰয়াগ ভৰদ্বাজৰ আশ্ৰম ॥
ভৰদ্বাজ ঋষিয়ে কৰন্ত হোম যাপ।
ত্ৰিভুবন দহিতে পাৰন্ত দিয়া শাপ ॥
হোম ধুম পৰুতি দেখিয়ো সীতা আগ।
মুক্তি ক্ষেত্ৰ আসি আনি পাইলোহো প্ৰয়াগ ॥
গধূলি সময়ে যেবে আদিত্য নামিলা।
ঋষিৰ দুৱাৰে গৈয়া তিনিয়ো মিলিলা ॥
ৰাম আসিবাৰ পাছে ঋষি বাৰ্ত্তা পাইলা।
শিষ্যক পাঠাইয়া ঋষি ৰামক আনাইলা ॥
সৰ্ব্বে মুনিগণে ভৰদ্বাজক আৱৰি।
বাঘ ঘোঙ ভালকে আছয় সেবা কৰি ॥
ভৈল যজ্ঞ সবে মুনি তপে উপশাম।
নমিলন্ত মুনিক লক্ষ্মণ সীতা ৰাম ॥
ঋষিয়ে ৰামক কৰিলন্ত আশীৰ্ব্বাদ।
বেদ ধ্বনি উথলিল ব্ৰাহ্মণৰ নাদ ॥
আসনে বসিলা ৰাম ঋষি সভামাঝে।
ফলে মূলে জলে অৰ্চ্চিলন্ত ভৰদ্বাজে ॥
বচন কাৰণে ৰাম অথিৰ চৰিত।
ঋষিয়ে সুধিলা তব কিবা অপেখিত ॥

ৰাঘৱে বোলন্ত স্থনিয়োক ঋষিৰাজ।
আদি অন্তে সংক্ষেপে কহিবো সবে কাজ॥
কৈকেয়ী মায়ে বৰ লৈলন্ত ৰাজাত।
ভৰতক ৰাজা পাতিবন্ত অযোধ্যাত॥
চৌধ বৰিষক মোক পঠাইলন্ত বন।
তুলত লৰিল সীতা ভৈয়াই লক্ষণ॥
তোমাৰ চৰণ আসি দেখিসোঁ বনত।
এড়াইছোহো শোক কিছু হৰিষ মনত॥
কমন থানত আসি হৈবোঁ উপস্থিত।
উপদেশ বুলিয়োক আমাক উচিত॥
সসম্ভ্রম ৰূপে ঋষি বুলিলা বচন।
ত্রিভুবনে সাৰ ইতো মোৰ তপোবন॥
প্রয়াগ স্থতীর্থ গঙ্গা যমুনা-সঙ্গমে।
আমি সবে হয়ো থিত এহিতো আশ্রমে॥
ৰাঘৱে বোলন্ত শুনিয়োক ঋষি-ৰত্ন।
ইথানে থাকিতে মোক নকৰিবা যত্ন॥
মোক দেখিবাক আসিবন্ত বন্ধুজন।
নিৰজন থানে উপদেশিয়োক বন॥
ঋষিয়ে বোলন্ত আমি বিমৰিষি চাইলো।
অনুৰূপে তোমাৰ আনক খুজি পাইলোঁ॥
তৃতীয় প্রহৰ পথে আছে গুপ্ত দেশ।
চিত্রকূট পর্ব্বতত হুয়োক প্রবেশ॥
মুনিগণ দেখিবাহা বহু ফল মূল।
ভালক বানৰ সম গোদা গোলাঙ্গুল॥
কতো কষ্টো ঋষি তাতে স্বৰ্গপথ চাইলা।
কেহোঁ কেহোঁ মুনিগণ মুকুতিক পাইলা॥
ঋষি সমে কথামতে ৰজনী প্রভাত।
মুনি সমে পাইলা গৈয়া যমুনা সাক্ষাত॥
পথ উপদেশি মুনি বাহুৰি আসিলা।
ভেল ভাণ্ডি তিনি হস্তে যমুনা তৰিলা॥

শ্যাম নামে বটবৃক্ষ পাইলা কতো দূৰে।
ভালৰূপে তাহাক প্ৰণমি দেৱাগুৰে॥
মুনি উপদেশে সীতা বৃক্ষক আৰাধি।
চলি গৈলা তিনিয়ো অনেক বৰ সাধি॥
দণ্ড দুইৰ পথে পাইলা নীল নামে বন।
মৃগ মাৰি বান্ধি ভৈভে কৰিলা ভোজন॥
তৰুতলে লখাই পত্ৰ শয্যাক বিছাইলা।
প্ৰয়াস তেজিয়া সুখে নিদ্ৰা তাতে পাইলা॥
লখাইক জগাইলা ৰামে জানিয়া প্ৰভাত।
হাত মুখ ধুইয়া সন্ধ্যা কৰিলা তথাত॥
অবিলম্বে চিত্ৰকূট বন পাচে পাইলা।
হৰিষ বদনে ৰামে সীতা মুখ চাইলা॥
দেখা দেখা জানকি! হৰিষ কৰি মন।
ফল মূল মুকুত বিবিধ তৰু বন॥
জাই যুতি বকুল বন্ধুলি কৰ্ণিকাৰ।
কাঞ্চন তগৰ কুন্দ সেয়ালী মন্দাৰ॥
অশোক পলাশ ফুলি গৈল হিসা হিসি।
নাগেশ্বৰ চম্পক ফুলিল অহৰ্নিশি॥
পিণ্ডীতৰু গৰৰক ফুলিল সেৱতি।
ধুন্দুৰ কনৌৰ আৰু ফুলিল মালতী॥
ওড় পুষ্প মালি জুয়ামালি আৰু মালি।
তমাল তুলসি মাধৈ মকৰা সেয়ালি॥
বসন্ত সময়ে কাম ৰাজাৰ পয়াণ।
পুষ্পৰ ধনুক আৰোহিয়া পাঞ্চবাণ॥
ভাৰ্য্যা পুৰুষৰ কামবাণে কৰে লখ।
বিৰহি জনৰ ভৈল সহন অসখ॥
সেনাপতি লৰি ভৈল মলয়ৰ বায়ু।
মহাবীৰ নাদ ভৈল কোকিলৰ ৰায়॥
পক্ষিগণ ৰায়ে যেন বায়ে বাজ্ঞ ভণ্ড।
নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড॥

গুঞ্জরিত স্বরে সবে ভ্রমর লখিল।
কেতকী কুসুমে যেন কোঙুক পড়িল॥
কোকিল ভ্রমর পক্ষী ময়ূরের স্বরে।
কাম ব্যাধি পীড়িয়া নসহে মোর গায়ে॥
শুনি মন মোহিত পারয় নিবর্ত্তবে।
ভাগে সে ক্রোধিত কাম দহিলা ঈশ্বরে॥
দেখ দেখ সীতা আম যাম পনিয়াল।
তাম্বুল কণ্ঠাল-নারিকেল নানা ফল॥
কমলা মোহরি শ্রীফলর গন্ধ কহে।
নানা ফুল ফলর সুরভি বায়ু বহে॥
সব বৃক্ষে বাত্রয় মাসর ফল ধরে।
অশেষ চটকে পরি পরি বোল করে॥
জলচর থলচর জাকে জাকে পক্ষী।
সীতাক চিনাস্তে চলি যাস্ত লখি লখি॥
কঙ্ক কঙ্ক মউপীয়া পক্ষী মনোনীত।
নানাবিধ চিত্র পক্ষী দেখিতে শোভিত॥
কোকিলর বার পেচা ফিঙ্গা শুক সারি।
মনোহর পক্ষী যত বর্ণাইতে নপারি॥
মন্দাকিনী নদীত দেখিয়া পক্ষিগণ।
সীতাক সম্মুখি রামে বুলিলা বচন॥
রাজহংস দেখা সীতা তোমার গমন।
চক্রবাক যুগল তোমার দুই স্তন॥
কলহংস-রাব কাঞ্চি নূপুরর নাদ।
বদন কমল তোর দেখন্তে আহ্লাদ॥
বদন উপরে তোর নয়ন যুগলে।
খঞ্জন দুতর যেন চরয় কমলে॥
জলকর-শরীর দেখ নদী মন্দাকিনী।
তোমার সদৃশ সুশোভিত মধ্য খিনি॥
বিদ্রুর প্রমানে যেন মিলিল প্রয়াগ।
কৃশ তৈল শরীর ঔষধ যেন রাগ॥

চিত্ৰকূট পৰ্ব্বতক দেখিয়োক সীতা ।
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা ॥
ওপৰত মেঘ যেন দেখিয় শোভন ।
বাঢ়িল নিকলি যেন পৃথিবীৰ তন ॥
শিখৰ ওপৰে মন্দাকিনী শুক্ল জল ।
তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল ॥
সুৰভি শীতল বায়ু বহে বৃক্ষতলে ।
উপভোগ কৰিয়ো অমৃতসম ফলে ॥
সুশোভন গৈৰিক বিচিত্ৰ ধাতু ভাল ।
সুবৰ্ণৰ তন মণি ৰতন পোৱাল ॥
পাৰিজাত মন্দাৰ চম্পক শাল তাল ।
আশেষ ৰমণ সুখে বঞ্চিয়োক কাল ॥
তুমি সমে চিত্ৰকূট হৈবোঁ আমি থিত ।
গৌৰী মহাদেৱে যেন কৈলাস গিৰিত ॥
মৃগ সব মাৰিয়া ভুঞ্জিবো নিতে নিত ।
অযোধ্যাৰ জন এবে ভৈলা অবিদিত ॥
এহিমতে নানা বন পৰ্ব্বত এড়াইলা ।
কথা মতে জানকীৰ পথ পাসৰাইলা ॥
শিথিল গমনে ৰাম জানকী লক্ষ্মণে ।
পৰ্ব্বত নিকট গৈয়া পাইলা কতোক্ষণে ॥
দুয়ো ভাই তেতিক্ষণে পৰ্ব্বত মূলত ।
আশ্ৰম নিৰ্ম্মিলা মন্দাকিনীৰ কুলত ॥
বাসা দুই সাজিলা লক্ষ্মণে ৰঘুনাথে ।
মাটি জল লৈয়া সীতা লিপিলন্ত হাতে ॥
ৰাঘৱে বোলন্ত যজ্ঞ কৰিবোঁ এখন ।
কৃষ্ণ সাৰ মৃগ মাৰি আনিয়ো লক্ষ্মণ ॥
জ্যেষ্ঠ ভাইৰ আদেশক শিৰে তুলি লৈয়া ।
তেতিক্ষণে মৃগ মাৰি আনিলন্ত গৈয়া ॥
সীতায়ে ৰান্ধিলা ৰামে হুনি বহ্নিমুখে ।
যজ্ঞ সমাপিয়া তিনি ভুঞ্জিলন্ত সুখে ॥

ফলমুল ভুঞ্জিয়া ৰহিলা সেহি থানে।
ৰাম লক্ষণৰ কথা আছো এহি মানে॥
গঙ্গা পাৰ হৈয়া ৰামে বনন্ত পশিলা।
দেখি গুহ সুমন্ত্রৰ শোক উথলিলা॥
দুই হাস্তকো দুই পাছে ধৰি গলে বান্ধি।
হাঁ ৰাম! বুলিয়া বিহ্বল ভৈলা কান্ধি॥
ৰাম সীতা লক্ষণৰ শোকে দেহা দহে।
নেত্রৰ লোতক দুইৰো অবিছেদে বহে॥
সুমন্ত্র বোলন্ত গুহ কৰোঁ কোন কাম।
দশৰথে দিলন্ত তেজিলা মোক ৰাম॥
ৰথ লৈয়া অযোধ্যাক যাইবোঁ কেন মতে।
এভো বনে গৈয়া থাকো ৰামৰ লগতে॥
পাচে গুহে সুমন্ত্রক বুলিলা বচন।
তেজিয়া সন্তাপ মন্ত্রী থিৰ কৰাঁ মন॥
আপুনি বুজায়া ৰামে তেজিলে তোমাক।
তান আজ্ঞা শিৰে লৈয়া চলা অযোধ্যাক॥
অনেক যুকুতি গুহে মন্ত্রীক বুজাইলা।
ৰাম শোকে পোৰা দেহা কিঞ্চিত জুৰাইলা॥
গুহক সম্বুধি মন্ত্রী ৰথে চড়িলন্ত।
মনত অসুখে অযোধ্যাক লড়িলন্ত॥
ৰামক তেজিয়া মন্ত্রী নিবর্ত্তিয়া আইল।
গোধূলিৰ সময়ে অযোধ্যা পুৰ পাইল॥
মন্ত্রী বোলে মনত আসজ ভৈল কাজ।
ৰাম শোকে দগঢ় ভৈলন্ত মহাৰাজ॥
নগৰক দেখোঁ প্রজাগণ আতি দীন।
দিবসৰ তৰা যেন দীপিত-বিহীন॥
শূন্য যেন দেখোঁ প্রজা নিশবদ ভৈল।
কমল সঙ্কোচ যেন সূর্য্য অস্ত গৈল॥
কুমুদ মলীন যেন দিব্য সৰোবৰে।
হৰিষ নকৰে প্রজা অযোধ্যা নগৰে॥

কণ্ডকথে নাৰীগণ মন্ত্ৰীক চাহাৰে।
বেঢ়াৰ ওপৰে কতো গভুৰা বঢ়াৰে ॥
শূন্য ৰথে দেখি সবে কান্দিবাক লৈলা।
হা ৰাম লখাই সীতা এৰি কৈক গৈলা ॥
নিৰন্তৰে বেঢ়িয়া মন্ত্ৰীক পাৰে গালি।
এৰি আইলি ৰামক চণ্ডাল পাপশালী ॥
কিনো হিয়া খন তোৰ বজ্ৰসে গঢ়িল।
ৰামক এৰিতে কেন মনত ফলিল ॥
জানিলোহোঁ ইতো ভৰতৰ ভাবি খাইল।
ছলে নিয়া ৰামক বনত এৰি আইল ॥
নগৰৰ ৰাজ কৰি খেদাও ইহাক।
মাৰ ধৰ বুলিয়া গালিৰ দেই জাক ॥
কৰে হুলস্থূল বহু ক্ৰন্দনৰ ৰোল।
অন্তয পুৰত গৈয়া সঞ্চৰিল বোল ॥
নিৰন্তৰে যতেক ৰাজাৰ মহাদেই।
ধৌলিৰৰ শিওৰত চৰিলন্ত গই ॥
হাঁ ৰাম অনাথ আমাক কৰি গৈলি।
দুখ নদী কৈকেয়ী ভৰিয়া ৰাজ ভৈলি ॥
হৃদয়ত তোহোৰ গুছিল অনুৰাগ।
আমি ভৈলোঁ কৈকয়ীৰ অষ্টমীৰ ছাগ ॥
আমি আপুত্ৰীৰ অন্ধলীৰ লাঠি তই।
জল শূন্য তৰু যেন মৰিবোহোঁ জুই ॥
পাছে সুমন্ত্ৰত সবে সুধিলন্ত কথা।
কহিলা সুমন্ত্ৰ সবে বনৰ ব্যবস্থা ॥
নাৰীগণ পৰান্তৰ শুনন্তে আশেষ।
কান্দন্তে সুমন্ত্ৰ সাত বেৰন্ধা প্ৰবেশ ॥
ছট ফট কৰে ৰাজা বসি আসনত।
অসুখ অশান্তি সুস্থ নাহিকে মনত ॥
শূন্য ৰথ দেখি ভৈলা বিয়াকুল চিত।
আসনৰ হন্তে শোকে পৰিলা ভূমিত ॥

কৌশল্যা সুমিত্রা দুয়ো ৰাজ-পটেশ্বৰী।
ক্রন্দন কৰন্তে হাতে তুলিলন্ত ধৰি ॥
উঠা উঠা প্রভু তুমি চিন্তা ত্যজিয়োক।
ৰাম সীতা লক্ষণৰ বাৰ্ত্তা পুছিয়োক ॥
শুনি পুত্ৰ পুত্ৰ বুলি বিমুহিত ভৈলা।
বাতুল চৰিত্ৰ যেন পৰি মূৰ্চ্ছা গৈলা ॥
দেখিয়া কৌশল্যা পৰিলন্ত স্বামী ক্রোলে।
ওৱাৰি পুৰিলা সব ক্রন্দনৰ ৰোলে ॥
চিৰকালে দশৰথ চেতনক পাইল।
পটেশ্বৰী কৌশল্যাৰ পাছে প্ৰাণ আইল ॥
প্রথমে ধৰিল যেন অৰণ্যৰ হাতী।
নিশ্বাস ফোকাৰে যেন ঠাঠাৰিৰ ভাটি ॥
প্রণমিয়া সুমন্ত্রে যুৰিলা দুই হাত।
ধীৰে ধীৰে সুধিলন্ত অযোধ্যাৰ নাথ ॥
মোহোৰ তনয় ৰাম পিতৃ পিতামহ।
কোথা এৰি আসিলি প্ৰস্তুত কথা কহ ॥
হস্তী ঘোড়া ৰথে যাক আগ পাচ কৰি।
হেন পুত্ৰ বনে আছে ৰাজ্য পৰিহৰি ॥
বুলিতে না পাৰে সীতা কোমল থানত।
হেন মাৱ হাণ্ঠে কেনে কণ্টকে বনত ॥
কুমৰ লক্ষণ যাত মোৰ বৰ স্নেহ।
কেনে বনবাস খাটে সুকুমাৰ দেহ ॥
ৰাজাৰ বচন শুনি পাচে মন্ত্রীবৰ।
লোতক মলছি দিলা ৰাজাক উত্তৰ ॥
শুনিয়ো গোসাই মোৰ বচন সন্দেশ।
প্রণাম অঞ্জলি হেৰা ৰামৰ আদেশ ॥
প্রদক্ষিণে ভূমিত থাপিলা পাছে মাথ।
কৃতাঞ্জলি বোল শুনা পৃথিবীৰ নাথ ॥
ৰামে বুলিলন্ত মোৰ ধৰিয়া গ্ৰীৱত।
জানাইবা আমাৰ বাৰ্ত্তা বাপৰ পাৱত ॥

শোক দুঃখ এৰি পালস্তোক নিজ শত।
অতি শীঘ্রে ৰাজ্যে আনি থাপস্তো ভৰত ॥
লক্ষণে বুলিলা পাছে তোমাক সিদ্ধান্ত।
থিৰ মন কৰি শুনা সি সব বৃত্তান্ত ॥
সর্ব্বজন হিত ৰত ৰাম মহাভাগ।
বনক পাঠাইলা ৰাজা কৰি পৰিত্যাগ ॥
ভৰতে তাহাঙ্ক বৰ কৰিবেক হিত।
কান্ধে কৰি কৈকেয়ীক ফুৰস্তোক নিত ॥
ভৰতক বুলিলন্ত নিদাৰুণ বাক।
গর্ব্ব মান এড়িয়া অবস্থা ৰাখি আক ॥
দেখিবে সমস্তে মার কৈকেয়ীৰ সমে।
তুহি অবিলম্বে পাতি মলছিল যমে ॥
কৌশল্যাক বুলিলন্ত তেজিয়োক শোক।
বনবাস তৰি যাইবো দেখিবন্ত মোক ॥
মনকষ্টে ৰামে বাক্য বুলি পাঠাইলন্ত।
দুই ভায়ে বৰ আঠে জটা নির্ম্মিলন্ত ॥
আগত্ত লক্ষণ জানকীক মাঝ কৰি।
তিনি হন্তে চলি গৈলা গঙ্গা নদী তৰি ॥
গুহ ৰাজা সমে চাহি থাকিলোঁ সন্তাপে।
মোক এৰি গৈলা ৰাম জগতৰ বাপে ॥
বনে প্রবেশিলা তিনি ভৈলোহোঁ উদাস।
নৰকৰ পলুৰ স্বর্গত নাহি আশ ॥
হুয়া আতি নৈৰাশ আছোহোঁ হাত যোৰে।
আৰ পানি তেজিয়া কান্দয় চাৰি ঘোৰে ॥
চিহৰিতে লাগিল ৰামৰ দিশ চাই।
গুহৰ মোহোৰ দেখি প্রাণ ফুটি যাই ॥
শীঘ্রে বেগে আসি মই পাইলোহো চিয়ালি।
শূন্য ৰথ দেখি লোকে মোক পাৰে গালি ॥
কেহোঁ দেই মাৰ ঘোৰ কেহোঁ তোলে লাঠি।
কেহোঁ বোলে মাৰ কিলে কেহোঁ ঘোড়া কাটি ॥

কেহো বোলে ইতো ভৰতৰ আইঠা খাইলে।
সি কাৰণে চণ্ডালে ৰামক এড়ি আইলে॥
যাত ভেকু নিশা নবজায় বীৰ ঢাক।
হেন অযোধ্যাত শুনু ক্রন্দনৰ ডাক॥
হাহাকাৰে কান্দে সবে শত্রু মিত্র বর্গ।
জীৱন্তুতে ৰামৰ মিলিল মহা স্বর্গ॥
কৰিয়ো শৰীৰ থিৰ মর্ত্ত্য পৰিহৰি।
সত্বৰে আসিবা ৰাম বনবাস তৰি॥
ৰাজা বোলে সুমন্ত্র বিকল কৰে গাৱ।
আজি গৈয়া সত্বৰে ৰামক বাহুৰাৱ॥
যাহন্তে আসন্তে চিৰকাল দেখোঁ ভাই।
ঝাণ্টে নিয়ো মোক তথা প্রাণ সঙ্কলয়॥
যদি বা সুমন্ত্র তোক কৰি আছোঁ হিত।
এতিক্ষণে থৈয়ো নিয়া ৰামৰ সম্নিত॥
কণ্ঠাগত প্রাণ মোৰ প্রমাণক পাইল।
হৃদয় লৰিল মোৰ জিহ্বায়ো শুকাইল॥
সিংহ বন্ধ স্কন্ধ ৰাম দীর্ঘ বাহু দুই।
দেৱাসুৰ মাঝে যাক কেহো সম নুই॥
আয়ত নয়ন চন্দ্র সমান বদন।
পুত্র নেদেখিলে যাইবোঁ যমৰ সদন॥
হাঁ ৰাম লখাই সীতা জনকৰ জীয়।
পৰিত্রাণ কৰ মোৰ সঙ্কলয় জীৱ॥
আশেষ মিনতি কৰি মতিহীন ভৈলা।
পুনৰপি ধৰণাত পৰি মূর্চ্ছা গৈলা॥
স্বামীৰ দেখিলা যেবে ভূমিত পতন।
কৌশল্যায়ে সুমিত্রায়ে বুলিলা বচন॥
আমাকো বনত মন্ত্রী থৈয়া আস গৈয়া।
গলে বান্ধি তিনিকো ধৰিবোঁ কোলে লৈয়া॥
শুনা বোলোঁ মন্ত্রী মোৰ প্রাণ খানি যাই।
ঘোৰ বনে তিনি জনে বন ফল খাই॥

কণ্টক ভাঙ্গিয়া ঘোৰ বন মধ্যে থিত।
বাপৰ মাৱৰ শোকে অধীৰ চৰিত ॥
মন্ত্ৰী বোলে মাৱ শোক কৰা উপশম।
দেখিবাহা সত্বৰে লক্ষণ সীতা ৰাম ॥
স্বামীৰ তুলত থিত সীতা বনবাসে।
লক্ষ্মী দেবী ক্ৰীড়ন্ত যেহেন বিষ্ণু পাশে ॥
শ্ৰীৰাম লক্ষণ দুঁয়ো দুই হন্তৰ হিত।
দুইকো দুই ৰাখন্তে বনত ভৈলা থিত ॥
মধুময় ফল তিনি ভক্ষণ কৰন্ত।
তিনিকে তিনিয়ো দেখি দুখ পাসৰন্ত ॥
বাপ মাৱ বন্ধুজন সবাকো পাসৰি।
তিনি জনে বনত আছন্ত ক্ৰীড়া কৰি ॥
তাহান নিমিত্তে শোক দুঃখ পৰিহৰি।
অবিকলে থাকিয়োক স্বামী সেৱা কৰি ॥
সুমন্ত্ৰৰ বাক্যে তান শৰীৰ জুৰাইল।
সম্ভুকিয়া আগতে ৰাজাক ভেট পাইল ॥
কৌশল্যা বোলন্ত শুনা পৃথিবীৰ নাহা।
মৰিবাৰ বেলা সত্য-বোল হেৰাইলাঁহা ॥
একশত অশ্বমেধ এক ভিতি কৰি।
আউৰ দিকে সত্য দিয়া দুইকো তুলি ধৰি ॥
মহাযজ্ঞ শতকো কৰিয়া সত্য বলে।
হেন সত্য এৰিলা তোমাৰ দৈব ছলে ॥
ৰাম অভিষেক লাগি সম্ভাৰ মিলাইলা।
সকলো লোকত হেন কাৰ্য্যক জানাইলা ॥
গৰ্ভৰ পুত্ৰৰ ভৈলা এমুৱা নাদৰ।
ৰাজ্য নেদি দিলা তুমি অৰণ্য সাগৰ ॥
অজ্ঞানত বুৰাইলা তোমাৰ নাহি লাজ।
মোক হিংসা সাধিলাঁহা কৈকয়ীৰ কাজ ॥
ৰামক দেখুৱা হেন আশে প্ৰাণ ধৰোঁ।
মুহি আজি আগতে কটাৰ হানি মৰোঁ ॥

সুমিত্ৰায়ে বোলন্তে কৌশল্যা শুনা বাই।
হাঁ ৰাম বোলন্তে ৰাজাৰ প্ৰাণ যাই॥
ইতো দোষ পৰিহৰাঁ স্বামীৰ সকল।
মৰন্তাক মাৰিলে নাহিকে কিছু ফল॥
ছোট হন্তে ৰামে পিতৃ আজ্ঞা নবাধিল।
বন বাস কৰি ৰামে কল্যাণ সাধিল॥
হেনয় পুত্ৰক একো নকৰিবা চিন্তা।
দেখিবাঁহা সত্বৰে লক্ষণ ৰাম সীতা॥
সুমিত্ৰাৰ বোলে শান্ত চিত্ত কৌশল্যাৰ।
স্বামীক নিষ্ঠুৰ বুলি ভৈলা চমৎকাৰ॥
ক্ষমিয়োক প্ৰভু বুলি চৰণে ধৰিল।
প্ৰবোধ বচনে তেওঁক কাতৰ কৰিল॥
পুত্ৰৰ শোকত বিমোহিত মোৰ মন।
প্ৰভুক বুলিলোঁ তাতে লাঘব বচন॥
পঞ্চ দিন ভৈল ৰাম বনবাসে গৈল।
আতে মোৰ শত বৰিষৰ সম ভৈল॥
হেন শুনি দশৰথ শান্ত কিছু ভৈলা।
অনন্তৰে সুমন্ত্ৰেয়ো বুলিবাক গৈলা॥
ছোট হন্তে সেৱা কৰোঁ তোমাৰ চৰণ।
একো কালে নবাধিলা আমাৰ বচন॥
মৃত্যুকালে পাইলে আসি তোমাক বিবুধি।
কৈকয়ীক বৰ দিলা আমাক সুবুধি॥
বৃদ্ধৰ তৰুণী ভাৰ্য্যা লোকত শুনিল।
সি সব সকলোঁ কথা তোমাত মিলিল॥
ৰাম অমৃতক তুমি তেজিলাঁ তৰল।
মৰিবাৰ বেলা খাইলা কৈকেয়ী গৰল॥
গুৰু বন্ধু জন কিছু নভৈল তোমাৰ।
বংশক বিনাশি কৈলাঁ কৈকয়ীক সাৰ॥
সাৰ্থক বুলিলা বাক্য কৌশল্যা গোসানী।
কেনে মতে তোমাৰ ৰহিল সত্য বাণী॥

সমস্ত লোকত শুনাই বুলিলাহা কাজ।
কালি আনি ৰামক পাতিবোঁ যুবৰাজ ॥
সিসব বচন কেনে পৰিবর্ত্ত ভৈলা।
শুণি চোৱা তথু সত্য কেন মতে বৈলা ॥
কোন ফল পাইলা তুমি অসতীক সেৱি।
কৈকেয়ী তোমাৰ মাত্র ভৈল মুখ্য দেৱী ॥
তাহাক কান্ধত গৈয়া ফুৰিয়ো ৰাজ্যত।
তেৱে পৰিপূর্ণ হৈবে তোমাৰ শপত ॥
কৌশল্যা বোলন্ত মন্ত্রী নবোলা অধিক।
পুত্র শোকে মৰিছে আউৰ মাৰা কিক ॥
কৌশল্যাৰ বোলে মন্ত্রী কিছু শান্ত ভৈলা।
বিদায় কৰিয়া নিজ স্থানে চলি গৈলা ॥
অনন্তৰে আসিয়া ৰজনী উপগত।
শোকে দুঃখে পীড়ি নিদ্রা গৈলা দশৰথ ॥

---



# অৰণ্য কাণ্ড

## সীতা হৰণ

ৰামৰ ঘৰিণী আছে সীতা নামে সুৰধনী,
ত্ৰিভুবন সাৰ এক বালা ।
মন্দোদৰী আদি কৰি যত মোৰ পটেশ্বৰী,
পুৰীত নপাৰে এক কলা ॥
হেন মোত কহিলেক শূৰ্পনখা বহিনীএ,
শুনি চিত্ত ধৰিতে নপাৰোঁ ।
জনক জীউক হৰি মুখ্য পটেশ্বৰী কৰি,
ৰামত সকলে মান সাৰোঁ ॥
সীতাৰ শোকত তাৰ তেজ বল হানি হৈব,
শৰীৰ যাইবেক তাৰ জসি ।
হাতে ধনু কাণ্ড ধৰি ৰামক নিৰ্ভয়ে মাৰো,
দণ্ডকা বনত পাছে পশি ॥
আমাৰ বচন ভঙ্গ নকৰা মাৰিচ মমা,
বাক্য মোৰ দৃঢ় কৰি ধৰ ।
সুবৰ্ণৰ মৃগ হুই সীতাৰ আগত গই,
কোমল বনত তই চৰ ॥
সীতাৰ বচন শুনি শ্ৰীৰাম লক্ষ্মণ দুই,
যাইব তোক ধৰিবাক লাগি ।
গান্দি দেখা যেনকৰি ত্বৰিত গমন ধৰি,
গহন বনক যাইবা ভাগি ॥
শূন্য আশ্ৰমত পাছে সীতাক ৰথত তুলি,
চলি যাইবোঁ আপুনাৰ থান ।
এত কাৰ্য্য কৰি লাভ মোক অনুগ্ৰহ হুয়,
কৰিবো তোমাক বহু মান ॥

এতেক বচন শুনি মাৰীচে মনত গুণি,
হাত যোৰে আগে ভৈল থিৰ।
ৰামৰ নামক শুনি ৰাৱণক বুলিলেক,
কাম্পে তাৰ সকল শৰীৰ ॥

ৰাম যেন বীৰবৰ নজানস লঙ্কেশ্বৰ,
কাৰ বোলে মাৰিবাক যাস।
সুখৰ ভিতৰে তোৰ এত মতি কৰিলেক,
কুল ক্ষয় কৰিবাক চাস ॥

নৃপতি সবত চাটু প্ৰিয় বোল বোলন্তাক,
শতেক সহস্ৰ কৈত নাই।
হিত পথ অপ্ৰিয়ক বুলিবেক যিতো জনে,
কোটি মাঝে গুটি এক পাই ॥

ৰামৰ বীৰত্ব মই ভাল মতে জানি আছোঁ,
ত্বৰিতে লঙ্কাক লাগি যাহা।
ইতো সব যত গ্ৰহ তেজিয়া ভাগিন তুমি,
জ্ঞাতি সমে ৰাজ্যক কৰাহা ॥

হৰি হৰি লঙ্কেশ্বৰ তোহোৰ প্ৰসাদে সব,
ৰাক্ষসৰ হৰিলেক শঙ্কা।
হৃদয়ৰ মাঝে তোৰ হেন বুদ্ধি ফিৰি গৈল,
হৰাইল মাণিকপুৰী লঙ্কা ॥

আসন্ন কালত আসি বিনাশন বুদ্ধি ভৈল,
মাথে তোৰ যম কাল নাচে।
অগনিৰ শিখা সম সীতাক হৰিবে চাস,
মৰিবাৰ কত কাল আছে ॥

ৰাম যেন বীৰবৰ নজানস লঙ্কেশ্বৰ,
তাহান আগত তই মাখি।
আমাৰ বচন ধৰি সীতা দেবী পৰিহৰি,
দেশক চলাহা প্ৰাণ ৰাখি ॥

মোৰ বোল হিত যেন্তে　　　　নশুনস লঙ্কেশ্বৰ,
দেৱ ধৰ্ম্ম সবে হৈব সাক্ষি।
যিতো পাত্ৰ মন্ত্ৰী তোক　　　　হেন উপদেশ দিল,
তাহাৰ ফুটিল দুই আঁখি॥

ৰাম দেৱ সুচৰিত　　　　সকল জনৰ হিত,
দেৱ দ্বিজ গুৰুত বিনীত।
পিতৃৰ বচনে মিত　　　　সৰ্ব্ব দোষ বিবৰ্জ্জিত,
ত্ৰিভুবন ৰাজাক উচিত॥

জনকৰ জীউ সীতা　　　　ৰাঘৱৰ বিবাহিতা,
পতিব্ৰতা ধৰ্ম্মে আতি থিতা।
তোৰ মৃত্যু সন্নিহিত　　　　মতি ভৈল বিপৰীত,
সি কাৰণে যাস তান ভিতা॥

ৰাৱণে বোলয়　　　　মাৰীচ মমাই,
তুমি মোৰ মহা পাত্ৰ।
মোক কি কৰিতে　　　　পাৰয় ৰাঘৱে,
মানুষ গোটসে মাত্ৰ॥

দশৰথ সুত　　　　পাপৰ চৰিত্ৰ,
নজানয় ধৰ্ম্ম লেশ।
স্ত্ৰীৰ বচনে　　　　ভাৰ্য্যা ভ্ৰাতৃ সমে,
আসি ভৈল বনদেশ॥

মানুষ ৰাঘৱ　　　　হোৱে বৰ বীৰ,
কেমনে তই জানস।
কি কাৰণে মোক　　　　মাৰীচ মমাই,
বাক্য-বিষ বৰিষস॥

ত্ৰৈলোক্য বিজয়ী　　　　দুৰ্জয় ৰাৱণ,
মোক বীৰ নেদেখস।
মোহোৰ আগত　　　　মানুষ ৰামক,
মুনিষ বলি দেখস।

বাপেকে ৰনক ডাকিলে নহয়,
পিতৃত সিতো ভকত ।
তেহুয় সহস্র কৌটি একো ৰামো,
নুহিকে মোক শকত ॥

কুবেৰ দদাক যুদ্ধত জিনিয়া,
লঙ্কা দেশ কাঢ়ি লৈলোঁ ।
ত্রিদশক জিনি ৰণ চেৰ কৰি,
কীৰিত্তিক বৰ থৈলোঁ ॥

পাতাল পুৰত নভৈলে শকত,
মোক (বীৰ) বৰ নাগে ।
মানুষ গোটক মুনিষ বোলস,
কি হেতু মোহোৰ আগে ॥

ইতো পৃথিবীৰ ৰাজাগণ যত,
মহাবীৰ বোলাইলেক ।
সি সব সমস্ত মোহোৰ আগত,
উচিত দণ্ড পাইলেক ॥

মাৰীচ মমাই তুমি মহাবীৰ,
মোহোৰ বচন শুন ।
সুপুছিলে কথা আপুনি কহয়ে,
মন্ত্রীৰ নুহিকে গুণ ॥

ত্রিদশে ৰামৰ সহায়ক ভজি,
এহি যে কাৰ্য্য সাধিব ।
তথাপি সীতাক হৰি লঙ্কা নিব,
দৈৱে তাক নবাধিব ॥

জানিবা মমাই মোহোৰ সীতাক,
ৰামে আৰ নপাইবেক ।
গম্ভীৰ সাগৰ তৰিয়া কেমনে,
লঙ্কাক লাগি যাইবেক ॥

অৰণ্যেকে মই জানিবা খবৰ,
কৰিবোহোঁ প্ৰতিকাৰ।
পুনৰপি তুমি হেন লঘু বোল,
মোক নুবুলিবা আৰ॥

হেন শুনি পাছে মাৰীচে বোলয়,
ৰাৱণৰ মন জানি।
কেনে নো বিধাতা জানকী সীতাক,
তথা মিলাইলেক আনি॥

তোহোৰ ক্ষয়ৰ কাৰণেসে জানোঁ,
সীতা উতপতি ভৈল।
সকলে ৰাক্ষস কুলৰ মাথাত,
কালী দেবী পৰি গৈল॥

কমন মুগুধ মন্ত্ৰীয়ে তোহোক,
হেনয় বুদ্ধি দিলেক।
তোক নসহিয়া কোনে হেন মতে,
লঙ্কা পৰি দাইলেক॥

ৰাৱণ ৰাজাৰ শ্ৰীসম্পত্তিক,
দেখিতে কেনো নাপাৰে।
সেহিসে কাৰণে ৰামৰ হাতত,
উপায় কৰিয়া মাৰে॥

আপোনাৰ মই কথাক কহওঁ,
শুনিৰি ৰাজা ৰাবণ।
বলৰ গৰ্ব্বত পূৰ্ব্ব কালে মই
গৈলো দণ্ডকাৰ বন॥

বাছিয়া অনেক ৰাক্ষস সেনাক,
তুলত কৰিয়া গৈলোঁ।
মহা মহা ঋষি সবক মাৰিয়া,
ভুঞ্জিয়া তৃপিতি ভৈলোঁ॥

পাছে এক বাৰ বিশ্বামিত্ৰ নামে,
ঋষিৰ নাথক গৈলোঁ।
ৰাক্ষসে সহিতে যজ্ঞ ছন্ন কৰি,
অনেক ঋষিক খাইলোঁ ॥

ধৰ্ম্মৰ চৰিত্ৰ ঋষি বিশ্বামিত্ৰ,
তেহোঁ আতি বৰ তপী।
পৰম কৃপালু অধৰ্ম্মক ডৰে,
মোক নমাৰিলা শাপি ॥

আতি মহাক্ৰুৰ ৰাক্ষসৰ জাতি,
আশঙ্কক বৰ পাইলোঁ।
ৰাক্ষসক লৈয়া নিতে নিতে গৈয়া,
ঋষিগণ মাৰি খাইলোঁ ॥

হেন দেখি আছে বিশ্বামিত্ৰ পাছে,
গৈলা অযোধ্যাক লাগি।
দশৰথ মহা- ৰাজত ঋষিয়ে,
ৰামক আনিলা মাগি ॥

পূৰ্ব্ব কাল মতে যজ্ঞ আৰম্ভিলা,
ঋষি সবে কৰে কাম।
দিব্য ধনু শৰ হাতত ধৰিয়া,
ৰাখিয়া থাকিলা ৰাম ॥

ঋষিক ভুঞ্জিয়া লাণ্টা পায়া পাছে,
চাপিলোহোঁ গৈয়া কোল।
দেখা দেখা ৰাম বুলিয়া ঋষিৰ,
উথলিল মহা বোল ॥

আকাশত দেখি পাছে মোক লাগি,
ৰামে কৰিলন্ত শৰ।
মহা বেগে গৈয়া হিয়াত পৰিয়া,
কম্পি গৈল কলেৱৰ ॥

দেখোঁ অন্ধকাৰ ৰামৰ প্ৰহাৰ,
যেন শঙ্কৰৰ শূল।
চেতন নাপাইলোঁ আকাশে উৰাইলোঁ,
যেন শিমলীৰ তুল॥

ইন্দ্ৰৰ বজ্ৰৰ প্ৰহাৰতে শালি,
গাৱত মোৰ পৰিল।
বৰৰ প্ৰসাদে মোহোৰ গাৱৰ,
লোম গাছো নলৰিল॥

যত যত অস্ত্ৰ কৰিল প্ৰহাৰ,
মোহোক দেৱ-অসুৰ।
মোহোৰ কঠিন গাৱত পৰিয়া,
সবে ভৈল মাসিমুৰ॥

আপুনি জানাহা নৃপতি ৰাৱণ,
মাৰীচ যিমত বীৰ।
কহোঁ স্বৰূপত ৰামৰ শৰত,
পৰিল দেখোঁ শৰীৰ॥

তুলা যেন ঠানে ৰাঘৱৰ বাণে,
গগনক খেদাইলেক।
নিমিষেকে নিয়া সাগৰ চড়িয়া,
সি কুলত পেলাইলেক॥

পাছে চিৰকালে কথমপি তথা,
চেতন মই লভিলোঁ।
বন্ধুজন দেখি- বাক ধীৰে ধীৰে,
লঙ্কাক লাগিয়া গৈলোঁ॥

অদ্যাপি ৰামৰ প্ৰহাৰ সুমৰি,
ধৰিতে নপাৰো মন।
সবে পৰিহৰি সি কাৰণে তপ,
কৰোঁ এহি তপোবন॥

শুনা লঙ্কেশ্বৰ বিস্তৰ দুঃখক,
পাইলোঁ আমি অনুপম ।
যেখন তেখন সুমৰন্তে দেখোঁ,
হেৰ আসি পাইলে ৰাম ॥

এহিসে নিমিত্তে এৰিলোহো ছাৰ,
ভাৰ্য্যা পুত্ৰ পৰিবাৰ ।
প্ৰাণ অবশেষ কেবলে মোহোৰ,
তপ মাত্ৰ ভৈল সাৰ ॥

স্বৰ্গৰ ভিতৰে যতেক দেৱতা,
পাতালৰ যত নাগ ।
ইতো পৃথিবীৰ যত ৰাজা আছে,
তোমাক কৰিয়া আগ ॥

যেৱে সৱে মিলি একল ৰামক,
একেবাৰে কৰে ৰণ ।
ৰাঘৱৰ মাৰ চোটত জানিবা,
সবাৰে হুইবে মৰণ ॥

মোহোৰ বচন সাৰ জানি তুমি,
উলটি লঙ্কাক যাহা ।
বিভীষণ বুদ্ধি- মন্তত ইসব,
কথাক পুছিয়া চাহা ॥

ত্ৰিজটা তোমাৰ বহিনীত সুধি,
যেৱে তাৰা দেই সাহা ।
তিনিৰ সম্মতে পাছে নৃপবৰ,
জানেকীক হৰিবাহা ॥

তোৰ হিত পক্ষ ত্ৰিজটা বহিনী,
হিত বিভীষণ ভাই ।
দুই হস্তত পৰে লঙ্কাৰ ভিতৰে,
তোৰ ইষ্ট কেহোঁ নাই ॥

তাৰা দুই জনে তোক যিতো বোলে,
সেহি বোল সাৰ কৰঁা।
চটুয়া মন্ত্ৰীৰ বচন নৃপতি,
বিদূৰতে পৰি হৰঁা॥

হেনয় হিতক সুশুনিয়া তুমি,
কৰা যেৱে আন মন।
সব বন্ধুজন মৰাইবাহা তেবে,
লঙ্কা ৰাজ্য হুইবে ছন॥

দুৰ্জ্জয় ৰামৰ হাতত সমস্তে,
বলদৰ্প হুইবে চূৰ।
অবিলম্বে তেৱে দেখিবা নৃপতি,
দুৰ্ব্বাৰ এ যমপুৰ॥

ৰামৰ চৰিত্ৰ পৰম অমৃত,
শুনা সভাসদজন।
নিশ্চয়ে জানিবা ইসে মহাধৰ্ম্ম,
কলি মন কৰে ছন্ন॥

পুণ্যক সঞ্চিয়ো যমক বঞ্চিয়ো,
সংসাৰ কৰি মোচন।
এৰি আন কাম বোলা ৰাম ৰাম,
ঘুষিয়োক ঘনে ঘন॥

মাৰীচৰ বচনত কুপিত ৰাৱণ,
অতি বৰ ক্ৰোধে পাছে বুলিলা বচন॥
হাওঁৰে পাপিষ্ঠ মই কৰিলোহোঁ কিস,
কি কাৰণে মোক বৰিষস বাক্য-বিষ॥
নিষ্ঠুৰ বচন কিয় বোল এতমান।
ভূঁমিভ বৈলেক যেন বীৰ্য্যহীন বাণ॥

লখিলো পাপিষ্ঠ ৰাঘৱৰ ভাৰি খাইলে,
সি কাৰণে মোক অপমান কৰাইলে ॥
ঘূৰি ঘূৰি বোলস নিষ্ঠৰ মোক বাণী,
দুৰ্ব্বাৰ ৰাৱণ মোৰ কথাক নজানি ॥
আগু হানি তোক আজি কৰিবোঁ ফোহাৰ
ৰাঘৱে কৰোক আসি তোৰ প্ৰতিকাৰ ॥
তোৰ বচনক মই কৰিলোহোঁ লক্ষ,
মোক তৰি বোল ৰাঘৱৰ হিত পক্ষ ॥
প্ৰাণে যেবে বিবৰ্ত্তি মোহোৰ বাক্য কৰ ।
তুহি এতিক্ষণে পেষাইবোহোঁ যম ঘৰ ॥
ৰাম পাশে গৈলে তোৰ জীবন সংশয় ।
মোহোৰ হাত্তত এতিক্ষণে হুইবি ক্ষয় ॥
যাবি বা নাযাবি ঝাণ্টে বোল কেন মন ।
যাবে নতো পেষো আজি যমৰ কাৰণ ॥
হেন শুনি মাৰীচৰ ত্ৰাস বৰ ভৈল ।
সক্ৰোধ বচনে তাক মাতিবাক লৈল ॥
মৰিবাৰ কালে আচৰিয়ো অসদৃশ ।
সুহৃদৰ বচনক দেখ যেন বিষ ॥
ৰামৰ হাতত পৰি স্বৰ্গে চলি যাইবোঁ ।
তোৰ দুখ শোক কিছু দেখিতে নপাইবোঁ ॥
সীতাক হৰিলে তোৰ হুইবে গল পাশ ।
ৰামৰ হাতত ঝাণ্টে হুইবে বিনাশ ॥
অনিষ্ট কৰিয়া আছ যত দেৱাসুৰ ।
ৰামৰ হাতত আটি-মুটি হুইবে চুৰ ॥
ত্ৰিদশৰ শাপে তোৰ আয়ু ভৈল ক্ষীণ ।
জগত্তৰ মস্তুযে জীৱন্ত কত দিন ॥
ৰামতো মৰিবোঁ মৰিবোঁহাঁ ৰাৱণত ।
জীবন নাহিকে হেন শুনিলো মনত ॥
তোহোৰ হাতত কিয় প্ৰাণক সুঝাওঁ ।
ৰামৰ হাত্তত পৰি স্বৰ্গে চলি যাওঁ ॥

হেন শুনি ৰাৱণ হৰিষ বৰ পাইল ।
আশেষ প্ৰশংসি তাক ৰথত চড়াইল ॥
ৰামক সুমৰি তাৰ মনে ভয় ঘোৰ ।
কাটিবাক লাগি যেন গৈয়া যাই চোৰ ॥
শীঘ্ৰ বেগে গৈয়া ৰাঘৱৰ থান পাইল ।
মাৰীচক ৰাৱণে বচন পুকজাইল ॥
দেখিয়া কজ্জলী বন ৰাঘৱৰ থান ।
মৃগ ৰূপ ধৰি মোৰ সাধা বহু মান ॥
ৰথে চড়ি ৰাৱণ লুকাইয়া ভৈলা থিত ।
মাৰীচ ৰাক্ষস তেৱে নামিলা ভূমিত ॥
ধীৰে ধীৰে যাই ভৰি নবাঢ়য় আগ ।
কাটিবাক নেই যেন অষ্টমীৰ ছাগ ॥
বিমৰিষ কৰয় মাৰীচ মহাবীৰ ।
হৰি হৰি হৰুৱাইলো সুন্দৰ শৰীৰ ॥
ৰাৱণ ৰাজাৰ আজি হিত পথ চাওঁ ।
ৰামৰ হাতত পৰি স্বৰ্গে চলি যাওঁ ॥
হেন বুলি মাৰীচে ধৰিলে মৃগমায়া ।
মনোহৰ বেশ শুদ্ধ সুবৰ্ণৰ কায়া ॥
ৰজতৰ অৰ্দ্ধ চন্দ্ৰ দুই পাৱে বলয় ।
তাৰা সম থানে থানে মাণিক জ্বলয় ॥
জাজ্বল্য সমান জ্বলে ৰত্নময় বুক ।
থানে থান প্ৰকাশয় সোনাৰ ভুমুক ॥
তৰঙ্গ-ৰৰঙ্গ কৰি চতুৰ্দ্দিশে যায় ।
সীতা দেবী দেখন্ত কোমল ঘাঁস খায় ॥
সুবৰ্ণৰ মৃগক দেখিয়া বঙ্গ মন ।
ৰামক সম্মুধি সীতা বুলিলা বচন ॥
আশ্চৰ্য্য মৃগক প্ৰভু দেখিয়োক ৰাম ।
মাণিক খচিত শুদ্ধ সুবৰ্ণৰ কাম ॥
ভ্ৰমিয়ো ভুবনে সাৰ দণ্ডকাৰ বন ।
হেন সব মৃগ যত হোৱে উতপন ॥

এতেক কাৰ্য্যক প্ৰভু তোমাত মেলাওঁ ।
ইহাৰ ছালত যেৱে বসিবাক পাওঁ ॥
এহি মৃগ মাৰি ছাল আনি দিয়া মোক ।
অযোধ্যাক গৈয়া কথা কহিবাক হৌক ॥
এহি ছাল আনি নগৰক লৈয়া যাওঁ ।
অন্তেষপুৰত কথা কহিবাক পাওঁ ॥
টীকৰ সুস্বামী প্ৰভু চৰণত লাগোঁ ।
কৌতুহল মনে ইটো মৃগ গুটি মাগোঁ ॥
আতি বৰ আশা মোৰ নকৰিয়ো ভঙ্গ ।
আক পাইলে প্ৰভু তেৱে হোৱে মহাৰঙ্গ ॥
ধৰিবাক পাৰা যেৱে আতিবৰ ভাল ।
নোহে মৃগ মাৰি মোক আনি দিয়া ছাল ॥
তুমি আমি দুই ৰঙ্গে থাকিবোহোঁ বসি ।
ৰোহিণী সহিতে যেন আকাশত শশী ॥
সীতাৰ বচন পাছে ৰাঘৱে আকলি ।
নিশ্চয়ে জানিলো সীতা তুমি সে আজলী ॥
কৈত শুনি আছা মৃগ সুবৰ্ণৰ কায়া ।
নিষ্ঠ কৰি জানা ইটো ৰাক্ষসৰ মায়া ॥
পুনৰপি সীতা দেবী বুলিলা উত্তৰ ।
নিশ্চয়ে জানিলো আবে ভাণ্ডিলি বৰ্ব্বৰ ॥
তাহাক ভাণ্ডাহা যাক দেখিলো সাক্ষাত ।
আন কিবা বস্তু প্ৰভু খুজিলো তোমাত ॥
পতিব্ৰতা ধৰ্ম্ম ৰাখি তোমাৰ লগত ।
ৰাজ্য সুখ এৰি ফুৰোঁ ঘোৰ অৰণ্যত ॥
কোন বস্তু ছাৰ খুজিলোহো পশু ছাল ।
ইহাক নিদিয়া পাতিলাহা আল-জাল ॥
পশু মুই যদি হুই ৰাক্ষস নিশ্চয় ।
তথাপি মাৰিতে প্ৰভু তোমাৰ লাগয় ॥
এহি হেতু তুমি আসি আছা বনমাঝ ।
ইহাক মাৰিয়া সাধিয়োক দেৱ কাজ ॥

সীতাৰ বচন ৰাম শুনি ৰঙ্গমন।
সম্মুখি বোলয় শুন ভৈয়াই লক্ষ্মণ॥
জনক জীউৰ বাপ শুনিলি বচন।
এহি মৃগ চৰ্ম্মত বসিবাক মন॥
অৱশ্যে পুৰিবো জানেকীৰ মনোৰথ।
আক অপমান দিবোঁ কমন মহত॥
সুবৰ্ণৰ মৃগছাল বসি থাকিবেক।
শেত কমলৰ সুখ ইহাতে পাইবেক॥
মই চলি গৈলো হেৰা মৃগ মাৰিবাক।
যাৱে নাসোঁ তাৱত সীতাক ৰাখিয়োক॥
লক্ষ্মণে বোলন্ত দাদা দেখোঁ অসদৃশ।
মৃগ হেন বেশ নোহে কৰা বিমৰিষ॥
ঋষিগণে কহিয়া আছন্ত মোত কাজ।
মাৰীচ ৰাক্ষস আছে দণ্ডকাৰ মাজ॥
ৰাজাগণ যত মৃগ মাৰিবাক যাই।
সুবৰ্ণৰ মৃগ হুয়া সবাহাকে খাই॥
কহিত দেখিলা মৃগ সুবৰ্ণৰ বৰ্ণ।
মাণিক কাঞ্চন দেখোঁ ৰত্নৰ পৱাল॥
হিত পক্ষ চিন্তিয়োক বিমৰিষ কৰি।
মাৰীচ ৰাক্ষস আইল মায়া ৰূপ ধৰি॥
ৰাঘৱে বোলন্ত যেৱে মাৰীচেসে আইল।
ঋষিৰ যতেক কোপ সুজিবাক পাইল॥
দণ্ডকা বনৰ আজি গুচাই এৰো শাল।
সীতাক আনিয়া দিবোঁ সুবৰ্ণৰ ছাল॥
সকল গাৱত দেখোঁ ৰাজযোগ্য ৰত্ন।
অৱশ্য ইহাক লাগি কৰিবোহো যত্ন॥
তাৰা মৃগগোট আৰো স্বৰ্গত আছয়।
তাহাৰ সদৃশ ইতো বলত নাচয়॥
কি সব আছিল ৰত্ন আমাসাৰ ঠাৱে।
তাতো অতিৰেক দেখোঁ হৰিণৰ গাৱে॥

এতিক্ষণে আমি মৃগ মাৰিবাক যাইব।
সাৱহিত ৰূপে তুমি জানকীক চাইব ॥
এহি বুলি ৰামে মৃগ মাৰিবাক মনে।
সুসম্ভুত হুয়া চলি গৈলা তেতিক্ষণে ॥
ধনুৰ্ব্বাণ সাজি গৈলা থান পৰিহৰি।
লক্ষ্মণ থাকিলা জানেকীক ৰক্ষা কৰি ॥
কৰ্ম্মনা বাধ্যতে বুদ্ধির্ন্নবুদ্ধ্যা কৰ্ম্ম বাধ্যতে।
সুবুদ্ধিৰপি ৰামোহয়ং হৈমং হৰিণমন্বগাৎ ॥
ৰামক দেখিয়া তাৰ হৃদয় কম্পিল।
গহন বনক লাগি গমন কৰিল ॥
দেখ নেদেখ বেগে হৰিণ পলাই।
দাৰুণ ৰাক্ষসী মায়া কৰন্তেহি যাই ॥
তেতিক্ষণে দেখি তেতিক্ষণে দেই লুকি।
জুই আগুনীৰ মতে দিৱয় ভুমুকী ॥
আধা মণ্ডী যেন নিশাচৰ মায়া ধৰে।
দণ্ড ডুইৰ পথে গাণ্ডি দেখাৱ নকৰে ॥
খণ্ড খণ্ড মেঘে যেন চন্দ্ৰক ঢাকিল।
খনো খনো দেখি খনো লুকায়া থাকিল ॥
শ্ৰান্ত ভৈল ৰাম বৰ ৰাক্ষসক চাই।
বৃক্ষৰ গোৰত লুকাইলন্ত ছায়া পাই ॥
ৰাঘো থাকিলন্ত যেৱে ভ্ৰম পৰিহৰি।
মৃগগণ মাজে পশি চৰে মায়া ধৰি ॥
দূৰত মাৰীচ চৰে হেনয় জানিল।
আকৰ্ণ পূৰিয়া তাক শৰ প্ৰহাৰিল ॥
হিয়াত পৰিল যেৱে ৰাঘৱৰ বাণ।৩
তেতিক্ষণে মাৰীচৰ ছাৰি গৈল প্ৰাণ ॥
ৰাৱণৰ হিত পক্ষ মৰন্তে বুলিল।
লক্ষণক সম্বুধিয়া আটাসেক দিল ॥
হাহা লখাই মোৰ স্নেহাৰিত ভই ভাই।
ঝাণ্টে লাগ লৱ মোৰ প্ৰাণ খামি যাই ॥

আটাস শুনিয়া হিয়া ঋষিৰ লৰিল।
পৰ্ব্বত আকাৰ হুয়া ৰাক্ষস পৰিল ॥
শুনিলন্ত সীতাথে ৰামৰ আনে ৰাৱ।
স্বামীৰ মৰণ শুনি কাম্পে হাত পাৱ ॥
তৰল নয়ন কৰি চতুৰ্দ্দিতি চান্ত।
লক্ষণক সম্বুধিয়া শীঘ্ৰ বুলিলন্ত ॥
শুনিলাকি লখাই তুমি ৰাঘৱৰ বাণী।
কমন বিধিয়ে মৃগ মিলাইলেক আনি ॥
হাহা বিধি কিনো মই অকাৰ্য্য কৰিলোঁ।
দণ্ডকাবনত আনি স্বামীক মাৰিলোঁ ॥
ঝাণ্টে কৰি চলা লখাই শুনা মোৰ বাক।
সত্বৰে ৰামৰ গৈয়া প্ৰাণ থিনি ৰাখ ॥
তুমি সখা ভৈলে নযাইৱন্ত যমপুৰ।
ঝাণ্টে চল ৰাখা মোৰ শিখৰ সিন্দুৰ ॥
ভ্ৰাতৃত ভকত তুমি লক্ষণ কুমাৰ।
ৰামক মাৰয় হেৰা ঘোৰ নিশাচৰ ॥
আপদ কালত সবে হিতাহিত জানি।
স্বামী ভিক্ষা মাগোঁ বাপু মোক দিয়া আনি ॥
ভয়ে চমকিলা যেৱে জনকৰ জীউ।
হাত যোৰে লক্ষণ আগত ভৈলা থিউ ॥
ভয় পৰিহৰি দেৱী কৰিয়োক ৰঙ্গ।
ইটো ৰবি তলত ৰামৰ নাই ভঙ্গ ॥
সমৰ কৰন্ত যেৱে দেৱাসুৰ নৰে।
সবাকো ৰাঘৱে জিনিৱন্ত একেশ্বৰে ॥
পৰমদুৰ্জ্জয় ৰাম ত্ৰিভুবনে বীৰ।
ভয় পৰিহৰি দৃঢ় কৰিয়ো শৰীৰ ॥
ৰিবা ৰাৱ শুনি দেবী পঠোৱা আমাক।
কদাচিতো নুহিবে ৰামৰ হেন বাক ॥
স্ত্ৰী জাতি কাৰণে তোমাৰ হেন ভয়।
মৃগ মাৰি আসিৱন্ত নাহিকে সংশয় ॥

হেন শুনি সীতা দেৱী কোপ মন ভৈলা।
নিষ্ঠুৰ বচন তাঙ্ক বুলিবাক লৈলা ॥
হাওৰে পাপিষ্ঠ দুৰাচাৰ দুষ্টচিত্ত।
আজিসি জানিলোঁ ৰাঘৱৰ যেন হিত ॥
ৰামৰ মৰণে তোৰ আতি বৰ সুখ।
গাৱ গুটি বাঘ তোৰ হৰিণৰ মুখ ॥
মুখত অমৃত তোৰ চিত্ত বিষ ঘট।
কাৰ্য্য পায়া আৱে হেৰ পাতিলি কপট ॥
মোক ভাণ্ডি বোলস ৰামৰ স্নুহি ৰাৱ।
আজিসি আছোঁহোঁ মই বাঘৱৰ ঠাৱ ॥
হাওঁৰে চণ্ডাল ভৰতৰ ভাৰি খাইলি।
চাটু বাটু কৰিয়া ৰামৰ লগে আইলি ॥
সতিনীৰ পুত্ৰ কদাচিত নোহে হিত।
নজানিয়া ৰামে তোক চপাইলে সন্নিত ॥
লখিলোহোঁ পাপিষ্ঠ তোহোৰ যেন আশ।
ৰামৰ মৰণে মোক ভজিবাক চাস ॥
স্বামী অবিহনে অগনিত ঝাপ দিবোঁ।
গলত কটাৰ হানি তেখনে মৰিবোঁ ॥
চৰণ স্নুচইবো পৰ পুৰুষক আন।
কি কাৰণে পাপিষ্ঠ কৰস অপমান ॥
আপনি ইতৰ হুয়া বাঞ্চা কৰ মোক।
ৰাম মত্তগজ আগে মৃগ দেখোঁ তোক ॥
হেন বুলি সীতা হৃদয়ত মুষ্ঠি হানি।
কেশ আজুৰিয়া কৰে কান্দন্ত গোসাঁনী ॥
সীতাৰ দুৰ্ব্বাৰ বাক্য শুনিয়া লক্ষ্মণে।
ভুমিকাণ পৰশি বুলিলা তেতিক্ষণে ॥
তুমি মোৰ দেৱী ৰামচন্দ্ৰ আদিদেৱ।
দুই হান চৰণ চাৰি আন নাহি কেৱ ॥
হেনয় স্বভাৱ নিদাৰুণ স্ত্ৰী জাতি।
ভাই ভাই বেলগাৱে মাঝে দিয়া কাটি ॥

অযুগুত বোল মোক বুলিলাহা কিক।
ক্ষিপ্ৰবাদী দাৰুণী তোমাক আছো ধিক ॥
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হুইবা সাক্ষি।
সীতা পৰিহৰি চলোঁ আপনাক ৰাখি ॥
বাসনায়ে বুলিলন্ত বিয়াকুল মনে।
কেনে একেশ্বৰে থিত হুইবা ঘোৰ বনে ॥
বিমঙ্গলো দেখোঁহোঁ অনেক বিপৰীত।
কত ভাগ্যে পাইয়া তুমি ৰামৰ সম্বিত ॥
আপনি জানাহা এথা ৰাক্ষস অশেষ।
যাইবো কি নাযাইবো ঝাণ্টে কৰিয়ো আদেশ ॥
সীতায়ে বোলন্ত ঝাণ্টে চল লখাই বীৰ।
ৰাম ৰাৱ শুনি মোৰ নসহে শৰীৰ ॥
স্বামী অবিহনত গৰল বিষ খাইবোঁ।
সুহি গোদাবৰী জলে প্ৰাণক সুঝাইবোঁ ॥
লক্ষণে সীতাক গৈয়া প্ৰদক্ষিণ কৰি।
চৰণ প্ৰণামি হাতে ধনুৰ্ব্বাণ ধৰি ॥
ৰামৰ পাশক লাগি চলিলা বিমনে।
সীতাৰ লিখিত তাক বাধিব কেমনে ॥
ৰাঘৱৰ পাশক লক্ষণ যেৱে যান্ত।
সীতাৰ স্নেহত পুনু উলটিয়া চান্ত ॥
লক্ষণে গৈলন্ত যেৱে ৰাঘৱৰ ভিতা।
ঘোৰ অৰণ্যত একেশ্বৰী ভৈল সীতা ॥
শ্ৰীৰাম লক্ষণে যেৱে নাইকন্ত পাশে :
কান্দন্তে আছন্ত স্বামী মৰণ তৰাসে ॥
ধুলি ধুসৰিত আতি চান্ত চাৰি দিশা।
চন্দ্ৰ অবিহনে যেন অন্ধকাৰ নিশা ॥
লক্ষণ গৈলন্ত জানেকীক দিয়া পিঠি।
ৰৱশীয়া ৰাৱণৰ পুঙ্গাতেসে দৃষ্টি ॥
বসিয়া আছন্ত সীতা সুনিৰ্ম্মল দেশে।
সাম্নিত চাপিল গৈয়া ভিক্ষুকৰ বেশে ॥

মেৰাইলেক গাত্ৰত কপিন একখণ্ড ।
পানৈত চৰিল সিতো কান্ধে একছত্ৰ ॥
কাখে ঝুলি কন্থা কমণ্ডলু ধৰি হাতে ।
মাথাত ৰুদ্ৰাক্ষ মালা তপসী সাক্ষাতে ॥
শ্ৰীৰাম লক্ষণ দুই চন্দ্ৰ সূৰ্য্য ভৈলা ॥
সীতা সন্ধ্যা এৰিয়া বহুত দূৰ গৈলা ॥
অন্ধকাৰ ৰাৱণ চাপিল গৈয়া কোল ।
সীতাৰ ৰূপক দেখি হুয়া গৈল ভোল ॥
মদনে দগধ দেহ শৰীৰ নসহে ।
সীতাক পাইলেক যেন শনৈশ্চৰ গ্ৰহে ॥
সীতাক দেখিয়া চক্ষু নভাষয় আৰ ।
মনে মনে গুণে কন্যা জগতৰ সাৰ ॥
ৰাৱণক ডৰে পক্ষী নকাঢ়য় ৰাৱ ।
মাৰিবাক ডৰে ধীৰে ধীৰে বহে বায় ॥
সূৰ্য্যে এৰিলন্ত নিজ প্ৰচণ্ড প্ৰভাৱ ।
অনুকুল হুয়া যোগাৱন্ত তাৰ গাৱ ॥
দুৰ্ব্বাৰ ৰাক্ষসে ভিক্ষু বেশক ধৰিল ।
কতোহো দুৰত থাকি আশংসা কৰিল ॥
বেদধ্বনি উচ্চাৰিল দীৰ্ঘ কৰি ৰাৱে ।
সীতাক বুলিবে গৈল বিনয় স্বভাৱে ॥
কাহাৰ ৰমণী তই কহিয়োক কাজ ।
কি কাৰণে আসি ভৈলা ঘোৰ বনমাঝ ॥
শৰীৰৰ কান্তি দেখিবাক অনুপাম ।
কৈৰ হন্তে আসিলা তোমাৰ কিবা নাম ॥
তোহোৰ বদন পূৰ্ণ চন্দ্ৰৰ উদয় ।
চামৰক জিনিয়া প্ৰকাশ কেশ ছয় ॥
ভ্ৰূৰযুগ জলৈ যেন চাপ মদনৰ ।
মনোহৰ কটাক্ষ কামৰ পঞ্চশৰ ॥
কুণ্ডল লৰয় দেখি মিলিল তৰাস ।
তোৰ মুখ দেখি ৰাহু গৈল সমীপাশ ॥

সুৰত মোহন কিন্তু অধৰৰ কান্তি।
সপক্ক ডাৰিম বীজ দশনৰ পান্তি॥
বদন উপৰে দুই নয়ন স্থলয়।
খঞ্জন যুগল যেন কমলে চৰয়॥
ললিত বলিত নিৰস্তুৰ স্তন ভাৰ।
উপৰত পৰি জ্বলৈ গজমতি হাৰ॥
গগনত যেন চন্দ্ৰ ৰেখা দ্বিতীয়াৰ।
আতিশয় ৰঞ্জয় গঞ্জয় যত ভাৰ॥
ৰাতুল কমল যেন পদতল তোৰ।
বলিত অঙ্গুলি যেন চম্পকৰ কোৰ॥
ত্ৰিবলিত উদৰ কঙ্কাল আতি সৰু।
সাক্ষাতে দেখিয় যেন হৰৰ ডম্বৰু॥
সুবলিত বাহু পীন নিতম্ব জঘন।
ৰাতুল চৰণ যুগে মোহে মুনিগণ॥
দেখি তোৰ লীলা গতি আতিয়ৰ লাজে।
মত্তগজ গুচি গৈল সৰোবৰ মাঝে॥
ৰত্ন কাঞ্চি কঙ্কন নুপুৰ কণু ঝুণু।
জলে পশি থাকিল সকলে হংসগণ॥
তোৰ ৰূপে অলঙ্কাৰ শোভে আতিশয়।
কমল প্ৰকাশে যেন ৰবিৰ উদয়॥
শঙ্কৰৰ ভাৰ্য্যা কিবা তুমি মহামায়া।
মাধৱৰ লক্ষ্মী কিবা আদিত্যৰ ছায়া॥
বাসৱৰ ভাৰ্য্যা কিম্বা ৰম্ভা অপেস্বৰা।
দেৱ গুৰু ভাৰ্য্যা কিবা তুমি সতী তাৰা॥
জগতৰ ৰূপ গুণ একত্ৰ কৰিল।
অনেক প্ৰবন্ধে তোক বিধিয়ে গৰিল॥
ত্ৰৈলোক্য জিনিতে মদনৰ পঞ্চবাণ।
বেশ দেখি কমল মুগুধে ধৰে প্ৰাণ॥
ৰাজৰাজেশ্বৰ পটেশ্বৰীক উচিত।
হেন তোৰ বনবাসে কিনো বিপৰীত॥

দণ্ডকাৰ বন এথা ৰাক্ষস বহুত।
কোথা হন্তে আসি ভৈলা কহিয়ো প্ৰস্তুত
হেন শুনি সীতা বৰ বিস্ময়ক পাইল।
ঋষি বেশ দেখি তাক মাত পুৰুজাইল॥
জনকৰ জীউ আমি নাম মোৰ সীতা।
দশৰথ শশুৰ ৰামৰ বিবাহিতা॥
বাপৰ আদেশে ৰাম আসি ভৈলা বন।
তুলত আসিল মোৰ দেৱৰ লক্ষণ॥
বনবাস দুঃখে আতি তিনিৰো নিকাৰ।
পঞ্চিশ বৰিষ আবে স্বামীৰ আমাৰ॥
ৰূপে গুণে ত্ৰিভুবনে ধনুৰ্ধৰ সাৰ।
ষোড়শ বৰিষ আবে সম্পূৰ্ণ আমাৰ॥
শুনিয়োক মুনিৰাজ কৌতুহল মনে।
নিশাচৰ বল মাৰিলন্ত এহি থানে॥
ত্ৰিশিৰা দুষণ খৰ পৰম দুৰ্জ্জয়।
ৰামৰ হাতত গৈল যমৰ নিলয়॥
চৌধয় সহস্ৰ আসিলেক নিশাচৰ।
ৰামৰ হাতত পৰি গৈলা যম ঘৰ॥
দুৰ্ব্বাৰ ৰাক্ষস ৰামে যত যত পাইল।
ৰাঘবৰ বাণে সবে খেদি খেদি যাইল॥
ৰাৱণে বোলয় সীতা তোৰ ৰূপ সাৰ।
হেন ৰূপবতী ত্ৰিভুবনে নাহি আৰ॥
বদন জ্বলয় জেন পূৰ্ণিমাৰ শশী।
দেখি যুবজন মৰে কাম শৰ পশি॥
সীতায়ে বোলন্ত শুনিয়োক তপোধন।
মৃগ মাৰিবাক গৈলা শ্ৰীৰাম লক্ষণ॥
খানিতেক ঋষিৰাজ কৰিয়ো বিশ্ৰাম।
এতিক্ষণে আসিবন্ত লক্ষণ শ্ৰীৰাম॥
তুমি হেন ঋষিক দেখিব কৌতুহলে।
পূজিবন্ত আসি যথাযোগ্য ফলে জলে॥

দশস্কন্ধে বোলে বাক্য শুনা মোৰ সীতা।
মই লঙ্কেশ্বৰ আসি ভৈলোঁ ত্ৰয়ু ভিতা ॥
দেশতে আছন্তে সবে কাহিনী শুনিলোঁ।
সাক্ষাতে দেখিয়া বৰ কৌতুক লভিলোঁ ॥
পাতালৰ নাগলোকে মোকে কৰে সেৱ।
স্বৰ্গ গৈয়া জিনিলোঁ ত্ৰিদশ কোটি দেৱ ॥
হৰি-শঙ্কৰক আবে মোৰ নাহি শঙ্কা।
সাগৰ মধ্যত মোৰ স্বৰ্ণপুৰী লঙ্কা ॥
চৌষষ্টি কলাক জানোঁ চৌধ শাস্ত্ৰ নয়।
যতেক পঞ্চিশ তত্ত্ব আমাত আছয় ॥
অৰি-বীৰ-দমন ৰাৱণ মত্ত গজ।
মানুষ ৰামক এৰি সীতা মোক ভজ ॥
আন সব ৰাজাৰ যতেক পটেশ্বৰী।
জিনি আনি দিবোঁহোঁ তোমাৰ চেড়ী কৰি ॥
ইহাত অধিক কিনো কৰিবোঁহোঁ তোক।
ইন্দ্ৰৰ শচীয়ো আসি তোমাত খাটোক ॥
দশ দিশ পালৰ নাৰীক সবে জিনি।
তাকো দিবো আনি কৰি তোৰ সেৱকিনী ॥
মন্দোদৰী মোহোৰ প্ৰধান পটেশ্বৰী।
সৱে কন্যা লৈয়া তোতে থাকো সেৱা কৰি ॥
আজি হন্তে দূৰ হৈব তোহোৰ দুৰ্গতি।
কোটি কোটি ৰাক্ষসৰ মইসে অধিপতি ॥
মোহোৰ বদন সীতা মাথা তুলি চাহা।
বন ফল এৰি ত্ৰিভুবন ফল ষাহা ॥
তিনিয়ো ভুবন মাঝে যতেক সুন্দৰী।
স্বামীক মাৰিয়ো সবে আনি আছোঁ হৰি ॥
মোকে সেবা কৰি সবে থাকোক হৰিষি।
তাৰাগণ মাঝে তই পূৰ্ণিমাৰ শশী ॥
ব্ৰহ্মাৰ বৰত কামদেৱৰ ৰূপ ধৰোঁ।
তুমি আমি লঙ্কাত বসিয়া ৰাজ্য কৰোঁ ॥

পৰিহৰ মানুষক মোত কৰ তাৱ।
গায় চাল সীতা ঝাণ্টে যাও মিজ ঠাৱ ॥
মদনে দগধে মোৰ নসহে অন্তৰ।
ত্ৰৈলোক্যৰ নাথ ৰাৱণক স্বামী বৰ ॥
ৰাৱণৰ বোল শুনি অন্তৰ্গতে ভয়।
ৰাক্ষস জানিয়া তান শৰীৰ কম্পয় ॥
দাৰুণ বচন শুনি সীতা কুপিলন্ত।
নিষ্ঠুৰ বচন তাক বুলিবে লৈলন্ত ॥
হাওঁৰে ৰাৱণ বৰ্ব্বৰ নিশাচৰ।
অবিলম্বে যাইবাক চাহা যমঘৰ ॥
ৰামৰ ঘৰণী মোক ভজিবাক চাস।
মৰিবাক লাগি কালকূট বিষ খাস ॥
ত্ৰিশূলৰ ওপৰত নাচিবাক চাস।
মহাপাপী হুয়া তই স্বৰ্গে কৰ আশ ॥
হুয়া তই আওনী চন্দ্ৰক ধাৰ দেস।
জলন্ত অগ্নিক বেটা বস্ত্ৰে বান্ধি লেস ॥
তীখাণ খাণ্ডাত জিহ্বা ঘষিবাক চাস।
বহ্নিকুণ্ড মাঝে যেন পতঙ্গৰ ঝাস ॥
ৰামৰ ভাৰ্য্যাক নীচ ৰাক্ষসে বাঞ্ছস।
সুচীৰ মুখত দিয়া নয়ন জাস্তস ॥
গলে শিলা বান্ধি তই তৰ সমুদ্ৰক।
ক্ষুদ্ৰ পক্ষী হুয়া ধাৰ দেহ গৰুড়ক ॥
বেঙ্গ হুয়া তেৰণ্ডৰ আগত মিলস।
এণ্ডি সাপ হুয়া তই পৰ্ব্বত গিলস ॥
বিয়াইল বাঘিনী সমে কৰ পৰিহস।
পৃথিৱীৰ জন্তু আদিত্যৰ ধাৰে ধাস ॥
সিংহৰ ভাৰ্য্যাক শৃগালৰ অভিলাষ।
শান্তি সীতা মোক তই ভজিবাক চাস।
সুখৰ ভিতৰে তোৰ মতি ভৈল মন্দ।
অবিলম্বে ৰাঘৱে ছেদিবে দশস্কন্ধ ॥

গৰুড়ৰে কাকৰে যেহেন পটন্তৰ।
শিয়াল সিংহৰ হোৱে যেহেন অন্তৰ॥
গিৰি নদী সমুদ্রে অন্তৰ হোৱে যত।
ৰাম দেৱে তোহোৰ দেখয় সেহি মত॥
ৰাঘৱক এড়ি কেনে তোহোক ভজিবোঁ।
গঙ্গাক এড়িয়া কেনে কূপত মজিবোঁ॥
গাৰক্ষ ভজিবে কেনে সিংহক এৰিয়া।
সুকুতাক খাইবোঁ কেনে অমৃত তেজিয়া॥
আমাৰ আগত কিক লঘু বোল মাত্তি।
আমাক জিনিবি পতিব্রতা মহাশাস্তি॥
স্বপ্নে জ্ঞানে মনে ৰাঘৱত দৃঢ়কায়া।
চৰণে স্পুচুইবোঁ পৰপুৰুষৰ ছায়াঁ॥
ঘৃত পৰিহৰিয়া কিসক ঘোল পিবোঁ।
ৰামৰ আপচু কাচু তোৰ মুণ্ডে দিবোঁ॥
ৰাঘৱৰ শৰে তোৰ জিহ্বা ছিৰিবেক।
ৰাক্ষসসকলে তোৰ কিবা কৰিবেক॥
সীতাৰ বচনে তাৰ ক্রোধ সম্পজিল।
অগনিত নিয়া যেন ঘৃত দান দিল॥
মোহোৰ বীৰত্ব সীতা তই নজানস।
সি কাৰণে ৰামক মুনিষ বখানস॥
সুহি ধনুৰ্দ্ধৰ ৰাম তেজবলহীন।
নজানয় শাস্ত্র-নয় ধৰ্ম্মতো বিহীন॥
এতেকেসে ৰাম পিতৃ-বাক্যত থাকিল।
নীচ জানি দশৰথে দেশৰ ডাকিল॥
গুণবন্ত ভৰতক দিলা সবে ৰাজ।
নিৰ্গুণ ৰামক পঠাইলন্ত বন মাঝ॥
তোৰ স্বামী ৰাম যেৱে মুনিষ হোৱয়।
তায়েকক মাৰি কেনে ৰাজ্য নলৱয়॥
ক্ষত্ৰি জাতি হুয়া ৰহে শিৰে জটা ভাৰ।
হেন দেখি হাস্য বৰ উঠয় আমাৰ॥

তোৰ স্বামী মানুষ জীয়েক কতদিন।
অলপ কালেতে তাৰ আয়ু হৈবে ক্ষীণ ॥
মৃতক স্বামীৰ সীতা গৃহ পৰিহৰ।
লঙ্কাত পশিয়া যুগে যুগে ৰাজ্য কৰ ॥
ব্ৰহ্মাৰ বৰত মোৰ অবধ্য শৰীৰ।
স্বৰ্গ মৰ্ত্ত পাতালত মোত নাহি বীৰ ॥
ত্ৰিদশক জিনিলোঁ। আৰৰ নাহি শঙ্কা।
জেষ্ঠ ভাই কুবেৰৰ কাঢ়ি লৈলোঁ। লঙ্কা ॥
আৰু লৈলোঁ। ধন জন পুষ্পক বিমান।
সব দেশ চলৈ সিতো মহা দিব্য যান ॥
কৈলাসক গৈয়া লৈল হৰত শৰণ।
সি কাৰণে কুবেৰৰ নভৈল মৰণ ॥
বাসবক জিনি লৈলোঁ। বীৰত্ব মোৰ শুন।
যমক জিনিয়া আৰু জিনিলোঁ। বৰুণ ॥
সুৰগণ জিনিলোঁ। জিনিলোঁ। ৰুদ্ৰগণ।
মোক সম বীৰ নাহি ই তিনি ভুবন ॥
লঙ্কাত খাটন্ত আসি সব দেবলোক।
তাক দেখি সীতা তোৰ কৌতুহল হৌক ॥
ভুঞ্জিবি মানুষ হুয়া ৰাক্ষসৰ ভোগ।
বনবাস নিকাৰ তোহোৰ নোহি যোগ ॥
আপুনি আসিয়া তোত পশিলো শৰণ।
মুহিবি সুন্দৰী তই নিদাৰুণ মন ॥
এতিক্ষণ মোক যেৱে স্বামী নবৰিবি।
পাছ কালে সীতা মোক সুমৰি মৰিবি ॥
পৃথিবীৰ ৰাজা সব যুজি বশ্য কৈলোঁ।
মহাদেৱে সহিতে কৈলাস তুলি গৈলোঁ। ॥
জগততে সাৰ যত আমাকেসে যোগ।
লঙ্কাত পশিয়া সীতা কৰিয়োক ভোগ ॥
ত্ৰিভুবন নৃপতি তোহোৰ ভৈলোঁ। দাস।
অনুগত জন পৰিহৰিবাক চাস ॥

মোহোৰ বচন যেন্নে নৈৰাশ কৰিব।
সুখে দুখে তোক আজি অবশ্যো হৰিব ॥
ৰাৱণৰ বোল শুনি উৰি গৈল জীউ।
কোপে ভয়ে বুলিলন্ত জনকৰ জীউ ॥
মোহোক হৰিয়া যেৱে পাতালক যাস।
তহিতো ৰাঘৱে তোৰ চিন্তিব বিনাশ ॥
হাড়ী জাতি হুয়া পঢ়িবাক চাস বেদ।
অবিলম্বে ৰাঘৱে কৰিব স্কন্ধ ছেদ ॥
হৰৰ ঘৰিণী হৰি জীৱাক আশস।
ইন্দ্ৰৰ শচীক হৰি মৰণৰ লস ॥
হৰিবাক পাৰস চন্দ্ৰৰ ৰোহিণীক।
সত্যবন্ত ভাৰ্য্যা নিবে পাৰ সাবিত্ৰীক ॥
বশিষ্ঠৰ অৰুন্ধুতী পাৰ হৰিবাক।
তথাপিতো নোৱাৰিবি ৰামৰ সীতাক ॥
লঙ্কাৰ অগনিকুণ্ড মোক যেবে নিবি।
ৰামৰ হাতত মূঢ় অবশ্যে মৰিবি ॥
মুনিষৰ বেটা হোস ক্ষণিক বিথান।
প্ৰভুৰ হাতৰ সহ এক গোটা বাণ ॥
কি তই সহিবি শ্ৰীৰামৰ বাণ টান।
লক্ষণৰ শৰ ছোটে তেজিবি পৰাণ ॥
স্ত্ৰীৰ আগত মুনিষাই এখানস।
মোহোৰ প্ৰভুৰ তই কথা নজানস ॥
অপকাৰ কৰিলি যতেক দেৱাসুৰ।
ৰাঘৱৰ হাতত সকলে হুইব চুৰ ॥
কুপিল্ল ৰাৱণ বাক্য শুনিয়া সীতাৰ।
ঋষি বেশ এৰি ৰূপ ভৈল আপোনাৰ ॥
কুৰি কাণ দশ নাক কুৰিখান হাত।
ডাঙ্গৰ কপালে চিত্ৰ দশ গোটা মাথ ॥
দশ মুখ মাঝে কৰি নঁয়ন বলয়।
যেন কুৰি কুণ্ডা বহ্নি পৰ্ব্বতে জ্বলয় ॥

কাল বৰ্ণ দেহা যেন অঞ্জন পৰ্ব্বত ।
ভয়ঙ্কৰ বেশে থিয় হৈ গৈল আগত ॥
কৰকৰি চোবাবয় কৰি পাৰি দান্ত ।
একে বেলে ভানে যেন কুৰি থান জান্ত ॥
ক্ৰোধিয়া ৰাবণে বোলে খৰতৰ বাক ।
হৰিবো পাপিষ্ঠি ত্ৰিভুবনে নাহি ৰাখ ॥
হাওঁৰে পাপিষ্ঠি মোক হেনয় সিদ্ধান্ত ।
চৰৰৰ ছোটে তোৰ সাৰি এৰো দান্ত ॥
মোক নজানস তই ৰাৱণ বিশাল ।
অগনিবো অগনি যমৰ যমকাল ॥
ৰামক বখান মোৰ আগত মুনিষ ।
সহস্ৰেক ৰামে মোক কৰিবেক কিস ॥
শুনিয়োক সভাসদ ৰামৰ চৰিত ।
আত পৰে নাহি ধৰ্ম্ম দুৰ্ঘোৰ কলিত ॥
ৰাম হেন নাম ইতো সংসাৰতে সাৰ ।
বোলা ৰাম ৰাম পোৰা পাপৰ ভাণ্ডাৰ ॥

---

## কিষ্কিন্ধা কাণ্ড । ৰালী বধ ।

ৰাঘৱৰ বচনে সুগ্ৰীৱ ৰঙ্গ পাইলা ।
চৰণত ধৰি ৰীৰে প্ৰবোধ কৰাইলা ॥
নাজানি গৰ্জ্জিলো দোষ ক্ষমা ৰঘুপতি ।
ইহ পৰ লোক প্ৰভু তুমি মোৰ গতি ॥
মহাপাপী সবো তৰে নাম লৈলে যাৰ ।
তাহাঙ্ক নিন্দিলোঁ পাপ সঞ্চিলোঁ অপাৰ ॥
অজ্ঞানীৰ দোষ ক্ষমিয়োক নাৰায়ণ ।
তোমাৰ অভয় পদে পশিলোঁ শৰণ ॥
ঘাৰৰ বিৰত মোৰ ইন্দ্ৰিল চেতন ।
বুজিলোহো ঈশ্বৰক গৰিষ্ঠা ৰচন ॥

সহজে বানৰ জাতি তৰল সদাই।
তুমি কৃপাময় তাক ক্ষমিবে যুৱাই ॥
শুনিয়া ৰাঘৱে তাঙ্ক আশ্বাস কৰিলা।
দিন তিনি চাৰি মানে ঘায় পালস্পিলা ॥
সুগ্ৰীৱে ৰামৰ মালা শিৰত ধৰিলা।
প্ৰদক্ষিণে ৰাঘৱক প্ৰণাম কৰিলা ॥
জয় বাঞ্ছা কৰি সুমঙ্গল আচৰিলা।
বালীৰাইক ধাৰে শুভ সময়ে পশিলা ॥
সুগ্ৰীৱ লক্ষ্মণ ৰাম সহিতে চলন্ত।
পাছে যান্ত নল নীল আৰ হনুমন্ত ॥
বুলিলা ৰাঘৱে সুগ্ৰীৱক দিয়া ডাক।
মাৰোঁ অবিলম্বে মিত্ৰ চিনায়ো আমাক ॥
এহি বুলি ধনু ধৰি শ্ৰীৰাম লক্ষ্মণে।
সাৱধানে থাকিৱন্ত কিষ্কিন্ধাৰ বনে ॥
সুগ্ৰীৱ গৰ্জ্জন্ত গৈয়া দুৱাৰত বসি।
কি কৰস বালী ৰাজা গহ্বৰত পশি ॥
নিচিন্তি আছহ দদা বাৰ্ত্তাক নপাইলা।
তোমাৰ কনিষ্ঠ ভাই কাল হুয়া আইলা ॥
সত্য কৰি জানা দদা বচন আমাৰ।
পৰিছেদা কৰি দেখা পুত্ৰ পৰিবাৰ ॥
পটেশ্বৰী লোক দেখা আৰো যত তিৰী।
আজি ধৰি তোমাৰ খণ্ডাইবোঁ ৰাজশিৰী ॥
সুগ্ৰীৱৰ নাদ শুনি বালীৰাইৰ কোপ।
আজি তোক মাৰো বুলি কৰয় আটোপ ॥
ত্বৰিতে বজাইল বীৰে আৰ্ত্তনাদ কৰি।
আগ বাঢ়ি বিনায়ন্ত তাৰা পটেশ্বৰী ॥

টাকৰ সুন্দৰী মোৰ বলয়ন্ত প্ৰাণেশ্বৰ,
বানৰ কুলৰ নিজ নাহা।
মাণিকৰ দণ্ডপাত পৰিহৰি প্ৰভু মোৰ,
কি কাৰণে সমৰক যাহা ॥

প্ৰাণতো অধিক মোৰ অঙ্গদ কুমাৰ আছে,
মই আছোঁ শান্তি পটেশ্বৰী ।
ইন্দ্ৰৰ পুৰীতোধিক প্ৰকাশ কৰন্তে আছে,
দেখা ইতো কিষ্কিন্ধা নগৰী ॥

আপোনাৰ বাহুবলে বৈৰ সব জিনিলাহা,
বৰ যশৰাশি তুমি পাইলা ।
সুদুৰ্জ্জয় ৰাৱণক কাষত টিপিয়া লইয়া,
চাৰিয়ো সাগৰ ফুৰি আইলা ॥

সাত পৃথিৱীত যত ভালুক বানৰ আছে,
তোমাৰ চৰণে কৰে সেৱ ।
কোন নো অশক্য কৰ্ম্ম সাধিবাহা সম্প্ৰতিক,
সমৰক যাহা প্ৰভু দেৱ ॥

স্বপনৰ কথা কহো শুনিয়োক প্ৰভু তযু,
হৃদয়ত লাগি গৈল মাটি ।
ওপৰক হৈয়া গোড়ে তোহোৰ শৰীৰ গোটে,
সমূলে পশিল মাটি ফাটি ॥

সিংহাসনে বসি ৰঙ্গে সুগ্ৰীৱ দেৱৰে মোৰ,
তিনি ঝোনা ইটা গোট গিলে ।
হেনয় স্বপন জানা যাকে যাকে দেখিৱয়,
তাতে গৈয়া ৰাজশ্ৰী মিলে ॥

বালী বোলে শুন ওৰে পটেশ্বৰী তাৰা মোৰ,
যুগুত বচন হলি সহি ।
হেন কি জানহ তই পৃথিবী মণ্ডল মাঝে,
বালীক জিনন্তা আছে কহি ॥

উদয় গিৰিক লাগি হিমালয় পৰ্ব্বতক,
নিবাক আছয় মোৰ শক্য ।
মোৰ সমৰক লাগি আহ্বান কৰন্তে আছে,
সুগ্ৰীৱ কমন বীৰ বখ ॥

মোৰ প্ৰাণ গোটা বান্ধে তাতে নিয়া আৰোপিয়া,
সুগ্ৰীৱক বাঢ়ি দিব ৰণ।
সমৰ ভূমিত গৈয়া সুগ্ৰীবক ৰণে জিনি,
পালটি আসিবোঁ এতিক্ষণ॥

স্বপনৰ কথা যত কহিলাহা প্ৰাণজায়া,
জানিবা সকলে আন জাল।
বাধা বচনব তুমি সুবুলিবা পটেশ্বৰী,
ঝাণ্টে চলি যাওঁ যুদ্ধশাল॥

তাৰা বোলে প্ৰাণেশ্বৰ টীকৰ সুস্বামী মোৰ,
আৰৱ কাহিনী কহোঁ শুনাঁ।
ডাহিনৰ চক্ষু মোৰ সঘনে সঘনে ফুৰে,
আক হৃদয়ত ভাল গুণা॥

দিন তিনি চাৰি ভৈল সুগ্ৰীৱ দেৱৰে মোৰ,
তোমাত সমৰ হাৰি গৈল।
হেন জানা বিনা সাহে দুৱাৰত বসি আসি,
পুনৰপি গৰ্জ্জিবাক লৈল॥

আৰৱ কাহিনী কহোঁ শুনিয়োক প্ৰাণনাথ,
কাৰ্য্য বৰ ভৈ গৈল বিচিত্ৰ।
ৰিপুকুল-বিমৰ্দ্দন ৰঘুকুল শিৰোমণি,
ৰাম ভৈল সুগ্ৰীৱৰ মিত্ৰ॥

আছোক পৃথিবী খণ্ড স্বৰ্গ সাত পাতালৰ,
জিনিতে পাৰয় দেৱাসুৰ।
জানিবা স্বৰূপ ৰূপে তোমাৰ কনিষ্ঠ ভাই,
তেহে ৰাম ভৈলা পখাপুৰ॥

ৰাঘৱে সহিতে প্ৰভু বিবাদক সুযুৱাই,
শুনিয়োক বোলো হিত কাজ।
আপোনাৰ কনিষ্ঠক সুগ্ৰীৱ বীৰক আনি,
সম্বৰে পাতিয়ো যুৱৰাজ॥

সোদৰ কনিষ্ঠ ভাই তাহান মুখক চাই,
দোষচয় ক্ষমিয়োক সৰ্ব্ব।
তোমাতেসে দান মান ঠেস ৰোষ নকৰিব,
তাহানতো কাত আছে গৰ্ব্ব॥

কিষ্কিন্ধা নগৰ মাঝে ভালমতে জানিলেক,
বালী ৰাজা সুগ্ৰীব বীৰক।
ৰাজাৰ নিদানে আনো সৰ্ব্বলোক আছে সুখে,
আক প্ৰভু নাজানা কিসক॥

মাধব কন্দলি ভণে শুনিয়োক সৰ্ব্বজনে,
ৰামৰ চৰিত কথা সাৰ।
শুনন্তে অমৃত সম পাপৰ সাক্ষাত যম,
জানি ৰাম বোলা বাৰেবাৰ॥

বালী বোলে শুনা ওৰে পটেশ্বৰী তাৰা।
ৰূপে গুণে বিতোপনী সংসাৰতে সাৰা॥
জানি আছোঁ ৰাম দশৰথৰ তনয়।
তাঙ্ক লাগি কিছু মোৰ ভয় নজন্ময়॥
সাগৰ শুকান্ত ৰামে এক পাত শৰে,
দেৱক খেদন্ত পশি স্বৰ্গৰ ভিতৰে॥
উপাৰিবে পাৰো সাতো-দীপা পৃথিবীক।
তেহো ৰামে কি কৰিব দুৰ্জ্জয় বালীক।
স্ত্ৰী-বৈৰী পিতৃ-বৈৰী সীমা-বৈৰী নোহোঁ,
ৰাজ্যৰ নিমিত্তে আমি দুইভাই যুজুহোঁ,
কোন অপৰাধে ৰামে বধিবা আমাক।
বাহুৰিয়া প্ৰাণেশ্বৰী ঘৰে বসি থাক॥
তথাপি বালীক তাৰা বুজাই বুলিলন্ত।
ভকতৰ পদে ৰামে অন্যায় কৰন্ত॥
ভকতবৎসল গুণ এতেকে ৰামৰ।
সুগ্ৰীৱ ভকতি তান্তে কৰে নিৰন্তৰ॥

এতেকে সংশয় প্ৰভু দেখোহো মনত।
ক্ৰোধে বালী বোলে মোক বুজাৱস কত॥
নিচুকিয়া থাক কিছু নবুজস কায।
এহি বুলি চলিলা যুদ্ধক হুয়া সাজ॥
প্ৰবোধিলা যেৱে বালী পৌৰুষ বচনে।
পালটি বলিলা তাৰা অসন্তোষ মনে॥
বাধক নুশুনি বালী সমৰক যায়।
মাথাৰ উপৰে কাক শগুন বৰ্ণাই॥
বাম পাশে সৰ্প যায় ডাহিনে শৃগাল।
কাক গৃধ পাখীৰ আকাশে কোলাহল॥
চণ্ড বায়ু বহে খোলা-খাপৰৰ জাক।
কিষ্কিন্ধ্যাত ৰুধিৰে বৰিষে জাকে জাক॥
হাঞ্চি জেঠী নমানিয়া ৰণক গমন।
বালী সুগ্ৰীবৰ দুইৰ ভৈল দৰিশন॥
দুইকো দুই ভৰ্জ্জিয়া-গৰ্জ্জিয়া পাৰে গালি।
লাগি গৈল সমৰ সুগ্ৰীব বীৰ বালী॥
বজ্ৰৰ সদৃশ দুইয়ো হানন্ত চৰৱে।
লাঠি হানি প্ৰহাৰে নিৰ্ঘাত যেন পৰে॥
বৃক্ষে বৃক্ষে হানিলন্ত শিখৰে শিখৰে।
কিল ভুকু চৰৱে মাৰন্ত নিৰন্তৰে॥
অদভুত সমৰ কৰন্ত দুই ভাই।
আকাশত দেৱগণে আছে যুদ্ধ চাই॥
ধনুত জুৰিয়া শৰ ৰামে সাৱধানে।
দুইহানো সমৰ চাই আছা বিদ্যমানে॥
দুয়ো বীৰে আটোপে ধৰিলা কোলে কোলে।
পৃথিবী কম্পিয়া গৈল দুইহানো আন্দোলে॥
গম্ভীৰত মেৰু যেন গহিনে সাগৰ।
যেন মেৰু মন্দৰ যুজন্ত একতৰ॥
হৰি-শঙ্কৰৰ যেন মিলিল সমৰ।
গ্ৰহ-যুদ্ধ ভৈল যেন মঙ্গল বুধৰ॥

বলি-বাসৱৰ যেন লাগিল সমৰ।
বালী-সুগ্ৰীৱৰ যুদ্ধ সেহি পটন্তৰ॥
বালী বোলে শুন ওৰে সুগ্ৰীৱ দুন্দুৰ।
মুষ্টিৰ প্ৰহাৰে তোক নিবো যমপুৰ॥
কুণ্ড-স্থলে মুষ্টি হানি লৱৰিয়া টানে।
পৰি মূৰ্চ্ছা গৈল বীৰ নমৰিল প্ৰাণে॥
পাচে কতোক্ষণে তান আসি ভৈলা জীৱ।
ভয়ঙ্কৰ শাল বৃক্ষ হানিলা সুগ্ৰীৱ॥
হৃদয়ত পৰি বীৰ বালী মূৰ্চ্ছা গৈলা।
কতোক্ষণে অনন্তৰে সজ্ঞুক্ষণ ভৈলা॥
ৰামচন্দ্ৰে দেখন্ত আসন্ন ভৈলা ৰণে।
সুগ্ৰীৱ মাতন্ত বালীৰাইৰ বল চৰে॥
নিচিনি নমাৰি পূৰ্ব্বে অযশক পাইলোঁ।
মাৰোঁ বুলি শপত কৰিয়া পুনু আইলোঁ॥
আবে কেনে চাহি আছোঁ দেখিয়া আগত।
মাহি দোষ ভকত বিদ্ৰোহীক কৰোঁ হত॥
এহি বুলি শৰ পাত গুণে চৰাইলন্ত।
বালীৰ হিয়াত লক্ষে হানি পঠাইলন্ত॥
বিশ্বাসশবদে শৰ চলে আকাশত।
সন্ধানে পৰিল বালীৰাইৰ হৃদয়ত॥
ক্ৰৌঞ্চ পৰ্ব্বতক যেন ভেদিল কুমাৰে।
হিয়াত পৰিয়া শৰ ভৈল পশি আৰে॥
হাঁ মৰিলোহোঁ বুলি পৰি গৈল বালী।
পৃথিবীক শৰীৰকে শৰে থৈলা শালি॥
সাধিলোঁহো সুগ্ৰীৱ মিত্ৰৰ যত কাৰ্য।
এহি বুলি ৰাঘৱ বনৰ ভৈলা বাজ॥......
মাথা পালটাই বালী পাণ্ডৰাক চাইল।
বন হন্তে আসন্তে ৰামক ভেট পাইল॥
গুঞ্জ হেন চক্ষু ফুৰাই পাৰিলন্ত গালি।
ধিক ধিক ৰাঘৱ অধম পাপশালী॥

পাপময় ৰাম তুমি পাপৰ আচাৰ ।
পাপবুদ্ধি ৰাম ইতো শৰীৰ তোমাৰ ॥
সুবুলিয়া শৰ তুমি কৰিলাহা কিক ।
তোমাৰ বীৰত্ব ৰাম আছোঁ ধিক ধিক ॥
ক্ষত্রি জাতি বীৰ তুমি সুহিকা গহন ।
সুবলিয়া শৰ কৰিলাহা কি কাৰণ ॥
বুলিয়া আমাক কৰিলাহা হন্তে ৰণ ।
পৰিবৰ্ত্তি ভৈল হন্তে তোমাৰ মৰণ ॥
লাজ এৰি ৰাম তুমি মাথা তুলি চাহা ।
হৃদয় বিদাৰি মোৰ শোণিত পিয়াহা ॥
কোন কাযে বনৰ বানৰ মাৰিলাহা ।
দোখৰা-দোখৰ কৰি মাংস কাটি খাহাঁ ।
আমাক মাৰিলা আসি কোন কাযে ভাল ।
মাংস খাইবাহা তেবে নিপিন্ধিবা ছাল ॥
সুভুঞ্জে উত্তম জাতি আমাৰ মাংসক ।
যজ্ঞত নলাগে বানৰৰ পঞ্চ নখ ॥
শুনি আছোঁ ৰাম সৰ্ব্ব কাৰ্য্যত গৰিষ্ট ।
দেৱ গুৰু পিতৃ যত সবাহাতে ইষ্ট ॥
জানিলোঁ তোমাক সবে তপস্বীতে বৰ্জ্য ।
যেন ধৰি আছা বিৰালৰ ব্ৰহ্মচৰ্য্য ॥
পৃথিবীৰ পতি তুমি ভৈলা অকাৰণ ।
উত্তম নাৰীৰ স্বামী যেহেন টেস্তন ॥
হা কিনো ভৈল তযু গতি বসুমতী ।
অধম-আচাৰ ৰাম ভৈল তব পতি ॥
সুমঁৰণে পাপ হবে আদিত্যৰ বংশ ।
তোমাৰ উপৰি যত সবে ধৰ্ম্ম অংশ ॥
সূৰ্য্যবংশ সমস্তৰ শিৰৰ মুকুট ।
নিৰ্ম্মল কুলত তুমি ভৈলা কালকূট ॥
দশৰথ নৃপতিক ভাল জানো আমি ।
অদ্ভুত ক্ষত্রিয় তেহোঁ যুদ্ধত সংগ্ৰামী ॥

তানে পুত্ৰ তুই ভৈলা অধম-আচাৰ ।
বিমুখে মাৰিয়া পাইলা কুল-কিলিঙ্কাৰ ॥
মোক বুলিলাহা এন্তে সীতাৰ কাৰ্য্যক ।
আজি বান্ধি আনি দিবে পাৰোঁ ৰাৱণক ॥
আমাক এৰিয়া সুগ্ৰীৱক কৈলা সাৰ ।
সিংহ এড়ি শৃগালত আশিকা তোমাৰ ॥
সুগ্ৰীৱে সাধিবে কাৰ্য্য নোৱাৰিবে ভালে ।
যদিবা সাধিবে কাৰ্য্য আতি চিৰকালে ॥
ৰাৱণক সুগ্ৰাবে পাৰয় কি কৰিতে ।
আনি দিবে পাৰোঁ ৰাৱণক তিলিকিতে ॥
পূৰ্ব্বকালে ৰাৱণে ব্ৰহ্মাত বৰ পাই ।
স্বৰ্গ মৰ্ত্ত্য পাতালক ফুৰাৱে কম্পাই ॥
ভঙ্গ মানিলন্ত ইন্দ্ৰ আদি দেবগণ ।
কিষ্কিন্ধ্যাত আসি মোত মাগিলেক ৰণ ॥
মই বোলোঁ ৰাৱণ বসিয়া থাক ঘৰে ।
স্নান কৰি আসোঁ মই চাৰিও সাগৰে ॥
ৰাৱণে বোলয় ভাল কৰ আটি-মুটি ।
জীৱ যেবে বানৰা কৰিচি সাটি-সুটি ॥
লাঘৱ বচনে মই ক্ৰোধ বৰ পাইলোঁ ।
কাথত নি দাৱতিয়া তুলি আলগাইলোঁ ॥
দশমুখ ৰাৱণক ধৰি বাহু মেলি ।
দোঙ্কা-দোঙ্কি পাৰে বুঢ়া হাতৰ চেঙ্গেলি ॥
সৰ্পক ধৰিয়া যেন গৰুড়ে উৰ্ব্বাস্ত ।
ৰাৱণক গৈয়া মই গৈলোঁ সাগৰান্ত ॥
নাকে মুখে ৰাৱণক ধৰিলোঁ জপাই ।
উসসিল পেট তাৰ হৃদি সিধি নাই ॥
পূৰ্ব্ব দিশ দক্ষিণ পশ্চিম উত্তৰত ।
সন্ধ্যা কৰি ফুৰিলোঁহোঁ চাৰি সাগৰত ॥
দণ্ড দুইৰ ভিতৰে সমুদ্ৰে সন্ধ্যা কৰি ।
ঘুৰিত্তে আসিয়া ভৈলোঁ কিষ্কিন্ধ্যা নগৰী ॥

দুৱাৰত থৈয়া বোলোঁ। আৰে দেহ ৰণ।
হাৰিলোঁ। হাৰিলোঁ। বুলি ধৰিল চৰণ॥
মিনতি কাতৰ বাণী বুলিল অশেষ।
ভঙ্গ মানি চলি যাই আপোনাৰ দেশ॥
বাট ভেটি পাছে তাক অঙ্গদে ধৰিল।
কঙ্কালত আঙ্গুলে শতেক পাক দিল॥
সাগৰত নিয়া পাছে জোৰৰাইবে লৈইল।
টোপলা বাহন্তে কলা ধাতু মাত্র ৰৈল॥
হেন দেখি অঙ্গদক বুলিলোঁ বচন।
ছাৰ পুত্ৰ ইতো মোৰ শৰণীয় জন॥
মোৰ বাকে এৰি দিলা অঙ্গদ কুমাৰ।
লাঞ্ছনা লভিয়া গৈল লঙ্কাৰ ভিতৰ॥
হেন ৰাবণক ৰাম তুমি কৰা ডৰ।
ৰণ চেৰ যেন মোৰ ঘৰৰ ডিঙ্গৰ॥
পঠায়া দিলোহো হন্তে মাত্র আজ্ঞাবাণী।
মাথে কৰি সীতাক দিলেক হন্তে আনি॥
তাকে লাগি সুগ্ৰীবক আশ্ৰয় কৰিলা।
আমাক বিমুখে বধি অধৰ্ম্ম লভিলা॥
অধিক নিন্দিবে ৰাম মোৰ নাহি কায।
আচাৰত হীন ৰাম ধৰ্ম্মে ভৈলা বাজ॥
শুনি ৰামে বোলন্ত বানৰ গঞ্জাকাৰী।
মোক গৰিহস আগপাচ নিবিচাৰি॥
দুৰ্জ্জন চঞ্চল মন্দ তৰল বানৰ।
শুন যি কাৰণে তোক কৰিলোঁহোঁ শৰ॥
ইক্ষাকু বংশৰ ৰাজ্য সকলে আমাৰ।
অবশ্য খণ্ডিবে লাগে পৃথিবীৰ ভাৰ॥
খণ্ট·চোৰ মচ্চল যতেক দুৰাচাৰ।
যাক যেন অনুৰূপে কৰয় সংহাৰ॥
ভৰত ভৈলন্ত ৰাজা সোদৰ আমাৰ।
অনুচিতে পিম্পৰাবো নিচিন্তয় মাৰ॥

দুষ্টক কৰোঁহো দণ্ড তানে বাক্য পালি।
কোন কাৰ্য্যে আমাক নিন্দস দুষ্ট বালী ॥
যি বুলিলি বিমুখত মাৰিলোঁহোঁ শৰ।
ইহাৰ উত্তৰ শুন পাপীষ্ঠ বানৰ ॥
পূৰ্ব্বে যত ৰাজাগণে ধৰ্ম্ম আচৰিলা।
যেনে তেনে পশু মৎস্য কচ্ছপ মাৰিলা ॥
জাল পাতি মাৰয় পাচত খেদি শৰে।
বনে আৰ হুয়া মাৰে পলাইবাক ডৰে ॥
জাঠি জোঙ্গ মাৰে কতো কুৰ ফান্দ পাতি।
নানা মতে মাৰয় বনৰ পশু জাতি ॥
কাৰ্য্যত লখিলোঁ তই পাপিষ্ঠ বানৰ।
কনিষ্ঠৰ ভাৰ্য্যাক কৰিয়া আছ ঘৰ ॥
সুগ্ৰীৱ হেনয় ভাইক দেশৰ ডাকিলি।
ভ্ৰাতৃ-বধু সম্বৰিয়া বৰ যশ পাইলি ॥
প্ৰতিজ্ঞা সাফলি সুগ্ৰীবক দিবো ৰাজ।
তোক মাৰি পঠাওঁ আজি যমৰ সমাজ ॥
সাফলিল অঙ্গীকাৰ পালিলোঁ সত্যক।
অকাৰ্য্যে নিন্দন মোৰ বানৰ লটক ॥
ঘোৰ ঘোৰ পাপ তই যত আচৰিলি।
সংগ্ৰামত পৰি প্ৰায়শ্চিত্তসে কৰিলি ॥
তোৰ গতি ভৈল বালী মোৰ হাতে পৰি।
স্বৰ্গে চলি যাহা দিব্য বিমানত চৰি ॥
বালী বোলে ৰামচন্দ্ৰ কৰোঁ নমস্কাৰ।
তোমাৰ ৰচনা ইতো সকলে সংসাৰ ॥
নিচিনিয়া তোমাক বুলিলোঁ গৰ্ব্ব বাক।
পশিলোঁ শৰণ প্ৰভু ক্ষমিয়োক তাক ॥
তোমাৰ শৰত মোৰ ভৈল সদগতি।
অঙ্গদক অনুশোচ কৰোঁহোঁ সম্প্ৰতি ॥
নিতে নিতে পুত্ৰ মোৰ কোলে চাপি ক্ৰীড়ে।
ৰামৰ শৰত কৰি পুত্ৰশোকে পীড়ে ॥

আচম্বিতে শোক মোৰ মিলিল বিশাল।
কাহাত শৰণে পুতাই বঞ্চিবেক কাল ॥
হাঁ অঙ্গদাই মোৰ প্ৰাণসম সাৰ।
একো দুঃখ নজানিলি সুখীয়া কুমাৰ ॥
মই মৰি যাওঁ হেৰা অঙ্গদাই বাপি।
বাপ বুলি থাকিবি কাহাৰ কোল চাপি ॥
হৰি হৰি বিদগধ সুবলিত দেহা।
সব কুটুম্বত কৰি তাতে বৰ নেহা ॥
আথেবেথে ৰামে মোক দেশৰ ডাকিল।
সুজিবে নপাইলি ধাৰ লাগিয়া থাকিল ॥
শুন শুন বোলোঁ মোৰ সুগ্ৰীব সোদৰ।
মন্যু পৰিহৰি মোক কোলে চাপি ধৰ ॥
গৰ্ভত আছিলোঁ দুই ভাই একে ঠাই।
কেন দৈব বিধিয়ে পেলাইলে বিহৰাই ॥
তোমাৰ আমাৰ কপালত নাহি যোগ।
দুই ভাই মিলি নকৰিলোঁ ৰাজ্যভোগ।
হৰি হৰি বান্ধে মোৰ তাৰা পটেশ্বৰী ॥
বিপাঙ্গে মৰিলোঁ তোৰ বচন নধৰি ॥
বালীৰ কাৰুণ্য শুনি কান্দন্ত সুগ্ৰীৱে।
হাকলে-বিকলে মুঠি হানিলন্ত হিয়ে ॥
কি কৰিলোঁ পাপী মই অধমত শ্ৰেষ্ঠ।
ৰাজ্য লোভে হকুয়াইলোঁ পিতৃসম জ্যেষ্ঠ ॥
দদা বোলোঁ মুণ্ড তুলি চাহা মোৰ মুখ।
প্ৰাণ মোৰ সঙ্কলে তোমাৰ দেখি দুঃখ ॥
হেন বুলি দুই ভাই ধৰি কোলে কোলে।
নগৰী ব্যাপিল দুইৰো ক্ৰন্দনৰ বোলে ॥
থাকিলন্ত সুগ্ৰীব বালীক মন্যু কৰি।
আৰ্ত্তনাদ শুনিলন্ত তাৰা পটেশ্বৰী ॥
হিয়ে মুঠি হানিয়া স্বামীৰ পাশে যাই।
ৰানৰী সহস্ৰে বেঢ়ি লগতে বজাই ॥

স্বামী পাশে চলয় বিকলে দিশ চাই।
দেখন্তে বনৰ মাঝে বানৰ পলাই ॥
পলাই দাৰি-তুৰি কৰি মনত বিভঙ্গে।
থাৰে-থাৰে কহে কথা বানৰৰ সঙ্গে ॥
ঝাঝ্ন দিয়া কতহোঁ বৃক্ষৰ আগে চৰে।
বৃক্ষ এৰি কতো কতো গহ্বৰত পৰে ॥
কিচ কিচ কৰিয়া বানৰ পাৰে উকি।
ৰামে পাইলে বুলি দেয় নিকঞ্জত লুকি ॥
তাৰায়ে বোলন্ত শুনিয়োক কপিগণ।
স্বামীৰ বাৰ্ত্তাক কহিয়োক এতিক্ষণ ॥
কি কাৰণে পলাই সবে বানৰ বিপুল।
অথিৰ চৰিত্ৰ দেখোঁ চিত্ত বিয়াকুল ॥
পটেশ্বৰী আই তুমি বাৰ্ত্তাক নপাইলা।
ৰাম ৰূপে কাল হুয়া গ্ৰাসিবাক আইলা ॥
হেন বীৰ নতো দেখি নতো শুনি কাণে।
অপাৰ সাগৰ বল গগন সমানে ॥
ত্ৰিভুবনে কাম্পয় বালীৰ পদভৰে।
হেন বীৰ মাৰিলেক একেপাত শৰে ॥
স্বামী তোৰ নিৰ্জীৱন্ত কৈক লাগি যাস।
অঙ্গদ পুত্ৰক নিয়া মৰাইবাক চাস ॥
পৰিবৰ্ত্তি আস মাৱ কিষ্কিন্ধ্যা নগৰ।
ৰাজা পাতিয়োক নিয়া অঙ্গদ কুমাৰ ॥
কিষ্কিন্ধ্যা ৰাখিতে পাৰা তান বুদ্ধি বলে।
আন কপিগণ মৰে নৃপতি বিকলে ॥
স্বামীৰ বাৰ্ত্তাক যেবে নিশ্চয় পাইলন্ত।
হিয়ে মুঠি হানি তাৰা দেৱী কান্দিলন্ত ॥
বানৰী সকলে বেঢ়ি প্ৰবোধ বোলন্ত।
স্বামীৰ পাশক ডৰ-ডৰি আণ্টাইলন্ত ॥
শুনা সভাসদ ৰামকথা অনুপাম।
পাপৰ কঠিয়া পেলাই বোলা ৰাম ৰাম ॥

## তাৰাৰ বিলাপ

বালীক দেখিলা গৈয়া মূৰ্চ্ছিতে ৰয়ন্তে আছে,
কথমপি আছে মাত্ৰ প্ৰাণে।
নিশ্চেষ্টে আছন্ত পৰি উভকোল কৰি আতি,
শালি আছে ৰাঘৱৰ বাণে॥

স্বামীক বেড়িয়া গৈয়া হৃদয়ত পৰি পৰি,
কান্দে সবে হাৰলে-বিৰলে।
সমস্তে দিশক বেড়ি বান্দৱী মেলেকে কান্দে,
স্বৰ্গক লঙ্ঘিল সিতো ৰোলে॥

বালী ৰাজা পৃথিবীত পৰিবাৰ দেখি মই,
কি কাৰণে ধৰি আছোঁ জীউ।
অঙ্গদাই কুমাৰক কোলে কৰি লইয়া প্ৰভু,
কাহাৰ আগত হও ঠিৰ॥

অঙ্গদ কুমাৰ হেৰা ক্ৰন্দন কৰন্তে আছে,
তযু দুই চৰণত পৰি।
সহস্ৰেক মহাদই ক্ৰন্দন কৰন্তে আছে,
ভূমিত পৰিয়া গড়াগড়ি॥

শিথৰ সিন্দুৰ মোৰ খসাইলাহা প্ৰভু দেৱ,
ৰাজযোগ্য আনো অলঙ্কাৰ।
পতিব্ৰতা নাৰী হুইয়া কেনমতে ৰহিবোঁহোঁ,
অহাদুঃখ বিধবাৰ ভাৰ॥

মই যাক তৰ্জ্জিলোহো সেহি মোক গৰ্জ্জিবেক,
বিৰহতে থাকিবোহোঁ পৰি।
অনাথ হৈবেক মোৰ অঙ্গদ কুমাৰ যাতো,
স্বামী সঙ্গে গৈলোঁ হন্তে লৰি॥

যাহাৰ প্ৰসাদে মই পৃথিবী মণ্ডল মাঝে,
আছিলোহোঁ ৰাজৰাজেশ্বৰী।
শত্ৰুপক্ষ নৃপতিৰ যত পটেশ্বৰীগণ,
আছিল মোতেসে সেৱা কৰি॥

আনৰ স্বামীয়ে গৈয়া মোহোৰ স্বামীয়ে গৈয়া,
অন্তৰ আছিল বহু দূৰ।
হেন মোৰ প্ৰাণনাথ কিছুই কি কাৰ্য্যে যাহা,
লগতে চলিবো যমপুৰ॥

আকুল-ব্যাকল কৰি ক্ৰন্দন কৰন্তে আছে,
ৰাজাৰ কোলাত পাটশ্বৰী।
তোমাতেসে বাঢ়িলেক তাৰাৰ সুবাগ যত,
কৈক যাহা মোক পৰিহৰি॥

আমাৰ বচন তুমি নশুনিলা প্ৰভু দেৱ,
আন্ধাৰ কৰিলা দশদিশ।
আপদৰ সময়ত সুহৃদৰ বচনক,
দেখিলাহা তুমি যেন বিষ॥

পুত্ৰ যেৱে ৰাজা হয় বোলাৱয় ৰাজমাৱ,
অনুৰূপে সম্পদক পাই।
হাত তোলা কৰি আনি কিছু কিছু ধন দেই,
যদিবা হোৱয় বাপ ভাই॥

স্বামী ৰাজা ভৈল সবে সৰ্ব্বস্বৰে অধিকাৰ,
হুইবে পায় মুখ্য পটেশ্বৰী।
হেন প্ৰাণনাথ তুমি আমাক এৰিয়া যাহা,
কিক লাগি প্ৰাণ আছোঁ ধৰি॥

শুনিয়ো সুগ্ৰীব বীৰ স্বামীৰ সোদৰ ভাই,
তুমি শ্ৰেষ্ঠ দেৱৰ আমাৰ।
আপোনাৰ সুখ হেতু স্বামীক মৰাইয়া মোৰ,
কুলৰ অনাইলা খিলিংকাৰ॥

এবে বৰ যশ পাইলা শ্ৰেষ্ঠভাইক নচাইলা,
আমাক চাহিবা কিবা আৰ।
তোৰ মনে সুখ হৌক ভায়েৰৰে লগে মোক,
গলে আনি ডাঙ্গ দিয়া মাৰ॥

শুণি চাও তোক বাজে বানৰ কুলৰ মাঝে,
আৰ কোন আছে দুৰাচাৰ।
শ্ৰেষ্ঠ ভাই পিতৃসম তান তই ভৈলি যম,
কিনো যশ লভিলা অপাৰ॥

তাৰাৰ বিলাপ দেখি লক্ষণ সুগ্ৰীৱ বীৰ,
শ্ৰীৰামচন্দ্ৰ কৃপাময়।
বিপৰীত শোক শালে তিনিৰো শৰীৰ দহে,
চক্ষু ঢালি লোতক বহয়॥

---

## তাৰাই শ্ৰীৰামক শাপ দিয়ে।

তাৰা বোলে চাহা ৰাম পৰম সাত্বিক।
বিমুখ সমৰে স্বামী মাৰিলাহা কিক॥
জাজ্বল্য সমান ভৈলোঁ স্বামীৰ সন্তাপে।
তোমাক দহিতে পাৰো পতিব্ৰতা শাপে॥
তোমাক শপিলে যেৱে জীয়ে মোৰ স্বামী।
তেবেসে তোমাক শপি ভষ্ম কৰোঁ আমি॥
যেন আন বেলা নকৰাহা হেন পাপ।
সীমা দণ্ড থৈয়া অনুৰূপে দিওঁ শাপ॥
বাহুবলপ্ৰতাপে তুমি সীতাক লভিবা।
অগনিত পৰীক্ষিয়া অযোধ্যাক নিবা॥
তমু জায়া সীতা দেবী হস্ত মহাশান্তি।
তোমাক বিছুই অল্পকালে এবিৱস্তি॥
মই যেন মৰোঁ হেৰা স্বামীৰ বিয়োগে।
তোমাক বঞ্চিবো সীতা দেবীৰ সম্ভোগে॥

বিচোহ লগাইয়া হৃদয়ত দিয়া শাল ।
কৰিবা কাতৰ তভোঁ যাইবন্ত পাতাল ॥
পাছে কতোক্ষণে সন্ধুক্ষণ ভৈলা বালী ।
চক্ষু মেলি কুটুম্বক চাহিলা নিহালি ॥
দেখন্ত অঙ্গদ চৰণত পৰি আছে ।
সব বন্ধু জনে বেঢ়ি কান্দে আগে পাছে ।
ডাইন হাত্তে অঙ্গদকো আলিঙ্গি ধৰিলা ।
বাম হাতে ধৰিয়া তাৰাক বোধ দিলা ॥
পৰিচ্ছেদ কৰিয়া দেখোহোঁ ভাৰ্য্যা পোক
যমপুৰে গৈলে মোক নেৰিবেক শোক ॥
হৰি হৰি পুত্ৰ মোৰ তাৰা পটেশ্বৰী ।
বিচোহ লগাইয়া হেৰা মই যাওঁ মৰি ॥
সন্তানক এৰিলোঁ এৰিলোঁ হৃদি খেদ ।
তোমাৰ আমাৰ ভৈল দৃষ্টি পৰিচ্ছেদ ॥
ভৈয়াই সুগ্ৰীব তই মোৰ বাক্য শুন ।
মৃতক ভ্ৰাতৃৰ নধৰিবি দোষ গুণ ।
যুবৰাজ কৰি অঙ্গদক ভালে ৰাখা ।
মোৰ বলবীৰ্য্যে পুত্ৰ হৈব তোৰ সখা ॥
খুৰতে-ভাতিজা আদিত্যকো দিবি ধাৰ ।
ইন্দ্ৰদেৱতাতো ভয় নাহিবে তোমাৰ ॥
তোমাৰ বিপুল বলে কিছু নহিবেক ।
মোৰ পুত্ৰে অনেক ৰাক্ষস মাৰিবেক ॥
সুগ্ৰীৱক গ্ৰীৱে ধৰি মুখে চুমা দিল ।
অঙ্গদ পুত্ৰক হাতে হাতে সমৰ্পিল ॥
মোৰ পুত্ৰ নোহে বাপ তোমাৰ তনয় ।
ভাল মতে অঙ্গদক পালিতে লাগয় ॥
কুলত থাকয় যদি একোদৰ ভাই ।
একৰ তনয় আছে আৰু কাৰো নাই ॥
সেহি পুত্ৰ গুটি সঁাহাৰে হোৱে সাৰ ।
জলপিণ্ড দানে কৰে বংশক উদ্ধাৰ ॥

শুন বোলোঁ। প্ৰাণ বাপ তনয় অঙ্গদ।
তোহোৰ খুৰাত পাইলি সকলে সম্পদ॥
আতি সেৱা এৰি ধৰ্ম্মে কৰিবি সেৱলি।
আতি সেৱা কৰিয়া পাতালে গৈলা বলি॥
প্ৰণামোহো ৰামচন্দ্ৰ কৰি হাত যোৰ।
অল্পমতি তৰল বানৰ মুখপোৰ॥
শৰ বিষে যতেক কৰিলোঁ খিলিস্কাৰ।
ইসব দোষক প্ৰভু ক্ষেমিবা আমাৰ॥
সুবৰ্ণৰ পঙ্কজ যতেক পদ্মমালা।
যাক পৰিধানা শ্ৰীধৰ সম কালা॥
বাসৱে দিলন্ত মোক মাণিকে উজ্জ্বলা।
গ্ৰাৱ হন্তে কাঢ়িয়া দিলন্ত সেহি মালা॥
লক্ষ্মণক দিয়া বা আপুনি গ্ৰীৱে ধৰাঁ।
সুহি সুগ্ৰীৱক দিয়া ৰাজ্যক জোকাৰা॥
অঙ্গদ কুমাৰ মোৰ তাৰা পটেশ্বৰী।
দুইহন্তকো প্ৰভু পালিবাহা ভাল কৰি॥
বালীক প্ৰবোধি পাছে মাতিলন্ত ৰাম।
ভাৰ্য্যাৰ পুত্ৰৰ শোক কৰা উপশাম॥
তোমাত অধিক কৰি সুগ্ৰীৱে পালিব।
অভিনন্দা ভাৱে ৰাজভোগকাল নিব॥
শুনিয়ো সুগ্ৰীৱ মিত্ৰ মোৰ বোল কৰাঁ।
বালী দেন্ত মালা আপোনাৰ গ্ৰীৱে ধৰাঁ॥
শ্ৰেষ্ঠ ভাইক লাগি কিছু নকৰিবা শোক।
পুষ্পৰথে চৰি যান্ত বালী স্বৰ্গলোক॥
লৈয়োঁ প্ৰাণ ভাই বুলি বালী মালা দিল।
হৰিষ-বিষাদ মনে সুগ্ৰীৱে পিন্ধিল॥
আতিশয় শোভা কৰে দশগুণে কালা।
দেখি যেন মেৰুৰ শিখৰে সূৰ্য্য জ্বালা॥
ভৈয়াই সুগ্ৰাৱ মোৰ হেৰ প্ৰাণ যান্তি।
আখৰেক মাতোহোঁ শুনিয়ো তাৰা শান্তি॥

বিপাঙ্কে মৰিলোঁ তোৰ বচন নুশুনি।
পুত্ৰক পালিবি মোৰ দোষক নুগুণি॥
আপদ কালত তোৰ একে বুধি ভৰি।
মই যম ঘৰে যাওঁ বচন নকৰি॥
এহি বুলি বালী ৰাজা ভৈলা নিশবদ।
শৰ বিষে দুই চক্ষু ভৈলন্ত তবধ॥
থৰমৰ ভৈলা বালীৰাইৰ হাত ভৰি।
অচেতন ভাৱে থাকিলন্ত দান্ত ভৰি॥
মুখ ভৈলা নিৰ্ব্বাণ নাসাত শ্বাস নাই।
পালটিল চক্ষু দুই আদিত্যক চাই॥
নীলে দেখিলন্ত বালী ৰাজাৰ নিৰ্য্যাণ।
আজুৰিয়া কাঢ়িলন্ত ৰাঘৱৰ বাণ॥
ৰুধিৰে পূৰিত শৰ গাৱৰ বাজান্তি।
চিকিমিকি কৰে যেন আদিত্যৰ কান্তি॥
সাগৰত স্নান কৰি ৰুধিৰ গুচাই।
ৰামৰ তূণত আসি পশিল দুনাই॥
শৰীৰৰ বোম্বালে ৰুধিৰ বহি যান্তি।
বিজুলী চটক যেন দেখি তাৰ কান্তি॥
স্বামীক বেঢ়িয়া কান্দে পটেশ্বৰী লোকে।
সুগ্ৰীব কান্দন্ত আতি জেষ্ঠভাইৰ শোকে॥
ৰামচন্দ্ৰ লক্ষণ কান্দন্ত হনুমন্ত।
সৈন্যে সমে চাৰি পাত্ৰ আৰ জাম্বুৱন্ত॥
তাৰা বোলে স্বামী তুমি গৈলা পৰলোক।
যমৰ পুৰত প্ৰভু সুমৰিবা মোক॥
যাৰ মুঠি প্ৰহাৰে মেদিনী মেলে চিৰ।
হেন স্বামী ধৰণীত তেজিলা শৰীৰ॥
হাঁ স্বামী তুমি কোন কাৰ্য্যক সাধিলা।
সুগ্ৰীৱক ডাকি ভ্ৰাতৃবধূ সম্ভৰিলা॥
ধৰ্ম্মপথ এৰি পাপ কৰিলা সকল।
অবিলম্বে পাইলা সেই অধৰ্ম্মৰ ফল॥

অঙ্গদ কান্দন্ত আতি বিয়াকুল চিত্ত।
হৃদয়ত মুঠি হানি পৰিলা ভূমিত॥
হা বাপ কি কৰি কৰিলা নিমাখিতি।
মহাশাস্তি মায় মোৰ ভৈলা অনাথিতি॥
ৰাজাৰ কুমাৰ কান্দে ধৰণীত লুটি।
হা বাপ বোলন্তে পৰাণ যাই ফুটি॥
দীঘল গহন পথে চলিলা আপোনে।
তযু ভাৰ্য্যা পুত্ৰ আৰে পালিবেক কোনে॥
ৰাঘৱে বোলন্ত মিত্ৰ শুনিয়ো উচিত।
বিস্তৰ ক্ৰন্দন সুহি মৃতকৰ হিত॥
ঝাণ্টে চিতা সাজিয়োক বহুল বিস্তাৰ।
তাতে তুলি কৰায়োক বালীৰ সংস্কাৰ॥
ৰামৰ বচন যেবে ভৈলা অবসান।
পাছে বীৰ লক্ষণে দিলন্ত সমিধান॥
শোক এৰি সুগ্ৰীৱ প্ৰেতৰ কাৰ্য্য চাহা।
কৈৰ তাৰা দেবী তুমি কিষ্কিন্ধ্যাক যাহা॥
চতুৰ্দ্দোল যানত বালীক নিয়া তোলা।
গিৰি-নদী সমীপত শীঘ্ৰে নিয়া পোৰা॥
অঙ্গদে পিতৃৰ দিবা পিণ্ড জলাঞ্জলি।
হনুমন্ত আদি সবে কাৰ্য্যক সঙ্কলি॥
শিৰোগত কৰিলন্ত লক্ষণৰ বোল।
তেতিক্ষণে তাৰা আনাইলন্ত চতুৰ্দ্দোল॥
অঙ্গদে সুগ্ৰীৱ দোলা তুলিয়া ধৰিল।
খুৰাতে ভাতিজে গিৰি-নদীতীৰ নিল॥
আনো বধ বৰ বীৰ পৰ্ব্বত-আকাৰ।
হাতে কান্ধে বহিলন্ত মৃতকৰ ভাৰ॥
কান্দন্তে কান্দন্তে লৈয়া গিয়া চতুৰ্দ্দোলে।
বালীক পুৰিলা গৈয়া গিৰি-নদী কোলে॥
দণ্ড কাষ্ঠ কাক বলি আঁক স্নান বলি।
অঙ্গদে পিতৃৰ দিলা পিণ্ড জলাঞ্জলি॥

নিজগুৰু ব্ৰাহ্মণে দিলন্ত স্বাহি পাহি।
অঙ্গদে কৰিলা কৰ্ম্ম বিধিমতে চাহি॥
নানাবিধ দান কৰিলন্ত বৃষোৎসৰ্গ।
হনুমন্ত সুগ্ৰীৱ সমস্তে জ্ঞাতিবৰ্গ॥
দানে মানে সব জ্ঞাতিলোক তুষ্ট ভৈলা।
পুষ্পৰথে চৰি বালী স্বৰ্গে চলি গৈলা॥
সমস্তে বানৰগণে কাৰ্য্যক সঙ্কলি।
ৰামৰ চৰণে আসি কৰিলা সেৱলি॥
হনুমন্তে ৰামক কৰিলা বহু স্তুতি।
তোমাৰ প্ৰসাদে ভৈল বালীৰ মুকুতি॥
আমাৰেক বোলোঁ। বুলিবাক লাগে ডৰ।
ভৰি চাৰিপাশ্ব যাইয়ো কিষ্কিন্ধা নগৰ॥
ৰাজ্য ঝঙ্কাৰিয়ো সুগ্ৰীৱক তযু মিত্ৰ।
তুমি পৰশিলে হৈব আনৰ পবিত্ৰ॥
ৰামচন্দ্ৰে বোলন্ত শুনিয়ো বায়ুপুত্ৰ।
আমাৰ মিত্ৰৰ অকল্যাণ আছে কৈত॥
বনবাস খাটো পালি পিতৃৰ আদেশ।
চৌধয় বৎসৰ নাহি নগৰে প্ৰবেশ॥
শুনিয়োক হনুমন্ত গবাক্ষ গৱয়।
মন্দ দ্বিবিদ শুনা বীৰ সমস্তয়॥
নল গন্ধমাদন সুষেণ নৰহৰি।
ব্ৰহ্মাৰ তনয় ওৰা শুনিয়ো কেশৰী॥
তাৰ বীৰ পনস শুনিয়ো জাম্বুৱন্ত।
দধিমুখ যুথপতি আৱৰ আছন্ত॥
ইন্দ্ৰজানু সুজানু শুনিয়ো বীৰ নীল।
ঋষভ শৰভ আৰু শুনিয়ো সুশীল॥
সতানু সম্পাতি সৰ্ব্বভক্ষ শুনিয়োক।
গোলাঙ্গুল জাতি কপি আছে যতলোক॥
সবে মহাবীৰ যেন দেৱৰ সমাজ।
সবে মিলি সুগ্ৰীৱক জোকাৰিয়ো ৰাজ॥

বালী সুত মহাবীৰ আছন্ত অঙ্গদ।
সবে মিলি দিবা তাঙ্ক যুবৰাজ পদ॥
আমাৰ বচনে সবে হেলা পৰিহৰি।
সমস্তে বানৰে যাইয়ো কিষ্কিন্ধ্যা নগৰী॥
চলিয়ো সুগ্ৰীৱ মিত্ৰ লোৱা দণ্ডপাট।
প্ৰজাপতি পালি আজ্ঞা কৰিবাহা ছাট॥
নটে ভাটে ব্ৰাহ্মণে মঙ্গল কৰন্তোক।
সাম্পিলো তোমাতে তাৰা দেৱী আছন্তোক॥
শ্ৰাৱণাদি মাস মুখ্য বাৰিষাৰ কাল।
দিনতে আন্ধাৰ মহা মেঘৰ ঘঞ্চাল॥
বানৰ লোকৰ আতো কিছু নাহি কাজ।
ইটো চাৰি মাস মহাসুখে কৰা ৰাজ॥
আমি থিত হৈব প্ৰস্ৰৱণ গিৰিবৰে।
সীতাৰ নিমিত্তে চিত্ত উত্ৰাৱল কৰে॥
কাৰ্ত্তিক নিবৃত্তি গৈলে আগ্ৰহণ মাসা।
সীতাক খুজিবে যেন নমাতিলে আসা॥
সুগ্ৰীৱে বোলন্ত আবে ভৈল প্ৰতিকাৰ।
ভাৰ্য্যাক লভিলোঁ অকণ্টক ৰাজ্যভাৰ॥
সীতাক খুজিবো আমি চাৰি মাস পাছে।
ধাৰ লাগি মিত্ৰৰ আমাৰ গাৱে আছে॥
ৰামক প্ৰণাম কৰি ভালুক বানৰে।
নগৰীতে প্ৰবেশ ভৈ গৈল চপ কৰে॥
চতুৰ্দ্দোলে সুগ্ৰীৱ ওৱাৰি পয়োসাৰ।
সুগ্ৰীৱে বোলন্ত বিধি প্ৰসন্ন আমাৰ॥
ওৱাৰিৰ ভিতৰে পাঞ্চৰত্নৰ ভাণ্ডাৰ।
শুভ শুভ জয় জয় ভৈ গৈল জোকাৰ॥
দণ্ড ছত্ৰ পতাকা বিচিত্ৰ নৃত্য গীত।
সুগন্ধ শীতল বাতে প্ৰমোদিত চিত্ত॥
নানাবিধ চিত্ৰ খান জাঁতি বিতোপন
দেখি সুগ্ৰীৱৰ উল্লসিয়া গৈল মন॥

পদুলী পদুলী সবে পুতিলা তোৰণ।
সুবৰ্ণৰ দীপ ঘট সুগন্ধ চন্দন॥
দুৰ্ব্বাক্ষত পঞ্চৰত্ন থৈলা নিৰন্তৰে।
পশিলন্ত সুগ্ৰীৱ শ্ৰীমন্ত বাস ঘৰে॥
শুনা ৰামায়ণ পদ যত সভাসদ।
শুনন্তে মঙ্গল মিলে গুচয় আপদ॥
যাৰ যেম মনৰ বাঞ্ছিত পূৰে কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম

---



# মাধৱৰ কন্দলী।

## দেৱজিত।

জয় জয় জগতপালক ভগৱন্ত।
ব্ৰহ্মা হৰ অনন্তে নপাৰে যাৰ অন্ত॥
জয় জয় জগতপালক নাৰায়ণ।
অচ্যুত অনন্ত পূৰ্ণ ব্ৰহ্ম সনাতন॥ ১
ব্ৰহ্মা বিষ্ণু মহাদেৱ যাহাৰ স্ৰজন।
যাহাৰ উদৰে আছে চৈধ্যয় ভুবন॥
তোমাৰ স্ৰজন প্ৰভু চৰাচৰগণ।
কোটি কোটি ব্ৰহ্মাণ্ডৰ তুমি নাৰায়ণ॥ ২
যাহাৰ মহিমা কেহো নপাৱয় অন্ত।
সকল সংসাৰ ৰক্ষি আছা ভগৱন্ত॥
দিন পৰসমে পালা যত চৰাচৰ।
দিন অৱসানে কৰা জগত সংহাৰ॥ ৩
ব্ৰহ্মা হৰ সমে সব প্ৰাণীক সংহৰি।
অনন্ত শয্যাত শুতি থাকা দেৱ হৰি॥
স্ৰজাহা পালাহা তুমি দেৱ ভগবান।
পুনু ইচ্ছা ভৈলে তুমি কৰা উতপন্ন॥ ৪
হেন ঈশ্বৰৰ কাল মূৰ্ত্তি অৱতাৰ।
ওৰক নপাৰে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ॥
দৈৱকীনন্দন প্ৰভু পূৰ্ণ ব্ৰহ্ম হৰি।
ভকতৰ অৰ্থে আছা নৰৰূপ ধৰি॥ ৫
ভকতক দয়া বৰ কৰা দামোদৰ।
ভকত জনৰ প্ৰীতি সাধা বাৰেবাৰ॥
দুষ্ট দৈত্য অসুৰনাশক ভগৱন্ত।
ভকত জনৰ মন সঘনে পূৰন্ত॥ ৬

এহিমতে কৃষ্ণৰ অনেক কাল গৈলা।
স্বৰ্গত ইন্দ্ৰৰ পাচে বৰ গৰ্ব্ব ভৈলা ॥
অমৃতক খাই ভৈলা অজৰ-অমৰ।
এহি পদে গৰ্ব্ব বাঢ়ি গৈলেক ইন্দ্ৰৰ ॥ ৭
স্বৰ্গত নিন্দিলা মাধৱক ইন্দ্ৰে যত।
সমস্তে কহিলা মুনি কৃষ্ণৰ আগত ॥
কৃষ্ণৰ ইন্দ্ৰৰ বৰ লাগিলা বিবাদ।
মাধৱে ৰচিলা পদ শুনা সভাসদ ॥ ৮
কৃষ্ণ যে সাৰথি অৰ্জ্জুনক কৰি ৰথী।
অৰ্জ্জুনে ইন্দ্ৰক ৰণে কৰিলা বিৰথী ॥
গুৰুৰ চৰণ দুই হৃদয়ত ধৰি।
গুৰুৰ আজ্ঞাক মনে শিৰোগত কৰি ॥ ৯
কৃষ্ণৰ চৰণে মই পশিলোঁ শৰণ।
দেৱজিত পদক ভণিলোঁ সুশোভন ॥
ঈশ্বৰৰ বাক্য যে বেদত হেন সাৰ।
আক শুনি সভাসদ হুয়োক উদ্ধাৰ ॥ ১০
হেনয় পদক শুনা সভাষদলোক।
চতুৰ্ভুজ ৰূপে যাইবা বৈকুণ্ঠপুৰক ॥
বৈশম্পায়ন বদতি শুনিও জন্মিজয়।
পাচে স্বৰ্গে যি কৰিলা দেৱ হৰিহয় ॥ ১১
একদিন ইন্দ্ৰ দেৱে সভাত যে বসি।
নক্ষত্ৰ সহিতে যেন প্ৰকাশন্ত শশী ॥
এহিমতে প্ৰকাশ কৰন্ত হৰিহয়।
ইন্দ্ৰক আৱৰি বোলে দিগপালচয় ॥ ১২
যজ্ঞ কৰিবাক ইন্দ্ৰে আছে মৌন ধৰি।
যেন যোগী আছে মহা কষ্টব্ৰত কৰি ॥
অপ্সৰা নাচয় গন্ধৰ্ব্বে গায়ে গীত।
জয়ধ্বনি কৰন্ত স্বৰ্গত বিপৰীত ॥ ১৩
চিত্ৰসেন আদি কৰি গন্ধৰ্ব্ব চাৰণ।
তাল কৰতাল ধৰি কৰন্ত কীৰ্ত্তন ॥

সিদ্ধ মুনিগণে কৰে বেদমন্ত্ৰধ্বনি।
বাদ্যৰ প্ৰচণ্ড ৰোলে মাতক সুশুনি॥ ১৪
যজ্ঞ আৰম্ভিলা পাচে দেৱ পুৰন্দৰ।
যজ্ঞক গৈলন্ত ব্ৰহ্মা বিষ্ণু মহেশ্বৰ॥
লগত আসিলা আৰো গুৰু বৃহস্পতি।
ইন্দ্ৰৰ সভাক লাগি গৈলন্ত সম্প্ৰতি॥ ১৫
ব্ৰহ্মা বিষ্ণু মহেশক কৰিলা সম্মান।
ইন্দ্ৰে নিয়া দিলা নিজে দিব্য সিংহাসন॥
সিংহাসনে বসিলন্ত তিনিও ঈশ্বৰ।
তিনিকো নমিলা পাচে দেৱ পুৰন্দৰ॥ ১৬
বৃহস্পতিক দিলা আনি ৰত্নৰ আসন।
আসনে বসিলা পাচে ব্ৰহ্মাৰ নন্দন॥
সেই বেলা আসিলা নাৰদ মহাঋষি।
হাতে দিব্য বেণা ধৰি পৰম হৰিষি॥ ১৭
ইন্দ্ৰৰ আগত ঋষি প্ৰবেশ ভৈলন্ত।
পাদ্য-অৰ্ঘ্য আচমনে ইন্দ্ৰে পূজিলন্ত॥
নাৰদ বদন্তি দেৱ শুনা পুৰন্দৰ।
তোৰ সম দেৱ নাই স্বৰ্গৰ ভিতৰ॥ ১৮
কিবা যজ্ঞ হৱয় নহয় সুৰপতি।
স্বৰূপ কৰিয়া কৈলোঁ মোৰ দৃঢ়মতি॥
যদি যজ্ঞ কৰিবে তোমাৰ আছে মন।
কৃষ্ণক পূজিয়ো আগে সহস্ৰলোচন॥ ১৯
কৃষ্ণৰ মায়ায় নহৈবেক যজ্ঞচয়।
আকে জানি কৃষ্ণক পূজিও হৰিহয়॥
তোৰ আগে কওঁ মই কৃষ্ণৰ মহিমা।
ব্ৰহ্মা হৰ অনন্তে নপাৱে যাৰ সীমা॥ ২০
কৃষ্ণক মোহিবে ব্ৰহ্মা আসিলেক লৰি।
গোবৎস দামুৰি ব্ৰহ্মা থৈলা চুৰি কৰি॥
হেন দেখি কৃষ্ণে মায়া কৰিলন্ত বৰ।
গোবৎস দামুৰি হুই বৈলা ঘৰে ঘৰ॥ ২১

নাৰদ বদতি শুনা দেৱ হৰিহয়।
কৃষ্ণৰ মায়াত মই বৰ ভৈলোঁ। ভয় ॥
কৃষ্ণৰ মায়াক দেখি দেৱ সৃষ্টিকৰ।
হংসৰ নামিয়া স্তুতি কৰিলা বিস্তাৰ ॥ ২২
পূৰ্ণ ব্ৰহ্ম কৃষ্ণত অনুজ্ঞা ব্ৰহ্মা লই।
হংস যানে চৰি ব্ৰহ্মালোকে গৈলা ধাই ॥
বাণক ৰাখিবে পাচে যুদ্ধ দিলা হৰ।
হৰক ভঙ্গাইলা পাচে দেৱ দামোদৰ ॥ ২৩
জগত সংহাৰ হবে ধৰি ৰূপ ৰুদ্ৰ।
কৃষ্ণৰ আগত হৰ ভৈলা যেন ক্ষুদ্ৰ ॥
অজ ব্ৰহ্ম কৃষ্ণৰ যে যোগমায়া বৰ।
অন্তক নপাৰে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ॥ ২৪
নাৰদ বদতি শুনা দেৱ হৰিহয়।
কৃষ্ণৰ মায়াত বৰ মই ভৈলোঁ। ভয় ॥
হোমক কৰন্তে কৃষ্ণে হাতে শ্ৰুৱ ধৰি।
ঘৰে ঘৰে দেখো মই সেহি দেৱহৰি ॥ ২৫
কৃষ্ণতে ভৈলন্ত যেবে বিশ্বৰূপ যত।
ষোড়শ ভাৰ্য্যাৰ ঘৰে কৃষ্ণ উপগত ॥
কেউ ঘৰে ব্ৰাহ্মণক কৰয় সন্মান।
কেউ ঘৰে কৰে ব্ৰাহ্মণক ৰত্ন দান ॥ ২৬
কৃষ্ণৰ মহিমা দেখি মোৰ কম্পে প্ৰাণ।
সাক্ষাতে ভৈলোহোঁ মই মৃতক সমান ॥
স্থিৰ নোহে মোৰ সবে কম্পে হাত ভৰি।
কৃষ্ণত অনুজ্ঞা লই গৈলোঁ। স্বৰ্গে লৰি ॥ ২৭
তুমি যজ্ঞ কৰা সৰ্ব্ব যজ্ঞত যে ভাল।
মোহোৰ বচনে কৃষ্ণ পূজা দিগপাল ॥
অজ ব্ৰহ্ম কৃষ্ণ পাচে ত্ৰৈলোক্যক ধৰি।
হেনয় কৃষ্ণক পূজা মনত সাদৰি ॥ ২৮
শীঘিৰে কৃষ্ণক পূজা কৰা হৰিহয়।
অক্ষয় পুণ্যক পাইবা বুলিলোঁ। নিশ্চয় ॥

নাৰদৰ বাণী শুনি ইন্দ্ৰ দিগপাল।
কৃষ্ণক নকৰোঁ পূজা মই একো কাল॥ ২৯
মোৰ পূজা ভঙ্গ কৃষ্ণে কৰিছে পূৰ্ব্বত।
কৃষ্ণক নকৰোঁ পূজা জানা স্বৰূপত॥
মোক কৃষ্ণে অপমান দিয়া আছে অতি।
নকৰোঁ কৃষ্ণক পূজা মোৰ দৃঢ়মতি॥ ৩০
অধম আচাৰ কৃষ্ণ পৰম নিলাজ।
কৃষ্ণক নকৰোঁ পূজা শুনা মুনিৰাজ॥
আপোনাৰ পুত্ৰবধূ কৰি আছে ঘৰ।
হেনয় আচাৰ কৃষ্ণ পাপমতি বৰ॥ ৩১
হেনয় কৃষ্ণক সুপূজোহোঁ কদাচিত।
সত্যে সত্যে কহোঁ ঋষি তোমাৰ আগত॥
মহা বক্ৰ কৃষ্ণ পাপমতি আতি বৰ।
তাহাক নকৰোঁ পূজা মই পুৰন্দৰ॥ ৩২
সত্যে সত্যে বোলোঁ মোৰ বচন অভেদ।
ঐক যদি আসে কৃষ্ণ কৰিবোহোঁ ছেদ॥
মাধৱক ইন্দ্ৰে যে নিন্দিলা যত যত।
শুনি ব্ৰহ্মা বিষ্ণু হৰে কৰ্ণে দিলা হাত॥ ৩৩
ব্ৰহ্মায়ে বোলন্ত ইন্দ্ৰ গৰ্ব্ব ভৈলা বৰ।
অল্পতে কৰিবে চুৰ আসি দামোদৰ॥
মহেশ বোলয় আৰ গৰ্ব্ব বৰ আতি।
গৰ্ব্ব খণ্ডাইবেক হৰি অৰ্জ্জুন সহিতি॥ ৩৪
বিষ্ণুৱে বোলয় শুনা দেৱ হৰিহয়।
তোম গৰ্ব্ব ভাঙ্গিবেক কৃষ্ণ ধনঞ্জয়॥
এহি বুলি তিনি দেৱ কৰি ক্ৰোধ মন।
ইন্দ্ৰৰ সভাৰ পৰা উঠিলা তেখন॥ ৩৫
হংসত চৰিয়া ব্ৰহ্মা ব্ৰহ্মলোকে গৈলা।
গৰুড়ত বিষ্ণু বিষ্ণুলোকে প্ৰবেশিলা॥
বৃষভত চৰি পাচে দেৱ মহেশ্বৰ।
সেহি ক্ষণে চলি গৈলা কৈলাস শিখৰ॥ ৩৬

তিনিও দেৱতা যেবে গৈলা তিনি দিশ।
ইন্দ্রৰ বিবর্ণ মুখ ঘোৰ অসন্তোষ ॥
বসন্ত নিসিজিল দেখি ইন্দ্রৰ বিমন।
নিশ্বাস কাঢ়ন্ত ইন্দ্রদেৱে ঘনে ঘন ॥ ৩৭
নাৰদ বদতি ইন্দ্র শুনা পুৰন্দৰ।
কৃষ্ণক নিন্দাৰ ফল পাইবি বহুতৰ ॥
বহুদিন নহৈবেক হৈবে অল্প দিনে।
দিগপাল সমে ইন্দ্র থাকা ৰঙ্গমনে ॥ ৩৮
এহি বুলি নাৰদ উঠিলা ক্রোধ মনে।
শীঘ্রে চলি গৈলা ঋষি পৃথিবী ভুবনে ॥
কৃষ্ণৰ আগত ঋষি ভৈলা উপগত।
নাৰদক দেখি কৃষ্ণে কৰি যোৰহাত ॥ ৩৯
ৰত্নৰ আসন কৃষ্ণে দিলে আগে পাৰি।
আসনে বসিলা ব্রহ্মা-পুত্র বেণা ধৰি॥
পাদ্য অর্ঘ্য আচমনে পূজিলা চৰণ।
কৃষ্ণৰ পূজাত ঋষি হৰষিত মন ॥ ৪০
নাৰদ বদতি শুনা প্রভু দামোদৰ।
তোমাক নিন্দিলা স্বর্গে পাপী পুৰন্দৰ ॥
ব্রহ্মা বিষ্ণু হৰ আগে নিন্দিলেক বৰ।
নিন্দা শুনি ভৈৰ গৈলা তিনিও ঈশ্বৰ ॥ ৪১
গর্ব্ব মদে অন্ধ জানা ভৈলা দেৱৰাজ।
তাৰ গর্ব্ব চুৰ কৰি কৰা ঘোৰলাজ ॥
আৰু তোমাসাক বোলে অপবাদ বৰ।
নৰকৰ ভার্য্যা তুমি কৰি আছা ঘৰ ॥ ৪২
তাহাৰ নিন্দাক ক্রুদ্ধমন ভৈলা বৰ।
এতেকে তোমাত কৈলোঁ দেৱ দামোদৰ ॥
যেহি লাগে তাক কৰা প্রভু দেৱ-হৰি।
স্বৰ্গক চলিলোঁ মই দিব্য বেণা ধৰি ॥ ৪৩
এই বুলি নাৰদ স্বৰ্গক চলি গৈলা।
হেন শুনি মাধৱৰ ক্রুদ্ধমন ভৈলা ॥

মাধৱে বোলন্ত কিয় নিন্দে দুৰাচাৰ।
ইন্দ্ৰক কৰিবো আজি দুৰ্ঘোৰ সমৰ॥ ৪৪
সাগৰৰ ভাৰ্য্যা হৰি নিলা পুৰন্দৰ।
সাগৰক দিবো অঙ্গীকাৰ ৰাখি মোৰ॥

*    *    *    *    *    *

দেখিয়ো কৃষ্ণৰ কেনে যোগমায়া বল।
ইন্দ্ৰ অৰ্জ্জুনৰ কেনে লগাইলা কন্দল॥
পিতৃৰ পুত্ৰৰ দেখা ভৈলা ঘোৰ ৰণ।
গৰ্ব্বমদে অন্ধ জ্বলে বিবৰ্ণ বদন॥ ১৭১
মৰণতোধিক পাচে ভৈলা সুৰপতি
দেখিয়ো কৃষ্ণৰ কেনে অনন্ত শকতি॥
আকে জানি গৰ্ব্ব নকৰিবা একোজন।
তিলমাত্ৰো গৰ্ব্ব নসহন্ত নাৰায়ণ॥ ১৭২
এতেকে নামক লোৱা সবে সাধুজন।
কৃষ্ণৰ চৰণে লৈয়ো সন্তৰে শৰণ॥
তপ জপ যজ্ঞ দান জানা তীৰ্থ ব্ৰত।
অপ্ৰয়াসে সিজে সবে নামৰ লগত॥ ১৭৩
হেন ৰাম নাম যিটো লয়ে একবাৰ।
কোটি কোটি পুৰুষক কৰয় উদ্ধাৰ॥৮
নামতে আছন্ত পূৰ্ণ ব্ৰহ্ম নাৰায়ণ।
এতেকে নামক নেৰে ব্ৰহ্মা ত্ৰিনয়ন॥ ১৭৪
সুৰাসুৰ ব্ৰহ্মাণ্ডক নামে আছে ধৰি।
এতেকে মহন্তে গায়ে নামক সাদৰি॥
ৰামকৃষ্ণ উচ্চৰিয়া যায় যিটো নৰে।
তাৰ পাচে যায় কৃষ্ণ চক্ৰ ধৰি কৰে॥ ১৭৫
যিঘিনি পাপক কৃষ্ণে চক্ৰে কৰি ছন্ন।
ভকত জনক হৰি কৰয় ৰক্ষণ॥
যেন ধেনু নেৰে স্নেহে বৎসৰ যে লাগ।
কৃষ্ণ ফুৰে পাচত ভক্তক কৰি আগ॥ ১৭৬

হেনয় কৃপালু কৃষ্ণ ত্ৰৈলোক্যতে সাৰ।
কৃষ্ণে পিতা মাতা জানা জগত আধাৰ॥
কৃষ্ণসে ৰাখিয়া আছে সবাৰে জীৱন।
যেন বায়ু অবিহনে সবাৰে মৰণ॥ ১৭৭
এতেকে নামক নেৰে সাধু সব নৰে।
তেবেসে তৰিবা ঘোৰ সংসাৰ সাগৰে॥
সাৰ কৰি ধৰা সবে আমাৰ সম্মত।
মহা পুণ্য পদ ৰচিলোঁ মো দেৱজিত॥ ১৭৮
অৰ্জ্জুন ইন্দ্ৰৰ যুদ্ধ দেৱজিত পদ।
আকে শুনি সভাসদ খণ্ডিয়ো আপদ॥
কৃষ্ণৰ যে যশ নাম পাপ বিমোচন।
মাধৱে ৰচিলা পদ শুনা সুশোভন॥ ১৭৯
হেনয় পদক শুনিয়োক সৰ্ব্বজন।
তেবেসে কৰিবা সবে বৈকুণ্ঠ গমন॥
হেন জানি নামক ধৰিয়ো দৃঢ় কৰি।
ধন জন দেখা যেন সবে ছাইৰ জৰী॥ ১৮০
দেহা নতু নপৰন্তে কালে নতু গিলে।
ধন জন জীৱন যৌবন একেতিলে॥
হেন জানি মাধৱ-চৰণে দিয়া চিত্ত।
তেৱেসে তৰিবা সুখে দুৰ্ঘোৰ কলিত॥ ১৮১
ৰাম নাম লৈয়ো সৱে দৃঢ় কৰি মন।
তেৱেসে তৰিবা সুখে যমৰ কাৰণ॥
আকে জানি নৰ নাৰী এৰি আন কাম।
পাতক চাবোক ডাকি বোলা ৰাম ৰাম॥ ১৮২

* * * *

সুখে দুখে সুখ ভৰি সদায় ঘুষিয়ো হৰি
সুখে লৈবা বৈকুণ্ঠত বাস।
তেৱে চক্ৰ সুদৰ্শন ৰাখিলন্ত সৰ্ব্বক্ষণ
পাপক্ষ কৰিব সৱে নাশ॥

নামক কৰিয়ো ধন নামেসে জানিবা প্ৰাণ
নামকেসে কহে শাস্ত্ৰগণে।
অষ্টাদশ পুৰাণত ভাগৱতে কহে যত
তৰিবে নপাৰে নাম বিনে ॥ ২১২
ধন জন অৰ্থচয় জানা সবে মায়াময়
সমস্তে বস্তুক তেজি অতি।
সি সৱক পৰিহৰি হৰি নাম খাণ্ডা ধৰি
পেলায়োক মোহ-জৰি কাটি ॥
মাধৱে ভণিলা পদ শুনা সৱে সভাসদ
এৰি সৰ্ব্বজনে আন কাম।
পাপ সৱ হৌক নাশ বৈকুণ্ঠত পাইবা বাস
ডাকি সৱে বোলা ৰাম ৰাম ॥ ২১৩

আকে জানি গৰ্ব্ব নকৰিয়া একো প্ৰাণী।
পুত্ৰ ধন জন সৱে মায়াময় জানি ॥
দেৱতো অধিক ইতো মনুষ্য শৰীৰ।
এতিক্ষণে পৰে কেহোঁ তাৰ নাহি থিৰ ॥ ৫৭২
অনেক জন্মৰ মহা পুণ্য ধন দিয়া।
মনুষ্য শৰীৰ নৌকা আছাহা কিনিয়া ॥
মহাভয় সাগৰক তৰিবাক প্ৰতি।
যাৱে নতু ভাগে ভৰা তাৱত সম্প্ৰতি ॥ ৫৭৩
একাদশ, ইন্দ্ৰ, নতু হোৱন্ত বিফল।
যাৱ নকৰয় ব্যাধি শৰীৰ দুৰ্ব্বল ॥
তেৱে কৃষ্ণ কথা কৰা শ্ৰৱণ কীৰ্ত্তন।
মুকুতি সুখক প্ৰতি যাৰ আছে মন ॥ ৫৭৪
মহাপুণ্য পদ ৰচিলোহোঁ দেৱজিত।
আক শুনি ভৰা সৱে দুৰ্ঘোষ কলিত ॥
দেৱজিত পদক শুনিয়ো সৰ্ব্বজন।
দেৱজিত শুনি কৰা বৈকুণ্ঠে গমন ॥ ৫৭৫
যি সৱ কথাত আঙ্ক আছে গুণ নাম।
সি সৱ কথাক ভজা নকৰি বিশ্ৰাম ॥

অষ্টাদশ পুৰাণৰ কথা অনুসাৰ ।
কৰিলোহোঁ মই দেৱজিতক প্ৰচাৰ ॥ ৫৭৬
হেন দেৱজিত পদ শুনা নৰ নাৰী ।
ভৱেৰেসে সংসাৰ দুখ তৰিবাক পাৰি ॥
দেৱজিত পদ শুনা এৰি আন কাম ।
খণ্ডোক পাতেক ডাকি বোলা ৰাম ৰাম ॥ ৫৭৭

*　　*　　*　　*

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
অৰ্জ্জুনক ধৰে পাচে দিলন্ত শঙ্কৰ ॥
প্ৰলয়ত যেন ৰুদ্ৰৰূপ ভৈলা হৰ ।
তিনিয়ো জগত যেন কৰয় সংহাৰ ॥ ৬৯৬
ভ্ৰূকুতিকুটিল মুখ চাহন নযায় ।
চৰাচৰ ইন্দ্ৰ আদি দেৱ ভৈলা ভয় ॥
দেৱ মুনি সিদ্ধ নৰ সবে ভৈলা ত্ৰাস ।
কম্পিলেক স্বৰ্গ আৰু পৃথিবী আকাশ ॥ ৬৯৭
ৰুদ্ৰৰ ভয়ত কম্পে সঘনে ধৰণী ।
ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত যত সিদ্ধ মুনি ॥
এহি মতে খেদি গৈলা অৰ্জ্জুনক হৰ ।
ৰথ হস্তে আছে দেখি দেৱ দামোদৰ ॥ ৬৯৮
মাধৱে বোলন্ত সখি শুনা বীৰবৰ ।
তোমাক সম্মুখে খেদি আসয় শঙ্কৰ ॥
বৃষভত চৰি আসে দেৱ মহেশ্বৰ ।
কুমুদ উপৰে যেন ধৱল কেশৰ ॥ ৬৯৯
ধৱল স্ফটিক সম জ্বলে কলেৱৰ ।
আকাশে প্ৰকাশে দেৱ পূৰ্ণ শশধৰ ॥
সেহি মতে জ্বলি আসে খেদি মহেশ্বৰ ।
দেৱতাৰ সখা দুই কৰিবে সমৰ ॥ ৭০০
দেৱতাৰ কাতৰ বচনে ত্ৰিনয়ন ।
অৱশ্য তোমাক আজি দিবে ঘোৰ ৰণ ॥

তোমাত কহিলোঁ সখি কৰি দৃঢ় মন।
আকে জানি হৈয়ো সখি যুদ্ধে সাৱধান॥ ৭০১
অৰ্জ্জুনে বোলয় সখি শুনা দামোদৰ।
কি মতে হৰক মই কৰিবো সমৰ॥
কিৰাতৰ ৰূপ ধৰি মোক দিলা ৰণ।
নিচিনি কৰিলোঁ পূৰ্ব্বে মই ঘোৰ ৰণ॥ ৭০২
পাচে তপ কৰি চিনি কৰিলো প্ৰণতি।
মোক বৰ দিবে পাচে তান ভৈলা মতি॥
ত্ৰৈলোক্য দিবাক খুজিলন্ত পশুপতি।
ত্ৰৈলোক্য লৈবাক মোৰ নভৈলেক মতি॥ ৭০৩
পাচে পাশুপত শৰ দিলা মোক হৰ।
যাক দেখি দৈত্য দানৱৰ বৰ ডৰ॥
বৰদাতা ঈশ্বৰ জগতগুৰু হৰ।
তাহাঙ্ক কি মতে মই কৰিবোঁ সমৰ॥ ৭০৪
সংগ্ৰাম ভিতৰে মোক যদি মাৰে হৰ।
তথাপিতো তাঙ্ক মই নকৰিবো শৰ॥
এহি বুলি মৌন ভৈলা পাণ্ডুৰ সন্ততি।
হেন শুনি মাধৱৰ অসন্তোষ মতি॥ ৭০৫
মাধৱে বোলন্ত সখি শুনা মোৰ বাণী।
অকাৰণে মনদুখ কৰা মহামানী॥
ৰুদ্ৰক নকৰা সখি যেৱে তুমি ৰণ।
তোমাক হাঁসিবে সখি যত দেৱগণ॥ ৭০৬
এতেকে দেৱৰ গৰ্ব্ব বাঢ়িবে নিশ্চয়।
শঙ্কৰক দেখি ধনঞ্জয় ভৈলা ভয়॥
তোমাৰ লগত সখি হাঁসিবেক মোক।
আকে জানে যুদ্ধ তুমি দিয়ো শঙ্কৰক॥ ৭০৭
বিকল স্বভাৱ সখি এৰা ধনঞ্জয়।
হৰক যুঁজিয়া যশ কৰা অভ্যুদয়॥
ঈশ্বৰ বুলিয়া যদি নকৰাহা ৰণ।
তাহাৰ কাৰণ কহোঁ শুনিয়ো অৰ্জ্জুন॥ ৭০৮

মোহোক জানিবা সখি আদি নিৰঞ্জন।
কোটি কোটি ব্ৰহ্মাণ্ডৰ মই নাৰায়ণ ॥
পূৰ্ণব্ৰহ্ম কৃষ্ণ মই নিৰঞ্জন হৰি।
ভক্তৰ কাৰণে আছোঁ নৰৰূপ ধৰি ॥ ৭০৯
ৰাক্ষস অসুৰ দুষ্ট দৈত্য সৱ মাৰি।
পৃথিবী ভুবনে আছোঁ বৰ লীলা কৰি ॥
আৰু এক কথা কহোঁ শুনা ধনঞ্জয়।
কি কাৰণে ব্ৰহ্মাবিষ্ণু স্ৰজি আছোঁ মই ॥ ৭১০
ৰজ সত্ব তম গুণে স্ৰজি তিনি জন।
আকাশতে থাকি মই বুলিলোঁ বচন ॥
ৰজ গুণে ব্ৰহ্মা তুমি স্ৰজা চৰাচৰ।
সত্ব গুণে বিষ্ণু তুমি পালা নিৰন্তৰ ॥ ৭১১
তম গুণে হৰ তুমি জগত সংহাৰ।
এহি বুলি তিনিকো যে দিছোঁ তিনি ভাৰ ॥
হেনয় বচন কিয় এৰি মহেশ্বৰ।
তোমাক কৰিবে আসে সম্মুখে সমৰ ॥ ৭১২
মোহোৰ স্ৰজন আৱে কাৰণ ঈশ্বৰ।
ইহাৰ কাৰণে খেদ এৰা বীৰবৰ ॥
পূৰ্ণব্ৰহ্ম শব্দব্ৰহ্ম কৃষ্ণব্ৰহ্ম পূৰ্ণ।
অদ্ভুত অনন্ত পূৰ্ণব্ৰহ্ম নিৰঞ্জন ॥ ৭১৩
অনাদি অনন্ত হৰি নিত্য সনাতন।
নিৰাময় নিৰ্ব্বিকাৰ দেৱ নাৰায়ণ ॥
মৎস্য কূৰ্ম্ম ৰাম আদি অংশে অৱতাৰ।
পূৰ্ণব্ৰহ্ম হুই আছোঁ দৈৱকী কুমাৰ ॥ ৭১৪
জন্ম অপবাদ মাত্ৰ মোৰ জন্ম শূন্য।
একো কালে জন্ম মোৰ নাহিকে অৰ্জ্জুন ॥
জন্ম মৃত্যু নাহি মোৰ পূৰ্ণব্ৰহ্ম হৰি।
ভকতৰ অৰ্থে আছোঁ নৰৰূপ ধৰি ॥ ৭১৫
মোহোৰ ইসৱ মায়া শুনা মহাবলী।
সমস্তে প্ৰাণীক আছোঁ মায়ায়ে ৰিকলি ॥

যিতো জনে মোৰ নলৱয় নাম গুণ।
তাহাক্কে তোমাৰ হাতে মাৰাও অৰ্জ্জুন ॥ ৭১৬
ব্ৰহ্মা হৰ অনন্তে সেৱন্ত মোক নিতি।
তুমিও কৰাহা সখি মোহোত ভকতি ॥
যদি মহাদেৱ জানা আপুনি ঈশ্বৰ।
কিসক মোহোক সেৱে শুনা বীৰবৰ ॥ ৭১৭
মোৰ পূৰ্ব্ব আজ্ঞা কিয় এৰিলা সম্প্ৰতি।
তোমাক যুঁজিবে খেদি আসে পশুপতি ॥
হৰে সমে যদি ত্ৰিজগতে দেই ৰণ।
ৰণে নোৱাৰিবে কেহো বুলিলো বচন ॥ ৭১৮
তুমি মই সখি একে ব্ৰহ্ম অৱতাৰ।
মুহিকে তোমাৰ সম ব্ৰহ্মা মহেশ্বৰ ॥
বিষ্ণু আদি চৰাচৰ সৱে দেৱচয়।
তোমাৰ সমান কেহো নোহে ধনঞ্জয় ॥ ৭১৯
হেন জানি সখি তুমি হেলা পৰিহৰি।
হৰক কৰিয়ো ৰণ শাৰঙ্গক ধৰি ॥
আগে বুলি আছা তুমি বীৰত্ব বচন।
চৰাচৰ সমে হৰ দেই যদি ৰণ ॥ ৭২০
সেহি দিন মিলিল শুনিয়ো ধনঞ্জয়।
রুদ্ৰৰ সহিতে যুদ্ধ কৰা মহাশয় ॥
তোমাৰ যশস্যা গাইবেক সিদ্ধ মুনি।
তোমাৰ নিৰ্ম্মল যশে যুৰিব ধৰণী ॥ ৭২১
আকে জানি হৰক যুঁজিয়ো ধনঞ্জয়।
হৰক যুজিয়া যশ কৰা অভ্যুদয় ॥
কৃষ্ণক্ক বচনে অৰ্জ্জুনৰ ৰঙ্গ ভৈলা।
মাধৱক চাই বীৰে বুলিবাক লৈলা ॥ ৭২২
হৰক কৰিবো ৰণ শুনা নাৰায়ণ।
হৰক জিনিবো মই বুলিলো বচন ॥
অৰ্জ্জুনৰ বাণী শুনি মাধৱ বদতি।
হৰক যুঁজিবে সখি দৃঢ় কৰা মতি ॥ ৭২৩

তোমাক মাৰন্তা সখি নাহি একো জন।
আকে জানি হৰক কৰিয়ো ঘোৰ ৰণ ॥
এহি মতে কথা মাতে আছে দুয়ো জন।
বৃষভ বাহনে হৰ আগে উপসন্ন ॥ ৭২৪
বিজুলী চমকে হৰ আগত ৰহিলা।
তলবল কৰি মেৰুমন্দৰ লৰিলা ॥
সপ্তসাগৰক ঢউ পৰ্ব্বত লঙ্ঘিলা।
কুম্ভীৰ মগৰ মানে পাতালে পশিলা ॥ ৭২৫
চৰাচৰ সিদ্ধ নৰ সৱে ভৈলা ত্ৰাস।
কম্পিলেক স্বৰ্গ আৰু পৃথিবী আকাশ ॥
মহেশ বদতি শুনা হেৰা দামোদৰ।
দেৱতাৰ যুদ্ধ ভৈলা তোহোৰ অন্তৰ ॥ ৭২৬
দেৱতাৰ অৰ্জ্জুনৰ কৰাইলিহি ৰণ।
তোহোৰ কাৰণে দেৱসেনা ভৈলা ছন্ন ॥
আজি অৰ্জ্জুনক মাৰি নিবো যমঘৰ।
কিমতে ৰাখহ তাক দেখো দামোদৰ ॥ ৭২৭
স্বভাৱে কপটী তই নিলাজ যাদৱ।
অদোষতে বাণ ৰাজাক কাটিলি মাধৱ ॥
তাৰ প্ৰতিফল দেওঁ থাকা স্বৰূপত।
কৃৰ-যুদ্ধ নকৰোঁ সুশুধি অৰ্জ্জুনত ॥ ৭২৮
পাপ পুণ্য নাই শুনা পাণ্ডুৰ সন্ততি।
মোক যুদ্ধ কৰা তই দৃঢ় কৰি মতি ॥
যদি মই তোক মাৰোঁ যাইবা বিষ্ণুলোক।
মোক যদি মাৰা যাইবোঁ শিৱৰ পুৰক ॥ ৭২৯
দিবি কি নেদিবি যুদ্ধ কহা দৃঢ় কৰি।
সত্বৰে না যাইবো যুদ্ধ নকৰিয়া ফিৰি ॥
হেন শুনি মাধৱে কৰিলা পাচে হাস।
ত্ৰিপুৰত হস্তে হৰ ভৈলি বৰ ত্ৰাস ॥ ৭৩০
পাচে হৰ তই মোত পশিলি শৰণ।
তোহোক ৰাখিলোঁ মই কৰি ঘোৰ ৰণ ॥

ৰসকুণ্ড খাইলোঁ মই ধেনু ৰূপ ধৰি।
তেবেসে অসুৰ তই পেলাইলিহি মাৰি ॥ ৭৩১
হেন মহেশ্বৰ তোৰ দেখিছোঁ মহত্ত্ব।
ত্রিপুৰত হন্তে হৰ দর্প ভৈলা হত ॥
কি মতে অৰ্জ্জুন মাৰা দেখোঁ মুনিসাই।
অৰ্জ্জুনত হাৰি ৰণ যাইবিহি পলাই ॥ ৭৩২
মাধৱৰ বচনে ৰুদ্রৰ ক্রোধ কৰ।
ভ্রূকুটিকুটিল মুখ দেখি লাগে ডৰ ॥
ওৰ কুসুমৰ বর্ণ লোচন যে তিনি।
জ্বলিবে লাগিল যেন প্রলয় অগনি ॥ ৭৩৩
পিনাক ধনুক হৰে টঙ্কাৰিলা ধৰি।
ধনুৰ প্রচণ্ড শব্দ পাচে গৈলা চৰি ॥
ধনুৰ প্রচণ্ড শব্দ স্বর্গক পূৰিলা।
তাৰ প্রতিধ্বনি লাগি পৃথিবী লৰিলা ॥ ৭৩৪
অৰ্জ্জুন বদতি প্রভু শুনা মহেশ্বৰ।
আগে তুমি কৰা মোক শৰৰ প্রহাৰ ॥
পাচে প্রভু তুমি মোক নেদিবাহা দোষ।
মোৰ শৰ পাই হইবা মনত সন্তোষ ॥ ৭৩৫
এহি বুলি শাৰঙ্গ ধনুক ধৰি কৰে।
টঙ্কাৰ কৰিলা ধনঞ্জয় বীৰবৰে ॥
ধনুৰ প্রচণ্ড শব্দ উঠিলেক ৰোল।
পূৰিলেক দশোদিশ স্বর্গৰ যে কোল ॥ ৭৩৬
প্রচণ্ড শব্দৰ ৰোলে পৃথিবী পূৰিলা।
সাগৰ থলকি ঢউ আকাশে লঙ্ঘিলা ॥
তাৰ প্রতিধ্বনি পাচে ৰুদ্রক গৈলা ধাই।
ধনুৰ প্রচণ্ড শব্দে বিমূর্চ্ছিতপ্রায় ॥ ৭৩৭
পিনাকত জুৰি হৰে ৰচে দশ বাণ।
প্রথমতে অৰ্জ্জুনক কৰিলা সন্ধান ॥
আকাশে চলিলা শৰ দেখি লাগে ডৰ।
অৰ্জ্জুনৰ হিয়াত পৰিলা দৃঢ়তৰ ॥ ৭৩৮

মাধৱক ৰুদ্রে শৰ হানিলা হাজাৰ ।
শৰজালে মাধৱে দেখিলা অন্ধকাৰ ॥
ইষ্টদেৱ মাধৱৰ নমিয়া চৰণ ।
পাচে নমিলন্ত বীৰে দেৱ ত্রিনয়ন ॥ ৭৩৯
দ্রোণৰ চৰণ দুই হৃদয়ত ধৰি ।
পুনু প্রণামিলা মাধৱৰ পাৱে পৰি ॥
শাৰঙ্গ ধনুক বীৰে বাম কৰে ধৰি ।
মাৰিলেক শৰ দশ হাজাৰ সন্তৰি ॥ ৭৪০
আকাশে ঢাকিলা যাই অর্জ্জুনৰ শৰ ।
বুকে পিঠি কোষে ভেদিলেক শঙ্কৰৰ ॥
অর্জ্জুনৰ প্রহাৰে হৰৰ ক্রোধ বৰ ।
অর্জ্জুনক লাগি হানিলন্ত অগ্নি শৰ ॥ ৭৪১
আকাশ গগণ ছানি আসে ঘোৰ বহ্নি ।
সাক্ষাতে দেখিয়া যেন প্রলয়ৰ অগ্নি ॥
হেন দেখি নসহিলা অর্জ্জুনৰ তনু ।
বাম হাতে ধৰিলা শাৰঙ্গ নিজ ধনু ॥ ৭৪২
বহ্নি যে বাণক প্রতি হানি বহ্নি বাণ ।
আকাশতে হৰ বাণ কৰিলা নির্য্যান ॥
অস্ত্র ছন্ন ভৈলা দেখি হৰ ক্রোধ মন ।
অর্জ্জুনক চাই হৰে বুলিলা বচন ॥ ৭৪৩
বহ্নিশৰ নাশ কৰি গৰ্ব্ব ভৈলা তোৰ ।
ৰুদ্রশৰ হানি তোক পঠাওঁ যমঘৰ ॥
এহি বুলি ৰুদ্রশৰ হানি মহেশ্বৰ ।
পিনাকৰ গুণে যুৰিলন্ত দৃঢ়তৰ ॥ ৭৪৪
অস্ত্রৰ প্রভাৱে কম্পে পৃথিবী পাতাল ।
সাগৰৰ ঢউ যেন পৰ্ব্বত সচল ॥
স্বৰ্গ কোল কম্পিল লৰিল মেৰুগিৰি ।
কম্পি গৈলা যেন সসাগৰা বসুন্ধৰি ॥ ৭৪৫
ৰুদ্র মন্ত্র পঢ়ি প্রহাৰিলা মহেশ্বৰ ।
যেন মেৰুগিৰি যায় গগন ভিতৰ ॥

সেহি মতে শৰ যায় আকাশত চলি।
প্ৰলয়ৰ অগ্নি যেন দশোদিশে জ্বলি॥ ৭৪৬
অর্জ্জুনে দেখন্ত রুদ্রশৰ আসে ধাই।
সেহি বেলা রুদ্রশৰ লৈলা ধনঞ্জয়॥
রুদ্রৰ শৰক রুদ্রশৰ প্ৰহাৰিলা।
বিধুম অগনি হুই গগনে চলিলা॥ ৭৪৭
যেন মহা গৰুড়ে সর্পক গৈলা ধাই।
মাৰিলা সর্পক যে গৰুড়ে লাগ পাই॥
সেহি মতে অর্জ্জুনৰ রুদ্রশৰ যায়।
হৰশৰ বিনাশ কৰিলা শৰে পাই॥ ৭৪৮
হৰৰ যে রুদ্রশৰ ব্যর্থ হুয়া গৈলা।
তল বল কৰি মহীমন্দৰ লৰিলা॥
রুদ্রশৰ ছুন্ন কৰি অর্জ্জুনৰ শৰ।
বেগে যাই পশিলেক তূণে অর্জ্জুনৰ॥ ৭৪৯
আত অনন্তৰে ধনঞ্জয় মহাবীৰ।
কুৰি শৰে ভেদিলন্ত রুদ্রৰ শৰীৰ॥
তীখাল চোকাল দিব্য হানিলন্ত শৰ।
পুনু পুনু তাৰিলন্ত শৰীৰে হৰৰ॥ ৭৫০
বৃষভক মাৰিলন্ত বিংশতি নৰাচ।
কেঙ্কাই ফোপাই গৈল কুৰি হাত প্যাচ॥
অর্জ্জুনৰ কর্ম্ম দেখি কুপিলন্ত হৰ।
অর্জ্জুনক লাগি প্ৰহাৰিলা দিব্য শৰ॥ ৭৫১
মনো জয় বেগে শৰ চলে আকাশত।
অৰ্দ্ধচন্দ্ৰ মাৰে বীৰে কাটিলা বাটত॥
ভঙ্গ ত্ৰিকন্তিকা আৰু মাৰে ত্ৰিনয়নে।
অর্জ্জুন হিয়াত শৰ ভেদিলা সন্ধানে॥ ৭৫২
শৰৰ প্ৰহাৰে অর্জ্জুনৰ ক্ৰোধ বৰ।
শঙ্কৰক লাগি লৈলা ব্ৰহ্মদত্ত শৰ॥
শাৰঙ্গৰ গুণে জুৰি প্ৰহাৰিলা টানি।
আকাশে চলিলা যেন প্ৰলয় অগনি॥ ৭৫৩

দশো দিশ জুৰি যায় ঘোৰ ব্ৰহ্মবাণ।
ব্ৰহ্মা আদি দেৱগণ ভৈলা কম্পমান॥
চৰাচৰ সিদ্ধ সবে লৰৰি পলাইলা।
ঘোৰ মুৰ্ত্তি ধৰি অস্ত্ৰ শঙ্কৰক ধাইলা॥ ৭৫৪
দশো দিশ আকাশ ঢাকিলা নিৰন্তৰ।
শঙ্কৰক ধাই গৈলা বিদ্যুত সঞ্চাৰ॥
ব্ৰহ্ম অস্ত্ৰ দেখি শঙ্কৰৰ ভৈলা ডৰ।
আথবেথ কৰি হৰে লৈলা ব্ৰহ্ম শৰ॥ ৭৫৫
পিনাকক জুৰি প্ৰহাৰিলা মহেশ্বৰে।
মনোজয় বেগে চলে বিদ্যুত সঞ্চাৰে॥
অৰ্জ্জুনৰ ব্ৰহ্মবাণ ব্ৰহ্মবাণে পাই।
আকাশত ব্ৰহ্মবাণ কৰিলেক ক্ষয়॥ ৭৫৬
অৰ্জ্জুনৰ ব্ৰহ্মবাণ সংহাৰি সেইক্ষণে।
পুনু পশিলন্ত যাই শঙ্কৰৰ তূণে॥
ব্ৰহ্মবাণ চয় দেখি অৰ্জ্জুন বদতি।
আপোনাক ৰাখা আজি দেৱ পশুপতি॥ ৭৫৭
অযুত নিযুত লক্ষ হাজাৰে হাজাৰ।
দুয়ো হাতে শৰাচ্ছন্ন কৰে বীৰবৰ॥
আৰু প্ৰহাৰিলা লক্ষ কোটি দিব্য শৰ।
এহি মতে শৰ প্ৰহাৰয় বীৰ বৰ॥ ৭৫৮
দিশ পাশ আকাশ ঢাকিল নিৰন্তৰ।
মৰ্ম্মস্থান চাই বীৰে ভেদে কলেৱৰ॥
জৰ্জ্জৰিত ভৈলা হৰ অৰ্জ্জুনৰ শৰে।
বুকে কোষে পিঠি শৰে ভেদে নিৰন্তৰে॥ ৭৫৯
বিকল বিহ্বল হুয়া গুণে মহেশ্বৰ।
ধনঞ্জয়ে কৰে মোক সম্মুখ সমৰ॥
পিঠি পাচে কোষে শৰ কৰয় প্ৰহাৰ।
পিঠিক ভেদিয়া মোৰ বুকে ওলায় শৰ॥ ৭৬০
অনুমানে জানিলোঁ শ্ৰীৰঙ্গ মাধৱৰ।
তাতে সে পৰয় চতুৰ্দ্দিশে চানি শৰ॥

বিশাল তীখাল যে প্রচণ্ড ঘোৰ বাণ।
মোহৰ শৰীৰে পৰে বজ্ৰৰ সন্ধান ॥ ৭৬১
ভালে তো দেৱতা গণে হাৰিলেক ৰণ।
সৱেয়ো মোহোত যাই পশিলা শৰণ ॥
এহি বুলি মহেশ্বৰ ক্ৰোধে জ্বলি গৈলা।
যুগান্ত কালৰ যেন ৰুদ্ৰৰূপ ভৈলা ॥ ৭৬২
সেহি মতে ক্ৰোধ কৰি দেৱ মহেশ্বৰ।
অৰ্জ্জুনক মাৰে শৰ হাজাৰে হাজাৰ ॥
মাধৱক প্ৰতি প্ৰহাৰিলা কোটি বাণ।
শৰৰ সন্ধানে কৃষ্ণ ভৈলা কম্পমান ॥ ৭৬৩
চাৰি দিব্য শৰ চাৰি ঘোঁৰাক হানিলা।
ত্ৰিশ যে অযুত হাত পাচ গুচি গৈলা ॥
তীখাল চোখাল আৰু হানিলেক শৰ।
অৰ্জ্জুনৰ হিয়াত পৰিলা দৃঢ়তৰ ॥ ৭৬৪
আৰু দশ নৰাচ মাৰিলা মহাৰাগে।
অৰ্জ্জুনৰ হিয়াত পৰিল মহাবেগে ॥
হৰৰ বিক্ৰম বৰ দেখি ধনঞ্জয়।
ক্ৰোধত জ্বলিলা বহ্নিশিখা যেন প্ৰায় ॥ ৭৬৫
অৰ্জ্জুনে বোলন্ত সখি হুয়ো সাৱধান।
ৰথক কৰিয়ো থিৰ পূৰ্ব্বৰ সমান ॥
মহেশক কোটি কোটি মাৰোঁ শৰচয়।
বিহ্বল কৰোহোঁ আজি দেখা কৃপাময় ॥ ৭৬৬
এহি বুলি প্ৰহাৰিলা বিশাল দিব্য শৰ।
জাজ্জ্বল্য সমান হই চলিলা সত্বৰ ॥
হৰৰ হৃদয়ে পৰে বজ্ৰৰ সন্ধানে।
ঢলিয়া পৰিল হৰ বৃষভৰ যানে ॥ ৭৬৭
দেৱতাব দেখি বৰ চমক লাগিল।
অৰ্জ্জুনৰ শৰে আজি মহেশ পৰিল ॥
মহেশক সৱে দেৱ দেখি অচেতন।
মহা অসন্তোষ মনে কৰন্ত ক্ৰন্দন ॥ ৭৬৮

বিধাতা আমাৰ দুখ লেখি আছে কত।
অৰ্জ্জুনৰ শৰে যে মহেশ ভৈলা হত ॥
অনাথা লোকক কোনে কৰিবেক ত্ৰাণ।
হা বিধি আমাৰ হে উৰি গৈল প্ৰাণ ॥ ৭৬৯
এহি বুলি দেৱে কৰে হাহাকাৰ বাণী।
অল্পসত দেৱগণ পলাই দিশ চানি ॥
কতো বেলি চেতন লভিলা ত্ৰিনয়ন।
অৰ্জ্জুনক গৰ্জ্জি হৰে বুলিলা বচন ॥ ৭৭০
মই অচেতন ভৈলোঁ তোহোৰ যে ৰণে।
তোহোৰ সমান বীৰ নাহি ত্ৰিভুবনে ॥
পূৰ্ব্বে ব্ৰহ্মা বুলি আছে মোহক বচন।
অৰ্জ্জুনৰ সম তুমি নহা ত্ৰিনয়ন ॥ ৭৭১
ব্ৰহ্মাৰ বচন মিলিলেক সাৰে সাৰ।
তথাপি কৰিবো মই তোহোক সমৰ।
এহি বুলি হৰে পাচে ক্ৰোধত জ্বলিলা।
একশত ব্ৰহ্মবাণ গুণত জুৰিলা ॥ ৭৭২
মন্ত্ৰ পঢ়ি মহাদেৱে প্ৰহাৰ কৰিলা।
জাজ্বল্য সমান হই আকাশে চলিলা ॥
দশোদিশ আকাশ চলিয়া বেগে যায়।
প্ৰলয়ৰ বহ্নি যেন দেখি লাগে ভয় ॥ ৭৭৩
সুৰ মুনি সিদ্ধ সৱে ভাগিয়া পলায়।
এহিমতে ব্ৰহ্মশৰে অৰ্জ্জুনক ধায় ॥
ব্ৰহ্মবাণে খেদি আসে দেখিলা অৰ্জ্জুন।
শাৰঙ্গ ধনুক বীৰে ধৰে ক্ৰোধ মন ॥ ৭৭৪
একশত ব্ৰহ্মবাণ আনিলা অৰ্জ্জুনে
শাৰঙ্গৰ গুণে জুৰিলন্ত ক্ৰোধ মনে ॥
মন্ত্ৰ পঢ়ি ধনঞ্জয় কৰিলা প্ৰহাৰ।
আকাশে চলিলা শৰ বিদ্যুৎ সঞ্চাৰ ॥ ৭৭৫
বজ্ৰৰ সন্ধানে অৰ্জ্জুনৰ শৰ পৰি।
ক্ষণেকে ৰুদ্ৰৰ শৰ পেলাইলা সংহাৰি ॥

মহেশৰ শত ব্ৰহ্মবাণ কৰি ছন্ন ।
পুনু অৰ্জ্জুনৰ বাণ পশিলন্ত তূণ ॥ ৭৭৬
হেন দেখি মহেশৰ ক্ৰোধ গৈলা জ্বলি ।
দিব্য দশ শৰ প্ৰহাৰিলা হোঁহ বুলি ॥
অৰ্জ্জুনৰ হিয়াত পৰিলা দশ শৰ ।
নিঢালে পৰিলা বীৰ পাণ্ডুৰ কুমাৰ ॥ ৭৭৭
মাধৱক হানিলন্ত দিব্য শৰচয় ।
শৰজালে মাধৱে-দেখিলা তমোময় ॥
কতো বেলি চেতন লভিলা ধনঞ্জয় ।
মাধৱক দেখিলন্ত শৰে তমোময় ॥ ৭৭৮
মহেশৰ শৰে কৃষ্ণ ভৈলা জৰ্জ্জৰিত ।
হেন দেখি ক্ৰোধত জ্বলিলা পাণ্ডুসুত ॥
লক্ষ শত অযুত হাজাৰ শৰচয় ।
সন্ধানে ভেদিলা বীৰে হৰৰ হৃদয় ॥ ৭৭৯
আৰু দিব্য ক্ষুৰপতি ধনঞ্জয়ে আনি ।
শাৰঙ্গৰ গুণে জুৰি পঠাইলেক হানি ॥
আকাশে চলিলা শৰ বিধূম অগনি ।
দহিবে খোজয় যেন প্ৰলয়ৰ বহ্নি ॥ ৭৮০
শঙ্কৰৰ হিয়ে পৰি পিঠি বাজ ভৈলা ।
দেৱতাক লাগি শৰে সেহি মতে ধাইলা ॥
কাটি ছিঙ্গি শৰপাত পাতালে পশিলা ।
সাগৰত স্নান কৰি সেই স্থানে আইলা ॥ ৭৮১
অৰ্জ্জুনৰ তূণত পশিলা আসি বাণ ।
হেন দেখি ৰুদ্ৰ পাচে ক্ৰোধে কম্পমান ॥
মহেশ বদতি শুনা হাওৰে অৰ্জ্জুন ।
তোক মাৰি খেদাওঁ আজি যমৰ কাৰণ ॥ ৭৮২
অনেক দেৱক ৰণে কৰিলিহি ছন্ন ।
সন্মুখ সমৰে বেটা মোক কৰ ৰণ ॥
ইন্দ্ৰ আদি দেৱতাক নকৰিলি ভাল ।
দেৱক মাৰিয়া তই হৈবি দিগপাল ॥ ৭৮৩

দিগপাল হৈবি তই থাক সাৱধানে।
দিগপাল পাতি থওঁ যমৰ ভুবনে॥
সাৱধান হৈবি বুলি দেৱ পশুপতি।
হানিলেক অৰ্জ্জুনক দুৰ্ব্বাৰ শকতি॥ ৭৮৪
বিস্বাদ শবদে শক্তি চলে দিশ ছানি।
প্ৰলয় কালৰ যেন বিধূম অগনি॥
জ্বাকে জ্বাকে অগনি যে চলে শীঘ্ৰগতি।
ধনঞ্জয়ে দেখে আসে দুৰ্ব্বাৰ শকতি॥ ৭৮৫
আথবেথ কৰি বীৰে শাৰঙ্গক টানি।
দিব্য পাঞ্চ অৰ্দ্ধচন্দ্ৰ পঠাইলেক হানি॥
আকাশে চলিলা শৰ বিদ্যুত সঞ্চাৰে।
মহেশৰ শক্তিত পৰিলা দৃঢ় তৰে॥ ৭৮৬
শৰ চেৰাই চলি আসে শক্তি বেগে ধাই।
দশদিশ ঢাকি আসে প্ৰলয়ৰ জুই॥
হেন দেখি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ।
শক্তিক লাগিয়া হানিলন্ত ব্ৰহ্মশৰ॥ ৭৮৭
জাজ্বল্য অগনি জ্বলি যায় ব্ৰহ্মবাণ।
শক্তিত পৰিলা যেন বজ্ৰৰ সন্ধান॥
আগমুৰি সিয়ো শৰ পৰি মহীতলে।
বৰ বেগে চলে শক্তি গগনমণ্ডলে॥ ৭৮৮
অৰ্জ্জুনে দেখন্ত ব্ৰহ্মবাণ ভৈলা ছন্ন।
ক্ৰোধত কম্পন্ত বীৰ পাণ্ডুৰ নন্দন॥
পাচে বৰ কোপ মনে বীৰ সব্যসাচী।
ব্ৰহ্মাৰ দিবাৰ ঘোৰ শক্তি লৈলা বাচি॥ ৭৮৯
মাধৱৰ তূণত থাকয় সৰ্ব্বকাল।
বিদাৰিতে পাৰে মেৰু মন্দৰ পাতাল॥
সেহি শৰ ধনঞ্জয়ে পঠাইলেক হানি।
আকাশে চলিলা যেন প্ৰলয় অগনি॥ ৭৯০
অৰ্জ্জুনৰ শক্তিয়ে শিৱৰ শক্তি পাই।
প্ৰচণ্ড অগনি জ্বলি কৰিলন্ত ক্ষয়॥

শক্তি ছন্ন কৰি শক্তি শীঘ্ৰবেগে আসি।
অৰ্জ্জুনৰ তূণত যে থাকিলন্ত পশি ৭৯১
হেন দেখি সিদ্ধ মুনি কৰে জয় জয়।
মহেশৰ শক্তি বিনাশিলা ধনঞ্জয়॥
অৰ্জ্জুনৰ সম বীৰ নাহি ত্ৰিভুবনে।
এহি বুলি প্ৰশংসা কৰিলা সিদ্ধগণে॥ ৭৯২
মহেশে দেখন্ত মোৰ শক্তি ভৈলা ছন্ন।
চন্দ্ৰহাস খড়্গ ধৰি কৰিলা সন্ধান॥
আকাশৰ পন্থে শৰ যায় গুৰুতৰ।
সাক্ষাতে দেখায় যেন চক্ৰ মাধৱৰ॥ ৭৯৩
চক্ৰাকাৰে খড়্গ যায় দেখি লাগে ডৰ।
আকাশত যায় যেন বহ্নি প্ৰলয়ৰ॥
খড়্গ দেখি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ।
মাধৱৰ খড়্গ ধৰি কৰিলা প্ৰহাৰ॥ ৭৯৪
মনোজয় বেগে চলি যায় যে গগন।
মহেশৰ খড়্গক কৰিলা খান খান॥
আকাশৰ পৰা খড়্গ শীঘ্ৰ কৰি আইলা।
অৰ্জ্জুনৰ হাতে আসি উপসন্ন ভৈলা॥ ৭৯৫
খড়্গ ছন্ন দেখি পাচে দেৱ ত্ৰিলোচন।
পিনাক ধনুক ধৰিলন্ত ক্ৰোধমন॥
তীখাল চোখাল হৰে ক্ষুৰশৰ আনি।
প্ৰহাৰ কৰিলা কোপে পিনাকক টানি॥ ৭৯৬
মনোজয় বেগে শীঘ্ৰ চলে ঘোৰ বাণ।
আকাশৰ মেঘগণ কৰিলা নিৰ্ঘ্যান॥
অৰ্জ্জুন দেখন্ত মোক প্ৰতি আসে বাণ।
যুগান্ত কালৰ যেন বহ্নি সম বাণ॥ ৭৯৭
তিখাল চোখাল ইটো ক্ষুৰপতি বাণ।
প্ৰহাৰ কৰিলা ক্ৰোধে পাণ্ডুৰ নন্দন॥
বিদ্যুত সঞ্চাৰে চলে মাৰুতৰ বাট।
হৰশৰ কাটিয়া পেলাইলা আকাশত॥ ৭৯৮

অমোঘ শৰৰ কথা কহন নযায় ।
আকাশৰ পৰা বায়ু বেগে গৈলা ধাই ॥
হৰৰ হিয়াত পৰি পিঠি বাজ ভৈলা ।
সাগৰত স্নান কৰি শীঘ্ৰবেগে আইলা ॥ ৭৯৯
অৰ্জ্জুনৰ তূণত পশিলা বেগে শৰ ।
ইন্দ্ৰসমে দেখি পাচে ত্ৰিদশৰ ডৰ ॥
হৰৰ মনত বৰ বিস্ময় লাগিলা ।
অযুত নিযুত শৰ প্ৰহাৰিবে লৈলা ॥ ৮০০
আৰু প্ৰহাৰিলা হৰে কোটি দিব্য শৰ ।
স্বৰ্গসমে পৃথিবী ভৈলেক একাকাৰ ॥
অৰ্ব্বুদ নিৰ্ব্বুদ শৰ প্ৰহাৰিলা খঙ্গে ।
দেখি সুৰ নৰ মুনি পলায় বিভঙ্গে ॥ ৮০১
দিবসতে ৰাত্ৰি ভৈলা ঘোৰ অন্ধকাৰ ।
নবহে পবন নাহি ৰবিৰ সঞ্চাৰ ॥
ক্ষণেকে অৰ্জ্জুনক শৰে অদৃশ্য কৰিলা ।
সাগৰ পৰ্ব্বত মহী সকলে কম্পিলা ॥ ৮০২
ব্ৰহ্মাণ্ড ভিতৰে সবে ভৈলা শৰময় ।
ব্ৰহ্মা আদি দেৱগণ ভৈলন্ত বিস্ময় ॥
হেন দেখি অৰ্জ্জুনৰ নসহিলা তনু ।
বাম হাতে ধৰিলা শাৰঙ্গ নিজধনু ॥ ৮০৩
দিব্য ক্ষুৰপতি এক কোটি শীঘ্ৰে আনি ।
শাৰঙ্গ আজুৰি বীৰে পঠাইলেক হানি ॥
মনোজয় বেগে শৰ চলে শীঘ্ৰ কৰি ।
আকাশতে সিয়ো শৰ পেলাইলা সংহৰি ॥ ৮০৪
দশোদিশে অৰ্জ্জুনে হানিলা শৰচয় ।
হৰশৰ বিনাশ কৰিলা ধনঞ্জয় ॥
আকাশ গগন মহী কৰয় প্ৰসন্ন ।
দিশ যে বিদিশ ঢাকি বহয় পৱন ॥ ৮০৫
অস্ত্ৰছন্ন দেখি ক্ৰোধে জ্বলিলন্ত হৰ ।
অৰ্জ্জুনক শঙ্কৰে হানিলা কোটি শৰ ॥

তীখাল চোখাল মহেশৰ দিব্য শৰ।
অৰ্জ্জুনৰ হিয়াত পৰিলা দৃঢ়তৰ॥ ৮০৬
আৰু পাঞ্চ হাজাৰ হানিলা সেহি ছেগে।
অৰ্জ্জুনৰ হিয়াত পৰিলা বৰ বেগে॥
মহেশৰ শৰক সহিয়া অবিকলে।
নহালিলা মেৰু যেন বায়ুৰ আন্দোলে॥ ৮০৭
সেহিমতে অৰ্জ্জুন থাকিলা ৰথে চৰি।
পৰ্ব্বতৰ মধ্যে যেন মহা মেৰু গিৰি॥
নিৰ্ভয় নিঃশঙ্ক পাণ্ডুপুত্ৰ ধনুৰ্দ্ধৰ।
লীলায় যুঁজন্ত যেন মত্ত সিংহবৰ॥ ৮০৮
সেহি মতে সমৰ কৰন্ত ধনঞ্জয়।
অৰ্জ্জুনৰ কৰ্ম্ম দেখি মহেশৰ ভয়॥
মোহোৰ প্ৰহাৰে আৰ নকম্পে শৰীৰ।
ত্ৰৈলোক্যবিজয় ইটো জানো মহাবীৰ॥ ৮০৯
বজ্ৰৰ সন্ধানে মোৰ পৰে শৰচয়।
কিঞ্চিতো নকম্পে বীৰ পাণ্ডুৰ তনয়॥
এহি বুলি ক্ৰোধে জ্বলি গৈলা মহেশ্বৰ।
পিনাকত যুৰিলন্ত ছয় ব্ৰহ্মশৰ॥ ৮১০
ব্ৰহ্মমন্ত্ৰ পঢ়ি প্ৰহাৰিলা মহেশ্বৰে।
ব্ৰহ্ম-অস্ত্ৰ চলি যায় গগন ভিতৰে॥
বিধূম অগনি জাকে জাকে বাজ হুই।
দশোদিশ ঢাকিয়া বহয় যেন জুই॥ ৮১১
আকাশৰ মেঘগণ কৰিয়া নিৰ্জ্জন।
মহাবেগে ধাই আসে শঙ্কৰৰ বাণ॥
অৰ্জ্জুনে দেখন্ত ব্ৰহ্মবাণ আসে ছানি।
ছয় ব্ৰহ্মবাণ বীৰে পঠাইলেক হানি॥ ৮১২
আকাশে চলিলা অৰ্জ্জুনৰ ব্ৰহ্মবাণ।
হৰশৰ আকাশতে কৰিলা নিৰ্য্যান॥
হৰশৰ বিনাশিয়া ছয় ব্ৰহ্মশৰ।
বৰ বেগে পশিলন্ত তণে অৰ্জ্জুনৰ॥ ৮১৩

হৰশৰ বিনাশিয়া বীৰ ধনঞ্জয়।
ক্রোধত কম্পয় বীৰ অগনিৰ নয় ॥
ক্রোধ অপমানে পাণ্ডুপুত্র গৈলা জ্বলি।
দশ দিব্য নৰাচ হানিলা হোঁহ বুলি ॥ ৮১৪
আকাশে চলিলা শৰ বহ্নিসম জ্বলি।
হৰৰ হিয়াত পৃৰিলন্ত হুলাহলি ॥
পিঠি পাচে ধাজ হই গৈলেক নিকলি।
মাৰুতৰ বাটে শৰ শীঘ্রে যায় চলি ॥ ৮১৫
অৰ্জ্জুনৰ হাতে যাই উপসন্ন ভৈলা।
ধনঞ্জয় পুনু সেহি শৰ প্রহাৰিলা ॥
জাজ্বল্য অগনি জ্বলি চলে দশশৰ।
শঙ্কৰৰ হৃদয়ে ভেদিলা দৃঢ়তৰ ॥ ৮১৬
বিমূৰ্চ্ছিত ভৈলা হৰ দেখি তমোময়।
ক্ষণেকে চেতন পাইলা ব্রহ্মাৰ তনয় ॥
চেতন ভৈলন্ত হৰ লভিয়া হতাশ।
অৰ্জ্জুনে কৰিলা ৰণে মোক বৰ ত্রাস ॥ ৮১৭
অৰ্জ্জুনৰ সম কোনো নাই জগতত।
আজি সে দেখিলোঁ মই ইহাৰ মহত্ত্ব ॥
দহিবাক পাৰে ইটো চৈধ্যায় ভুবন।
ভালেতো দেৱতাগণে হাৰিলেক ৰণ ॥ ৮১৮
মনত বোলন্ত ইটো বীৰ অদভূত।
এহি বুলি ক্রোধিলন্ত অজব্রহ্মসুত ॥
ত্রৈলোক্য দহিবে যেন খুজিলন্ত হৰ।
যুগান্ত কালৰ যেন বহ্নিসম শৰ ॥ ৮১৯
তিনিয়ো জগত সবে সংহৰিবে প্রভি।
যুগান্তৰ ৰূপ ৰুদ্র ভৈলা পশুপতি ॥
পাঞ্চমুখ ভৈলা পাচে পোন্ধৰ লোচন।
চৰাচৰ প্রাণী সংহৰিবে ত্রিনয়ন ॥ ৮২০
মাধৱে দেখন্ত হৰ জাজ্বল্য যে সম।
প্রজা সংহাৰিবে যেন কালান্তক যম ॥

মাধৱে বোলন্ত অবা শুনা প্ৰাণসখি।
হৰক চাহিয়ো কালান্তকসম দেখি॥ ৮২১
হৰে সমে যুঁজিবাক এৰা এতিক্ষণ।
বিনাশিবে পাৰে হৰ চৈধ্যয় ভুবন॥
দণ্ড চাৰি ৰণ এৰি মোৰ কথা ধৰ।
শৰৰ যে ঘৰ বান্ধি হৰক বন্দী কৰ॥ ৮২২
দেৱক হৰক ঢাকি মাৰা ঘোৰ শৰ।
আকাশ পৃথিবী ঢাকি বান্ধা এক ঘৰ॥
মাধৱৰ বচনে অৰ্জ্জুন ৰঙ্গ ভৈলা।
দৃঢ়মুষ্টি কৰি ধনু শাৰঙ্গ টানিলা॥ ৮২৩
অযুত অৰ্ব্বুদ শৰ গুণত চৰাইলা।
শাৰঙ্গ টঙ্কাৰি বীৰে প্ৰহাৰি পঠাইলা॥
এক শৰ জোৰন্তে যে দশ কোটি হয়।
প্ৰহাৰন্তে লক্ষকোটি পৰে লেখ নাই॥ ৮২৪
অখৰ্ব্ব নিখৰ্ব্ব শৰ পদ্ম মহা ঢুলি।
প্ৰহাৰ কৰয় ধনঞ্জয় মহাবলী॥
দুয়ো হাতে শৰাচ্ছন্ন কৰে মহাবল।
প্ৰলয় কালত যেন মেঘে ঢালে জল॥ ৮২৫
স্বৰ্গ আকাশ সবে পৃথিবীক ছানি।
দেৱতাক ঢাকি শৰ প্ৰহাৰে অৰ্জ্জুনি॥
দুয়ো হাতে শৰাচ্ছন্ন কৰে ধনঞ্জয়।
হাতক মনিব নপাৰয় দেৱচয়॥ ৮২৬
স্বৰ্গ আকাশৰ পৰা শৰ ঘৰ সাজি।
নিমিষে অৰ্জ্জুনে এক ঘৰ থৈলা সাজি॥
হৰে সমে ইন্দ্ৰ আদি দেৱ নিৰন্তৰ।
সবাকে কৰিলা বন্দী ঘৰৰ ভিতৰ॥ ৮২৭
দেৱ সমে গৃহৰ ভিতৰ ভৈলা হৰ।
ব্ৰহ্মাসুৰ মুনি দেখি ৰঙ্গ কৰে বৰ॥
ব্ৰহ্মায়ে বোলন্ত সাধু সাধু বীৰ সাৱ।
পাণ্ডুবংশে নৰৰূপে ভৈলা অৱতাৰ॥ ৮২৮

তোমাৰ যশস্যা গাইবেক সৱে মুনি।
তোমাৰ নির্ম্মল যশে পূৰিবে ধৰণী ॥
এহি বুলি ব্রহ্মা আদি স্তুৱ নৰ মুনি।
পুষ্প বৰষিলা অর্জ্জুনৰ মাথে ছানি ॥ ৮২৯
সিটো ঘৰ ভেদিবে নপাৰে দেৱগণে।
একে শূলপাণি দেৱ মহেশ্বৰ বিনে ॥
দেৱ সমে গৃহৰ ভিতৰ ভৈলা হৰ।
দেখি কৃষ্ণ অর্জ্জুনে যে হাঁসিলা বিস্তৰ ॥ ৮৩০
মাধৱে বোলন্ত সখি শুনা ধনঞ্জয়।
ঘৰৰ ভিতৰ ভৈলা যত দেৱচয় ॥
অছেদ অভেদ মোৰ শৰৰ যে ঘৰ।
ভেদিবে নপাৰে দেৱ সমে পুৰন্দৰ ॥ ৮৩১
ব্রহ্মা বিষ্ণু নোৱাৰিবে ঘৰ ভেদিবাক।
তোমাত কহিলোঁ সখি মই দৃঢ় বাক ॥
চৰাচৰ সিদ্ধে নোৱাৰিবে মহামতি।
শূলৰ প্রহাৰে ভেদিবেক পশুপতি ॥ ৮৩২
অর্জ্জুনক চাই হৰি বুলিলা বচন।
শীঘ্রে চলা দুয়ো যাওঁ স্বর্গৰ ভুবন ॥
অদিতি মাৱক দুয়ো কৰোহোঁ প্রণতি।
অদিতি মাৱত দোষ মাগোহোঁ সম্প্রতি ॥ ৮৩৩
তৈৰ পৰা আসি যুদ্ধ কৰোঁ ধনঞ্জয়।
ইহাক লাগিয়া তুমি নকৰা সংশয় ॥
ইহাক ৰণত তুমি কৰিবা বিৰথী।
তেবে তোমাসাক জানিবেক বুলি ৰথী ॥ ৮৩৪
হেন শুনি অর্জ্জুনে বুলিলা মাধৱক।
শীঘ্রে ৰথ ডাকি প্রভু চলিও স্বর্গক ॥
অর্জ্জুনে বোলন্ত সখি চপৰাই মাথ।
শীঘ্রে চলা স্বর্গে যাওঁ বাহা দিব্য ৰথ ॥ ৮৩৫
অর্জ্জুনৰ বচনতে প্রভু দেৱ হৰি।
ঘোঁৰাক দিলেক পাচে চাবুকৰ বাৰি ॥

সব্য সুগ্ৰীৱ মেঘ পুষ্প বলাহক।
মনোজয় বেগে হৰি ডাকিলা ৰথক ॥ ৮৩৬
খৰতৰ বেগে যে মাধৱে ডাকে ৰথ।
ক্ষণেকে পাইলেক যাই মাৰুতৰ পথ ॥
মাৰুতৰ বাট চেৰাই পাইলা আকাশ।
নিমিষে পাইলেক যাই স্বৰ্গৰ যে পাশ ॥ ৮৩৭
স্বৰ্গৰ দুৱাৰ ভেদি ৰথ ডাকে হৰি।
নিমিষে পাইলেক যাই অমাৰৱতীপুৰি ॥
ৰথৰ নামিয়া যে অৰ্জ্জুন দামোদৰ।
ধীৰে ধীৰে চলি গৈলা অদিতিৰ ঘৰ ॥ ৮৩৮
ৰত্নৰ আসনে বসি আছে মহাসতী।
সাক্ষাতে দেখিয়া যেন হৰৰ পাৰ্ব্বতী ॥
সেহি মতে বসি আছে দেৱতাৰ মাৱ।
চৌপাশে আৱৰি আছে দেৱকন্যাচয় ॥ ৮৩৯
কৃষ্ণ ধনঞ্জয় দুয়ো সবিনয় হুই।
প্ৰণাম কৰিলা অদিতিক পাৱে ছুই ॥
অদিতিক দণ্ডৱতে নমি বনমালী।
হেন দেখি অদিতি ধৰিলা আঙ্কোৱালি ॥ ৮৪০
মাধৱক বসাইলন্ত ৰত্নৰ আসনে।
একাসনে বসিলন্ত পাণ্ডুৰ নন্দনে ॥
মাধৱক চাই সতী বুলিলা বচন।
তোমাৰ লগত বসিলন্ত কোন জন ॥ ৮৪১
মাধৱ বদতি তুমি শুনিয়োক আই।
এহিতো পাণ্ডুৰ পুত্ৰ নাম ধনঞ্জয় ॥
নিমিত্তপযে পাণ্ডুপুত্ৰ ইন্দ্ৰৰ তনয়।
তোমাসাৰ নাতি এন্তে জানিবা নিশ্চয় ॥ ৮৪২
অদিতি বদতি পুত্ৰ শুনা নাৰায়ণ।
কিসক আসিলি দুয়ো স্বৰ্গৰ ভুবন ॥
মোহোৰ পাশক দুয়ো আসিলি কিসক।
শীঘ্ৰ কৰি আজি পুত্ৰ মোত কহিয়োক ॥ ৮৪৩

হেন শুনি মাধৱে মাতিলা মনে খুশি।
কি কাৰ্য্যে আসিছোঁ আই শুনিয়ো গোসানী॥
মোক ইন্দ্রে নিন্দিলা স্বৰ্গত যত যত।
কি কহিবো আই মই তোমাৰ আগত॥ ৮৪৪
তোমাত কহিলোঁ মই শুনিয়োক আই।
ইন্দ্ৰক কৰিবো ৰণে মৃতক পৰায়॥
প্ৰাণমাত্ৰ ৰাখিবো যে শুনা স্বৰূপত।
মৰণসদৃশ মই কৰিবো ৰণত॥ ৮৪৫
দেৱতাৰ মুখে শুনি যুদ্ধৰ কাৰণ।
অনেক বুলিবা আই দুৰ্ব্বাক্য বচন॥
তোমাত কহিয়া দোষ এৰাইলোহোঁ আই।
দিয়োক মেলানি যাওঁ ইন্দ্ৰক যে ধাই॥ ৮৪৬
মাধৱৰ বচনে অদিতি বোলে বাণী।
দেৱতাক ধাই শীঘ্ৰে যোৱা চক্ৰপাণি॥
দিলোহো মেলানি পুত্ৰ শীঘ্ৰ কৰি যাওঁ।
সম্মুখ সমৰে আজি ইন্দ্ৰক ভঙ্গাওঁ॥ ৪৭
অদিতিক নমি পাচে অৰ্জ্জুন শ্ৰীহৰি।
ৰথত চৰিলা দুয়ো বিমৰ্দ্দন কৰি॥
বাঘ জৰি ধৰিয়া ঘোৰাত দিলা বাৰি।
চাৰি দিব্য ঘোৰা চলে উৰ্দ্ধমুখ কৰি॥ ৮৪৮
স্বৰ্গক চাৰিয়া পাচে আকাশ এৰাইলা।
মাৰুতৰ বাট চেৰাই ৰণভূমি পাইলা॥
আকাশৰ পৰা যেন শুক্ল মেঘচয়।
সেহি মতে ৰথে চৰি কৃষ্ণ ধনঞ্জয়॥ ৮৪৯
বৈশম্পায়ন বদতি যে শুনা জন্মেজয়।
গৃহৰ ভিতৰে যি কৰিলা দেৱচয়॥
দিশ বিদিশক নপাৱয় দেৱতাই।
উশাহ নপাই ঘূৰি ফুৰে দেৱচয়॥ ৮৫০
ইন্দ্রে যে দেখন্ত পাচে বজ্ৰসম ৰথ।
হেন দেখি ক্ৰোধত জ্বলিলা পুৰন্দৰ॥

দৃঢ়াঙ্গ ধণুক ইন্দ্রে টঙ্কাৰ কৰিলা ।
বাচি বাচি অৰ্দ্ধচন্দ্ৰ গুণত যুৰিলা ॥ ৮৫১
মন্ত্ৰ পঢ়ি প্ৰহাৰ কৰিলা হৰি হয় ।
ঘৰত পৰিয়া ইন্দ্ৰ শৰ ভৈলা ক্ষয় ॥
অস্ত্ৰ ছন্ন ভৈলা দেখি ক্ৰোধে সুৰপতি ।
ব্ৰহ্মাৰ ডিবাৰ শৰ ধৰিলা সম্প্ৰতি ॥ ৮৫২
ধনুৰ গুণত যুৰি প্ৰহাৰ কৰিলা ।
প্ৰলয়ৰ জুই যেন আকাশে চলিলা ॥
ঘৰত পৰিলা ব্ৰহ্মশৰ বেগে যাই ।
আগমূৰি সিয়ো শৰ পৰিলা ভোটাই ॥ ৮৫৩
ইন্দ্ৰৰ প্ৰহাৰ যেবে ব্যৰ্থ হৈয়া গৈলা ।
হেন দেখি মহেশ্বৰে ত্ৰিশূলক লৈলা ॥
দন্ত কামুৰিয়া হৰে শূল প্ৰহাৰিলা ।
ঊৰ্দ্ধে অৰ্দ্ধে সাত হাত ঘৰক ফালিলা ॥ ৮৫৪
যেহি বেলা ঘৰক ফালিলা মহেশ্বৰ ।
সেহি বেলা অৰ্জ্জুনৰ শৰ নিৰন্তৰ ॥
আকাশৰ পন্থে শীঘ্ৰ বেগে যাই শৰ ।
তূণত পশিলা তেবে বীৰ অৰ্জ্জুনৰ ॥ ৮৫৫
বন্দী যে গুছিলা হৰ সমে দেৱগণ ।
স্বৰগ আকাশ মহী ভৈলা সুপ্ৰসন্ন ॥
অৰ্জ্জুনক দেখি পাচে দেৱ মহেশ্বৰ ।
পিনাকত দিব্য শৰ যুৰিলা সত্বৰ ॥ ৮৫৬
কৰ্ণমানে ধণু টানি কৰিলা প্ৰহাৰ ।
আকাশে চলিল শৰ বিদ্যুত সঞ্চাৰ ॥
অৰ্জ্জুনৰ গাৱে পৰি বজ্ৰৰ সন্ধান ।
নকম্পিলা শৰ ছোটে পাণ্ডুৰ নন্দন ॥ ৮৫৭
মাধৱে বোলন্ত সাধু সাধু বীৰসাৰ ॥
হৰ-শৰ প্ৰহাৰে নকম্পে কলেৱৰ ॥
অৰ্জ্জুনে বোলন্ত মোৰ নাহি কিছু ভয় ।
তুমি মোৰ সহায় যদি ভৈলা কৃপাময় ॥ ৮৫৮

এহি বুলি ধনঞ্জয়ে ধৰিলা শাৰঙ্গ ।
ভয় ভীত নাই যেন প্রমত্ত মাতঙ্গ ॥
ভল্ল দৰ্শ পাত শৰ ধণুর্গুণে যুৰি ।
প্রহাৰ কৰিলা বীৰে শাৰঙ্গত যুৰি ॥ ৮৫৯
হৰৰ হিয়াত শৰ পৰিলা সন্ধানে ।
শৰৰ সন্ধানে হৰ কম্পে ঘনে ঘনে ॥
কম্পমান ভৈলা হৰ দিব্য শৰ পৰি ।
বৃষভ পলাইলা পাচে কত দূৰে লৰি ॥ ৮৬০
বৃষভক চাই হৰে বোলে ৰহ ৰহ ।
ঘোৰ শৰ হানি অৰ্জ্জুনৰ ভাঙোঁ গহ ॥
হৰৰ বচনে ফিৰে বৃষভবাহন ।
বতাসে ফিৰাইলা যেন শুক্ল মেঘখান ॥ ৮৬১
সেহি মতে বৃষভক ফিৰাই মহেশ্বৰে ।
পিনাক ধণুক ধৰিলন্ত বাম কৰে ॥
অষুত নিযুত হৰে হানিলন্ত শৰ ।
মাৰুতৰ বাটে চলি যায় গুৰুতৰ ॥ ৮৬২
আৰু লক্ষে লক্ষে হৰে হানিলন্ত শৰ ।
আকাশ পৃথিবী ঢাকি বহে নিৰন্তৰ ॥
হৰশৰ ভেদি চলে বজ্র সম ধাৰ ।
মহেশৰ শৰীৰত পৰিলন্ত শৰ ॥ ৮৬৩
অৰ্দ্ধে ঊৰ্দ্ধে পিঠি কোষে সন্ধানে যে ফুটি ।
বোম্বাল আকাৰে বহি তেজ যায় ছুটি ॥
আৰু প্রহাৰিলা ধনঞ্জয়ে শৰচয় ।
সন্ধানে ভেদিল যাই হৰৰ হৃদয় ॥ ৮৬৪
হৃদয়ত পৰি শৰ পিঠি বাজ ভৈলা ।
ইন্দ্রক লাগিয়া শৰ সেহি মতে ধাইলা ॥
বাসৱৰ হৃদয় ভেদিলা দৃঢ়তৰ ।
আকাশৰ পন্থে যায় দেখি লাগে ডৰ ॥ ৮৬৫
অৰ্জ্জুনৰ তূণত পশিলা শৰচয় ।
দেখি সুৰ-গন্ধৰ্ব্বে কৰয় জয় জয় ॥

হেন দেখি মহেশ্বৰে হানি মেঘশৰ।
আকাশ ঢাকিয়া ভৈলা ঘোৰ অন্ধকাৰ॥ ৮৬৬
আকাশত কৰে ঘোৰ গৰ্জ্জন আস্ফাল।
কৃষ্ণ অৰ্জ্জুনক বেঢ়ি বৰিষয় জল॥
হৰে শৰ বৰিষয় অৰ্জ্জুনে দেখিলা।
বাচি আনি বায়ুবাণ গুণত যুৰিলা॥ ৮৬৭
মন্ত্র পঢ়ি ধনঞ্জয় পঠাইলেক হানি।
প্রচণ্ড আন্দোলে চলে আকাশত ছানি॥
গিৰ গিৰ শবদে যে হৰ মেঘ যাই।
নিৰ্জ্জনক লাগি বায়ু নিলা উৰুৱাই॥ ৮৬৮
হেন দেখি আনিলা পৰ্ব্বত পাঞ্চবাণ।
আথবেথ কৰি হৰে কৰিলা সন্ধান॥
তেতিক্ষণে বায়ু নিবৰ্ত্তিয়া নিলা হৰ।
আকাশত হুই ৰৈলা পাঞ্চ গিৰিবৰ॥ ৮৬৯
বায়ু নিবৰ্ত্তিলা অৰ্জ্জুনৰ ক্রোধ টান।
বজ্রবাণ হানি পৰ্ব্বতক কৰি ছন্ন॥
পাচে বায়ু মেঘশৰ উৰুৱাই নিলা।
নিৰ্জ্জনে পেলাই পুনৰপি আসি ভৈলা॥ ৮৭০
অৰ্জ্জুনৰ তূণত পশিলা বায়ুশৰ।
দেখি ক্রোধে জ্বলি গৈলা দেৱ মহেশ্বৰ॥
অৰ্জ্জুনক হৰে হানিলেক শত বাণ।
ভেদিলেক হৰে অৰ্জ্জুনৰ মৰ্ম্মস্থান॥ ৮৭১
হৰৰ শৰত নকম্পত বীৰবৰ।
প্রচণ্ড অগনি যেন জ্বলে কলেৱৰ॥
অতি বৰ ক্রোধত অৰ্জ্জুন গৈলা জ্বলি।
শনাইবাৰ তীক্ষ্ণ শৰ হাতে লৈলা তুলি॥ ৮৭২
মহামন্ত্র পঢ়ি প্রহাৰিলা মহাবলী।
জাজ্বল্য সমানে চলে অগ্নি সম জ্বলি॥
হৰৰ হিয়াত শৰ পৰিলা সন্ধানে।
হৃদয় বিদাৰি শৰ ওলাইলা তেখনে॥ ৮৭৩

শৰৰ প্ৰহাৰে হৰ ভৈলা তমোময়।
সম্মুক্ষণ ভৈলা পাছে ব্ৰহ্মৰ তনয়॥
চেতন লভিয়া হৰ গুণে মনে মন।
দেৱতাৰ আগে মই বুলিলোঁ বচন॥ ৮৭৪
অৰ্জ্জুন সহিতে মই কৰিবোহোঁ ৰণ।
সমৰত মাৰি অৰ্জ্জুনক কৰোঁ ছন্ন॥
যদি নামাৰোহোঁ হোৱে অঙ্গীকাৰ ছন্ন।
এহিসে কাৰণে কৰোঁ দুৰ্ঘোৰ যে ৰণ॥ ৮৭৫
মৰণ কালত কোনে কৰিবেক ত্ৰাণ।
ইহাৰ প্ৰহাৰ যেন বজ্ৰৰ সন্ধান॥
এহি বুলি মহেশৰ ক্ৰোধ গুৰুতৰ।
পিনাকত যুৰিলন্ত দশ অগ্নিশৰ॥ ৮৭৬
প্ৰহাৰ কৰিলা হৰে পিনাকত টানি।
আকাশে চলিলা শৰ বহ্নি সম ছানি॥
জাকে জাকে অগনি নিকলে ছুই বাজ।
প্ৰচণ্ড আন্দোলে চলে গগনৰ মাজ॥ ৮৭৭
অৰ্জ্জুনে দেখন্ত অগ্নিশৰ আসে চানি।
আথবেথ কৰি বীৰে অগ্নি শৰ আনি॥
শাৰঙ্গত যুৰি শৰ কৰিলা প্ৰহাৰ।
শঙ্কৰৰ অগ্নিশৰ কৰিলা সংহাৰ॥ ৮৭৮
তীখাল চোখাল দিব্য বত্ৰিশ যে শৰ।
শাৰঙ্গ ধণুত যুৰিলন্ত বীৰবৰ॥
কৰ্ণমানে ধনু টানি কৰিলা প্ৰহাৰ।
আকাশে চলিলা শৰ বিদ্যুত সঞ্চাৰ॥ ৮৭৯
মনোজয় বেগে যায় অৰ্জ্জুনৰ শৰ।
বক্ষস্থলে ভেদিলেক দুৰ্জ্জয় হৰৰ॥
হৃদয় বিদাৰি পিঠি পাচে ওলাই শৰ।
ভূগত পশিলা বাই বীৰ অৰ্জ্জুনৰ॥ ৮৮০
শৰৰ প্ৰহাৰে হৰ জৰ্জ্জৰিত ভৈলা।
অথাকে অৰ্জ্জুনে শৰ প্ৰহাৰিবে লৈলা॥

ভল্ল ভিণ্ডিপাল যে নৰাচ কনিয়ালী।
আক দিব্য নানা শৰ হানে প্ৰহাৰলী॥ ৮৮১
শিলিমুখ সৰ্পমুখ ত্ৰিকণ্টিকা দণ্ড।
ইসব প্ৰমুখ্যে শৰ হানে অপৰ্য্যন্ত॥
আক অসংখ্যাত শৰ হানে ধনঞ্জয়।
নিসন্ধি ভেদিলা বীৰে হৰৰ হৃদয়॥ ৮৮২
দুয়ো হাতে শৰাচ্ছন্ন কৰে বীৰবৰ।
হাতক মনিবে নপাৰয় মহেশ্বৰ॥
ওৰ কুসুমৰ বৰ্ণ দেখি কলেৱৰ।
পলাশ ফুটিলা যেন বসন্ত কালৰ॥ ৮৮৩
হৃদয় বিদাৰি তেজ বহে নিৰন্তৰ।
হেন দেখি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ॥
অসংখ্যাত শৰ প্ৰহাৰিলা হোঁহ বুলি।
মহেশৰ পাশে শীঘ্ৰ বেগে গৈলা চলি॥ ৮৮৪
এহি মতে শৰ যেবে অৰ্জ্জুনে হানিলা।
দশোদিশ আকাশ যে অন্ধকাৰ ভৈলা॥
দুইকো দুই শৰ প্ৰহাৰন্ত মহাবল।
হৃদয় বিদাৰি শৰ পশয় পাতাল॥ ৮৮৫
শঙ্কৰে হানয় ধনঞ্জয় কদ্ৰ শৰ।
দিশ পাশ আকাশ ঢাকিলা নিৰন্তৰ॥
দিবসন্তে ৰাত্ৰি ভৈলা ঘোৰ অন্ধকাৰ।
নবহে পবন নাহি ৰবিৰ সঞ্চাৰ॥ ৮৮৬
আৰ শৰ অৰ্জ্জুনেও পেলাইলেক হানি।
জাজ্বল্য সমানে শৰ যায় দিশ ছানি॥
ইৰৰ হিয়াত পৰিলেক বৰ টানে।
ঢলি পৰিলেক হৰ বৃষভৰ যানে॥ ৮৮৭
কতো বেলি চেতন লভিলা মহেশ্বৰ।
চেতন পাইয়া গৰ্জ্জি বোলে শূলধৰ॥
হাণ্ডৰে অৰ্জ্জুন তোক মাৰি কৰোঁ নাশ।
কৃষ্ণৰ সহায় পাই মুনিব কৈলাস॥ ৮৮৮

এহি বুলি হৰে আনি হাজাৰেক বাণ ।
পিনাকৰ গুণে যুৰি কৰিলা সন্ধান ॥
অর্জ্জুনে হানিলা দুই হাজাৰ যে শৰ ।
শঙ্কৰৰ শৰ সবে কৰিলা সংহাৰ ॥ ৮৮৯
যেন যুদ্ধ ভৈলা পূৰ্ব্বে বলি বাসৱৰ ।
সেহি মতে যুদ্ধ ভৈলা হৰ অর্জ্জুনৰ ॥
যুদ্ধ দেখি চৰাচৰ চমক লাগিলা ।
দুই অস্ত্রে ঘোৰ যুদ্ধ কৰিবাক লৈলা ॥ ৮৯০
হেন দেখি মহেশৰ ক্রোধ জ্বলি গৈলা ।
প্রলয়ৰ বহ্নিসম শৰ প্রহাৰিলা ॥
আথবেথ কৰি হৰে মাৰি শৰ পাত ।
জাজ্বল্য সমানে চলে মাৰুতৰ বাট ॥ ৮৯১
অর্জ্জুনেও সেই বেগে হানে দশ বাণ ।
বিস্বাদ শবদে চলে অগ্নি সম থান ॥
অর্জ্জুনৰ শৰে শঙ্কৰৰ শৰ পাই ।
আকাশতে হৰশৰ কৰিলন্ত ক্ষয় ॥ ৮৯২
অস্ত্র ছন্ন ভৈলা দেখি ক্রোধিলন্ত হৰ ।
সহস্র হাজাৰ প্রহাৰিলা ব্রহ্মশৰ ॥
আকাশ ঢাকিয়া যায় জ্বলি ঘোৰ বহ্নি ।
শুঁষিলন্ত জলে যেন প্রলয় অগনি ॥ ৮৯৩
হেন দেখি অর্জ্জুনৰ ক্রোধ ভৈলা টান ।
লক্ষ কোটি ব্রহ্মাবাণ কৰিলা সন্ধান ॥
জাজ্বল্য সমানে চলে অর্জ্জুনৰ বাণ ।
হৰ-শৰ আকাশতে কৰিলা নির্য্যাণ ॥ ৮৯৪
হৰ-শৰ ছন্ন কৰি মাধৱৰ শৰ ।
তূণত পশিলা যাই বীৰ অর্জ্জুনৰ ॥
ব্রহ্মাবাণ ছন্ন দেখি হৰ গৈলা জ্বলি ।
পাঞ্চ অর্দ্ধচন্দ্র প্রহাৰিলা হোঁছ বুলি ॥ ৮৯৫
বিজুলী চমকে শৰ শীঘ্রে যায় চলি ।
অর্জ্জুনৰ হিয়াত পৰিলা হলাহলি ॥

বায়ুবেগে শৰ যাই পাতালে পশিলা।
সাগৰত স্নান কৰি শীঘ্ৰে আসি ভৈলা॥ ৮৯৬
মহেশৰ তুণত পশিলা বেগে শৰ।
হেন দেখি অৰ্জ্জুনৰ ক্ৰোধ গুৰুতৰ॥
তুণে হাতে নাৰায়ণ অস্ত্ৰ বীৰে আনি।
শাৰঙ্গৰ গুণে যুৰি প্ৰহাৰিলা টানি॥ ৮৯৭
বিধূম অগনি হুই চলে দিশ ছানি।
দেখি হাহাকাৰ কৰে চৰাচৰ প্ৰাণী॥
বিস্বাদ শৰদে হৰ হৃদয় ভেদিলা।
ঢলেঁা পৰেঁা কৰি হৰ বৃষভে পৰিলা॥ ৮৯৮
হাতৰ পৰিলা খসি পিনাক যে ধনু।
ঘনে ঘনে কম্পয় হৰৰ সবে তনু॥
কতো ক্ষণে স্বস্থ পাচে ভৈলা মহেশ্বৰ।
কোটি কোটি লক্ষে লক্ষে প্ৰহাৰিলা শৰ॥ ৮৯৯
আৰু অৰ্ব্বুদেক শৰ প্ৰহাৰিলা বলে।
আকাশ ঢাকিয়া যাই গগনমণ্ডলে॥
অৰ্জ্জুনে দেখন্ত শৰ আসে আকাশতে।
অৰ্জ্জুনেও শৰ প্ৰহাৰিলা অতি দ্ৰুতে॥ ৯০০
এক শৰ প্ৰহাৰন্তে লক্ষ কোটি হুই।
প্ৰহাৰ কৰন্তে শৰ লেখাজোখা নাই॥
অৰ্ব্বুদ হাজাৰ কোটি পদ্ম মহা ঢুলি।
দুয়ো হাতে শৰাচ্ছন্ন কৰে মহাবলী॥ ৯০১
আকাশ ঢাকিয়া যেন মেঘে ঢালে জল।
সেহি মতে শৰ প্ৰহাৰয় মহাবল॥
আকাশ ঢাকিয়া ভৈলা ঘোৰ অন্ধকাৰ।
নবহে পবন নাহি ৰবিৰ সঞ্চাৰ॥ ৯০২
হৰ-শৰ-সংহাৰিয়া অৰ্জ্জুনৰ শৰে।
নিসন্ধি ভেদিলা মহেশৰ কলেবৰে॥
তেজে ভলবল ভৈলা হৰৰ সৰ্ব্ব কায়।
বিহ্বল ভৈলন্ত হৰ শ্ৰুতি বুদ্ধি নাই॥ ৯০৩

ক্রোধ মনে পাচে জ্বলি গৈলা মহেশ্বৰ।
খড়গ ধৰি দেৱ দিলা নামে বৃষভৰ॥
অৰ্জ্জুনক শিৱক কাটিবে যাই খেদি।
যেন ভয়ঙ্কৰ এক বহি যায় নদী॥ ৯০৪
সেহি মতে কোপে খেদি যায় পশুপতি।
অৰ্জ্জুনক খেদি যান্ত লৰে বসুমতী॥
অৰ্জ্জুনে দেখন্ত খড়গ ধৰি আসে হৰ।
শীঘ্রে ধৰিলন্ত বীৰে অৰ্দ্ধচন্দ্র শৰ॥ ৯০৫
দিব্য অৰ্দ্ধচন্দ্রশৰ প্রহাৰিলা ডাটি।
হৰৰ হাতৰ খড়গ পেলাইলেক কাটি॥
খড়গ কাটা গৈলা দেখি জ্বলে মহেশ্বৰ।
ডেৱ দিয়া উঠিলন্ত বৃষভ উপৰ॥ ৯০৬
হোঁহ বুলি ত্রিশূল হানিলা মহেশ্বৰ।
বিষ্ণুচক্রশৰে শূল কৰিলা নিবাৰ॥
শূল ব্যৰ্থ ভৈলা দেখি ক্রোধে মহেশ্বৰ।
জ্বলন্ত মহেশ যেন বহ্নি প্রলয়ৰ॥ ৯০৭
পিনাক ধণুক হৰে ধৰি নিজ কৰে।
অৰ্জ্জুনক ভেদিলন্ত তিনি কোটি শৰে॥
মাধৱক কুৰি শৰ কৰিলা প্রহাৰ।
শৰ-ছোতে গোবিন্দে দেখিলা অন্ধকাৰ॥ ৯০৮
আৰু চয় নৰাচ হানিলা মহেশ্বৰে।
হলাহলি পশিলন্ত কৃষ্ণৰ শৰীৰে॥
হেন দেখি অৰ্জ্জুনৰ ক্রোধ গুৰুতৰ।
শাৰঙ্গ টঙ্কাৰি বীৰে যুৰি বিষ্ণুশৰ॥ ৯০৯
বিষ্ণুমন্ত্র পঢ়ি প্রহাৰিলা ধনঞ্জয়॥
সুৰ নৰ মুনি দেখি ভৈলন্ত বিস্ময়।
বিদ্যুত সঞ্চাৰে হৰ-হৃদয় ভেদিলা।
বিশ্রুতি বিজ্ঞান হুই বৃষভে পৰিলা॥ ৯১০
পাচে শ্রুতি পাই হৰ উঠি বৃষভৰ।
অৰ্জ্জুনৰ বধক চিন্তিলা মহেশ্বৰ॥

মহাপাশুপত শৰ হৰে শুনি পাইলা।
পিনাক টঙ্কাৰি হৰে গুণত চৰাইলা॥ ৯১১
পাশুপত্র অস্ত্র হৰে যুৰিলেক যেবে।
সুৰ নৰ মুনি স্বৰ্গ চাৰি পলাই তেবে॥
মেৰু গিৰি কম্পিলা লৰিলা বসুমতী।
ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত দেৱ প্ৰজাপতি॥ ৯১২
সাগৰৰ ঢউ ভৈলা পৰ্ব্বত চঞ্চল।
কুম্ভীৰ মগৰ মানে পশিলা পাতাল॥
দেৱতাই বোলে আজি মিলিলা প্ৰলয়।
ত্ৰিজগত হৰে আজি কৰিবেক ক্ষয়॥ ৯১৩
পাচে পাশুপত অস্ত্র ঘোৰ মূৰ্ত্তি ভৈলা।
সসাগৰা বসুন্ধৰী গিৰিসে লৰিলা॥
অস্ত্ৰৰ ভয়ত স্বৰ্গ পৃথিবী পাতাল।
ঘনে ঘনে কম্পিয়া কৰয় তল বল॥ ৯১৪
মাধৱে বোলন্ত সখি হৈয়ো সাৱধান।
মহেশে লৈলন্ত ঘোৰ পাশুপত বাণ॥
মোৰ সুদৰ্শন চক্ৰ ধৰা সাৱধানে।
তেবে সে যাইবেক ধাই শঙ্কৰৰ বাণে॥ ৯১৫
হেন শুনি মাধৱক নমি বীৰবৰ।
ধৰিলন্ত ধনঞ্জয় চক্ৰ মাধৱৰ॥
দহোঁ দহোঁ কৰে চক্ৰ চৈধ্যায় ভুবন।
জাজ্বল্য অগনি হুই মহাবহ্নি যেন॥ ৯১৬
মাধৱৰ চক্ৰৰ যে তেজ বাঢ়ি গৈলা।
অনন্ত মুখৰ যেন বহ্নি বাজ ভৈলা॥
সেহি মতে মাধৱৰ ক্ৰোধ জ্বলি গৈলা।
চৰাচৰ প্ৰাণী সবে কালবৰ্ণ ভৈলা॥ ৯১৭
স্বৰ্গ ক্ষে আকাশ যেন ব্ৰহ্মাণ্ড দহয়।
মাধৱৰ চক্ৰ বৰ প্ৰচণ্ড জ্বলয়॥
দেখি পাশুপত্র শৰ হৃদয় লৰিলা।
কি কৰিবে পাশুপত্র মনত গুণিলা॥ ৯১৮

চক্র দেখি পাশুপত্র অস্ত্র ভৈলা ডৰ।
সোমাইলা পাশুপত্র তূণে মহেশৰ ॥
পাশুপত্র শৰ যদি তূণত পশিলা।
শুভ শুভ বুলি দেৱে প্রশংসা কৰিলা ॥ ৯১৯
প্রচণ্ড বিশাল বীৰ পাণ্ডুৰ তনয়।
যাৰ ৰণে পাশুপত্র অস্ত্র ভৈলা ভয় ॥
এহি বুলি ব্রহ্মা আদি যত সিদ্ধগণ।
জয় ধনঞ্জয় বুলি ঘোষে ঘনে ঘন ॥ ৯২০
বৈশম্পায়ন বদতি যে শুনা জন্মেজয়।
মাধৱৰ চক্রেক থৈলন্ত ধনঞ্জয় ॥
শাৰঙ্গ ধণুক ধৰিলন্ত বাম কৰে।
হৰক ভেদিলা দশ কোটি দিব্য শৰ ॥ ৯২১
অর্জ্জুনে হৰক বিন্ধিলেক থানে থানে।
কম্পি কম্পি পৰিলেক বৃষভৰ যানে ॥
বৃষভক অর্জ্জুনে হানিলা চাৰি শৰ।
বৃষভক ভেদিলন্ত শৰে অর্জ্জুনৰ ॥ ৯২২
হৰক অর্জ্জুনে প্রহাৰিলা কোটি শৰ।
আকাশ ঢাকিয়া যাই বহ্নিৰ সঞ্চাৰ ॥
হৰৰ হৃদয়ে পৰি পিঠি বাজ ভৈলা।
ফুৰি ফুৰি মহাদেৱ বৃষভে পৰিলা ॥ ৯২৩
পাশুপত্র অস্ত্র পৰি গুছিলেক বল।
বৃষভক হৰে বোলে শীঘ্র কৰি চল ॥
চল চল বৃষভ তই ব্রহ্মাৰ যে পাশ।
অর্জ্জুনৰ শৰে মোৰ নোলায় উশাস ॥ ৯২৪
এহি বুলি হৰে পাচে পাচক নচাই।
বৃষভ সহিতে হৰ শীঘ্রে পলাই যায় ॥
হৰ পলাইলা বুলি হাঁসে দামোদৰ।
শুনি সুশুনিয়া পলাই যায় মহেশ্বৰ ॥ ৯২৫
মহেশ পলাইলা দেখি পাণ্ডুৰ নন্দন।
প্রণাম কৰিয়া প্রহাৰিলা শৰগণ ॥

হৰৰ আগত যাই পৰি শৰে শৰ।
অৰ্জ্জুনৰ অৰ্থে শৰে কৰয় কাতৰ॥ ৯২৬
মহেশক চাই অৰ্জ্জুনৰ সব শৰ।
কৃপা কৰা দোষ প্ৰভু ক্ষমা অৰ্জ্জুনৰ॥
এহি বুলি প্ৰণাম কৰিলা সবে শৰ।
শীঘ্ৰে পশিলন্ত আসি তূণে অৰ্জ্জুনৰ॥ ৯২৭
বায়ুবেগে পলাই যায় গগনৰ কাছে।
থাকিলা লুকাই হৰ ব্ৰহ্মাৰ যে পাচে॥
অৰ্জ্জুনৰ শৰে হৰ বাতুল পৰায়।
মহাভয়ে কম্পয় হৰৰ সৰ্ব্ব কায়॥ ৯২৮
ব্ৰহ্মায়ে দেখন্ত হৰৰ গাৱ নোহে থিৰ।
অৰ্জ্জুনক ভয়ে কম্পে হৰৰ শৰীৰ॥
হৰক সম্মুখি ব্ৰহ্মা বুলিলা বচন।
কিসক কৰাহা ভয় দেৱ ত্ৰিলোচন॥ ৯২৯
পুৰ্ব্বে মোৰ বাক্য মুশুনিলা মহেশ্বৰ।
অৰ্জ্জুনক দিলা যাই দুৰ্ঘোৰ সমৰ॥
যদি তুমি আমি চৰাচৰে দেওঁ ৰণ।
বলে নোৱাৰিবোঁ মই বুলিলোঁ বচন॥ ৯৩০
মহেশ বদতি শুনা দেৱ পশুপতি।
অৰ্জ্জুনে কৰিলা ৰণে মোক বিসঙ্গতি॥
অঙ্গীকাৰ ছন্ন দেখি আত নাই ডৰ।
আতে থাকি ৰণ চাওঁ ইন্দ্ৰ অৰ্জ্জুনৰ॥ ৯৩১
এহি বুলি ব্ৰহ্মাৰ আগত মহেশ্বৰ।
মহাৰঙ্গে থাকি হৰ বৃষভ উপৰ॥
অৰ্জ্জুনক ভয় এৰি দেৱ মহেশ্বৰ।
থাকিলন্ত হৰ বসি গগন ভিতৰ॥ ৯৩২
অৰ্জ্জুন ৰহিলা পাচে শাৰঙ্গক ধৰি।
যেন হাতে চক্ৰ ধৰি থাকিলা শ্ৰীহৰি॥
সেহি মতে ধনঞ্জয় জ্বলন্ত বিৰিঙ্গ।
ভয় ভীত নাই যেন প্ৰমত্ত মাতঙ্গ॥ ৯৩৩

সেহি মতে অৰ্জ্জুন আদ্ভুত লীলা কৰি।
ইন্দ্ৰ আদি দেৱতাৰ থাতু গৈলা উৰি ॥
দেৱতা হৰক কেনে উৎপাত তাক দেখা।
আন সামান্যৰ আৰ তাৰ কোন লেখা ॥ ৯৩৪
দৰ্প কৰি কৃষ্ণ আগে বুলিলন্ত হৰ।
অৰ্জ্জুনৰ হাতে হৰি কৰাইলা সমৰ ॥
অৰ্জ্জুনৰ শৰে পাচে হৰ ভৈলা ত্ৰাস।
মহাভয়ে পলাই গৈলা ব্ৰহ্মাৰ যে পাশ ॥ ৯৩৫
অৰ্জ্জুনৰ সহায় আপুনি বনমালী।
কি কৰিতে পাৰে কোটি কোটি ৰুদ্ৰ মিলি ॥
আকে জানি গৰ্ব্ব নকৰিবা একো জন।
ঝাণ্ট কৰি লৈয়ো সবে কৃষ্ণত শৰণ ॥ ৯৩৬
ক্ষণমাত্ৰ গৰ্ব্ব নসহন্ত দেৱ হৰি।
আকে জানি গৰ্ব্ব নকৰিবা নৰনাৰী ॥
যিতো নৰে গৰ্ব্ব কৰি ফুৰয় বিস্তৰ।
অল্পতে কৰয় চুৰ দেৱ দামোদৰ ॥ ৯৩৭
মাধৱ কন্দলি ৰচিলন্ত ইতো পদ।
আকে শুনি ভৰা সবে দুৰ্ঘোৰ আপদ ॥
অষ্টাদশ পুৰাণৰ ভাগৱত পদ।
হেলা এৰি শুনা সবে যত সভাসদ ॥ ৯৩৮
অষ্টাদশ পুৰাণৰ কথা অনুসাৰ।
দেৱজিত পদ মই কৰিলোঁ প্ৰচাৰ ॥
আকে জানি সভাসদ এৰি আন কাম।
থণ্ডোক পাতক ডাকি বোলা ৰাম ৰাম ॥ ৯৩৯

---

# মাধৱ কন্দলি

## ৰামায়ণ।

### ( উত্তৰাকাণ্ড )

যতে তাৰ কথাক আবে থওঁ এহি মানে।
লৱৰ কুশৰ কথা শুনা সাৱধানে ॥
ৰামক পঠাই ঘৰে যাই তেতিক্ষণে।
লৱক কুশক ঋষি বুলিলা বচনে ॥
হুয়া চিৰঞ্জীবী লৱ কুশ দুই ভাই।
দেশে দেশে ৰামৰ চৰিত্ৰ ফুৰা গাই ॥
নগৰ গ্ৰামৰ সমস্তৰে ৰঞ্জি চিত।
ৰামৰ সভাত গৈয়া গাৱা দুই গীত ॥
যিতো ৰাম মাৰিছিলা প্ৰচণ্ড প্ৰতাপ।
নিজ স্বামী সীতাৰ তোমাৰ নিজ বাপ ॥
শত্ৰুঘন লক্ষণ আথৰ ভৰত।
ৰামৰ কনিষ্ঠ ভাই তোমাৰ খুৰাত ॥
নিচিনিয়া পিতাপুত্ৰে কৰিলা সমৰ।
আমাৰ আদেশে গীত গাৱা নিৰন্তৰ ॥
শুনিয়া সন্তোষ হৈব ৰাঘৱৰ মন।
দুই হাস্তক সান্তৰিয়া দিবে বহু ধন ॥
নলৈবাহা একো তোৰা আমাৰ বচনে।
ৰামৰ চৰিত্ৰ মাত্ৰ গাইবা একেমনে ॥
বাল্মীকিৰ আজ্ঞা দুয়ো ধৰিয়া শিৰত।
শুনাই ৰামায়ণ গীত ভ্ৰমাই লোকত ॥
কৰ্ণৰ অমৃত ৰস ৰামৰ চৰিত্ৰ।
দুয়ো ৰঙ্গে নাচে গায়ে লোক ৰঞ্জি চিত্ত ॥

পৰম গম্ভীৰ ধীৰ সুবদ্ধি সুস্থিৰ।
অনন্তৰে পাইলা গৈয়া গোমিত্ৰৰ তীৰ ॥
ৰামৰ নিকট আসি ভৈলন্ত প্ৰবেশ।
হাতে তাল ধৰি দুয়ো সুন্দৰ সুবেশ ॥
যন্ত্ৰ সব বজন্তে শুনন্তে মনোহৰ।
এৰি ভাতি পানী প্ৰজা শুনে নিৰন্তৰ ॥
ৰামৰ জন্মৰ পৰা ৰাৱণাৰ বধ।
ৰামায়ণ শুনে সবে নব নত বদ্ধ ॥
কোকিলাৰ স্বৰত অমৃত কৰে বৃষ্টি।
চাৰে চতুৰ্দ্দিতি নৰনাৰী একদৃষ্টি ॥
গুণে ৰূপে গীতে আতি লোক ভৈলা ভোল।
পৰম নগৰী নাৰী সবে নেড়ে কোল ॥
অমৃত সমান নাগ শুনন্তে সুবেশ।
শুনি মুহে চক্ষু কেহো নকৰে নিমিষ ॥
লৱৰ কুশৰ গীতে ভোল সৰ্ব্বজন।
আছে মানে সৰ্ব্বস্ব তাৰাক দেই দান ॥
বস্ত্ৰ অলঙ্কাৰ কেহো যাচে পঞ্চামৃত।
পঞ্চিশ বেঞ্জনে দেই ভোজনে অমৃত ॥
ফলমূল ভোজন বাকলি পৰিধান।
নলাগই বলি হাসি দেই সমিধান ॥
আমি বনবাসীৰ ধনত কোন কাজ।
দেখিয়া বিস্ময় আতি হৱে সমৰাজ ॥
আনন্দে ভৰিলা হিয়া হৰষিত মন।
শ্ৰীৰামৰ আগে পাত্ৰ লোকে দিলা জান ॥
কৈবা দুই গুটি শিশু আতি সুকুমাৰ।
গাৱে আদি অন্তে প্ৰভু চৰিত্ৰ তোমাৰ ॥
স্বৰ্গ মৰ্ত্ত্য পাতালৰ গীতাল যতেক।
তোমাৰ প্ৰসাদে প্ৰভু দেখিলোঁ প্ৰত্যেক ॥
একোৱে পুৰুষে নতু শুনে হেন গীত।
কোকিলৰ স্বৰসম বৰিষে অমৃত ॥

শুনি ৰামে দিলা ভৰতক সম্বিধান।
দূত পঠাই শিশু দুইক ইঠায়ক আন॥
শিখিলেক কৈত গীত কাহাৰ কুমাৰ।
কেনেবাযে শুন্দু গায়ে চৰিত্ৰ আমাৰ॥
ৰামৰ বচন শুনি সুমিত্ৰাৰ সূত।
বাছি বাছি পাঞ্চিল কুশল চাৰি দূত॥
পৰম হৰিষে ৰঙ্গে গান্তে আছে গীত।
কোকিলৰ স্বৰ যেন বৰিষে অমৃত॥
গায়ন্তে আছন্ত গীত ৰঙ্গে দুই ভাই।
নিবেদিলা দূতে আসি আদেশ বোলয়॥
ৰাজাৰ আজ্ঞাক পালি চলিয়ো ত্বৰিত।
ৰাজসমাজত গৈয়া দুয়ো গায়া গীত॥
দেখিবাক ইচ্ছা বৰ কৰন্ত ৰাঘৱে।
হেন শুনি আনন্দে লৱিলা কুশ লৱে॥
ৰূপে অনুপম দুয়ো সীতাৰ সন্ততি।
গজপতিগমন গম্ভীৰ থিৰমতি॥
চলিলন্ত ৰাঘৱৰ সমীপক প্ৰতি।
বেঢ়িলন্ত নাৰী সবে চলিলা উভতি॥
বসিয়া আচন্ত ৰাম ৰত্নসিংহাসনে।
উপাসন্ত শত্ৰুঘন ভৰত লক্ষ্মণে॥
খনেক নৃপতি কৃতাঞ্জলি স্তুতি কৰে।
শ্বেতছত্ৰ তুলি ধৰি বিছন্তে চামৰে॥
গাল্লব গৌতম সান্ত সুমন্ত কাৰ্ত্তিক।
অস্থি বিশ্বামিত্ৰ অত্ৰি অগস্তি নিটিক॥
পুলস্তি পুলহ বিষ্ণু বশিষ্ঠ প্ৰমুখ্যে।
আচন্ত কৌতুকে বসি এক পাষে চক্ষে॥
বিভীষণ জাম্বৱন্ত আৰ হনুমন্ত।
নলনীল প্ৰমুখ্যে বানৰ অপৰ্য্যন্ত॥
লক্ষ লক্ষ বানৰ ভালুক কোটি কোটি।
চৌপাশে উপাসি পৰি কৰি লাটিমুটি॥০

গাৱে অপেস্বৰা বিদ্যাধৰে কৰে নাট।
গাৱে গীত গন্ধৰ্ব্বে চপয়া পৰে ভাট॥
কুসুম বৰিষে সিদ্ধ স্বনী বিদ্যাধৰ।
বসিয়া আচন্ত ৰাম হেন চমৎকাৰ॥
ৰত্নময় সিংহাসনে কৰন্ত প্ৰকাশ।
চাৰু শ্যাম তনু তাতে শোভে পীত বাস॥
শিৰ চক্ৰ কুত কেশ নিলখ কুচিত।
সুন্দৰ ললাটে জ্বলে তিলক লতিত॥
অলকা পঙ্কতি ৰত্ন কিৰীটি উজ্জ্বল।
ৰুচিকৰ কৰে মণি মকৰকুণ্ডল॥
ভ্ৰুৱ সুবলিত নেত্ৰ পঙ্কজ পৰায়।
সুবেশ নাশিকা ওষ্ঠ কণ্ঠ অভিনয়॥
নিবিড় দশন জলে মুকুতাৰ পান্তি।
ভ্ৰুবযুগ কেয়ুৰ কঙ্কণে কৰে কান্তি॥
আৰ কত কৰক দেখন্তে আতি তুষ্টি।
সুদীৰ্ঘ আঙ্গুলি তাতে ৰত্নৰ আঙ্গুষ্টি॥
মনোহৰ হিয়ে মণি মুকুতাৰ মালা।
কটিত মেখলা ৰত্ন চিকিমিকি জালা॥
সুবলিত উৰু আৰাকত পদতল।
ৰত্নৰ মুপৰ জ্বলে চৰণকমল॥
নয়ন ৰচিত দ্যুতিমন্ত কামদেৱ।
সুৰাসুৰে উপাসি চৌপাশে কৰে সেৱ॥
শাৰি শাৰি তুলি ধৰি আছে ছত্ৰদণ্ড।
শৰীৰৰ জ্যোতি প্ৰকাশন্ত সভাখণ্ড॥
হেন চমৎকাৰে বসি আছন্ত ৰাঘৱ।
সেহি সময়ন্তে প্ৰবেশিলা কুশ লৱ॥
নগৰীয়া লোকে আসে লগতে উভতি।
দেখি সমজ্যাৰ প্ৰজা চাৱে চতুৰ্ভীতি॥
ৰামৰ আদেশে সেহি সভামধ্যে উঠি।
মেৰুত প্ৰকাশে যেন চন্দ্ৰমা দুই গুটি॥

ৰামৰ সমান শ্যাম তনু ৰূপে কান্তি।
দাড়িম্বৰ বীজ যেন দন্তে দুই পান্তি॥
পদ্মপত্ৰ সম সেহি আয়ত লোচন।
ৰুচিকৰ কৰ্ণ মুখে মধুৰ বচন॥
শিৰ চক্ৰে কুটি নীল আকুঞ্চিত চুলি।
আজানুলম্বিত বাহু সুদীৰ্ঘ আঙ্গুলি॥
আৰকত অধৰ যে কম্বুকণ্ঠ গল।
ৰামৰ সদৃশ দুইৰ দেখি বক্ষস্থল॥
সিংহবন্ধ কটি কন্ধ উৰু কৰিকৰ।
শিশু দুইক দেখি আতি আনন্দ লোকৰ॥
পৰিল নিযম প্ৰজা নিৰখিয়া কান্তি।
শিশু দুইক চাই চাহে ৰাঘৱৰ ভীতি॥
নাহি ভেদাভেদ ৰাম সমে একো কায়া।
দৰ্পণত দেখি যেন ৰাঘৱৰ ছায়া॥
ঘনে ঘনে বোলে কিনু দুয়ো সুকুমাৰ।
সকল শোভন দেহা ৰামৰ আকাৰ॥
সেহি সুখ হাসি সুবলিত হাত পাৱ।
ইটো দুইৰ কোননো সুবৰ্ণমুখী মাৱ॥
জয়মনি বদতি শুনিয়ো জন্মিজয়।
এহি মতে লোকে সবে পৰমবিস্ময়॥
জোৰ-হস্ত নভেলে বাকল চিৰধাৰী।
ৰামৰ কুমাৰ হেন বুলিবাক পাৰি॥
হনুমন্ত শত্ৰুঘন লক্ষণ ভৰত।
পৰম বিস্ময় কথা কহন্ত কৰ্ণত॥
বনবাসে গৈলা সীতা শান্তি গৰ্ভৱতী।
তাহাৰ তনয় ইটো ৰামৰ সন্ততি॥
সীতা বিনে নাহি ৰাঘৱৰ ভাৰ্য্যা আন।
কেন মতে ৰূপে ভৈলা ৰামৰ সমান॥
গুণন্ত মনত ৰামচন্দ্ৰ কৃপাময়।
এহি দুই ৰঘুবংশ জানিলো নিশ্চয়॥

আনন্দে নধৰে হিয়া শিহৰে শৰীৰ ।
মহাস্নেহে চক্ষুৰ আপুনি বহে নীৰ ॥
দুইৰো ৰূপ দেখি কেন আনন্দ হৃদয় ।
দুইকো নিৰখিয়া লোক ভৈলন্ত বিস্ময় ॥
অল্প বয়সত শিশু দুই মহাগুণী ।
হেন ৰূপে ঋষিৰ তনয় নাহি শুনি ॥
এই বুলি ৰামে পাছে বুলিলা বচন ।
শুনি আছোঁ তোৰা দুই পৰম গায়ন ॥
জানিলো গীতত তুমি সব সুশিক্ষিত ।
কেন কথা ৰামায়ণ গায়া শুদ্ধ গীত ॥
শুনি পাছে ৰামৰ আদেশ দুই ভাই ।
দিলা ৰাগ দুয়ো পাছে পঞ্চম উড়াই ॥
একজনে তাল এক জনে যন্ত্ৰ বাই ।
তাল সমে ঘোৰ নাদ পঞ্চম উহাই ॥
প্ৰথমে ধৰিল আদিকাণ্ড ৰামায়ণ ।
কৈলা সূৰ্য্য বংশ যত যত মহাজন ॥
ইক্ষাকু কাকুস্থ অজ ৰঘু নৃপবৰ ।
ভৈলা দশৰথ ৰাজা সূৰ্য্যবংশধৰ ॥
বলে বিক্তে সমচৰ সুহি পুৰন্দৰ ।
ক্ষমায় ধৰণী ধৈৰ্য্যে গম্ভীৰসাগৰ ॥
প্ৰতাপত আদিত্য ক্ৰোধত যেন যম ।
নাহি সুপূজিবো ৰাজা দশৰথ সম ॥
শচীত অধিক তান তিনি পটেশ্বৰী ।
কৌশল্যা সুমিত্ৰা আৰু কৈকেয়ী সুন্দৰী ॥
তিনিত ভৈলন্ত পাছে চাৰি পুত্ৰ জাত ।
জেষ্ঠ ভৈলা ৰামচন্দ্ৰ গৰ্ভে কৌশল্যাত ॥
কৈকেয়ীত ভৈলন্ত ভৰত উতপন্ন ।
সুমিত্ৰাত ভৈলন্ত লক্ষ্মণ শত্ৰুঘন ॥
কৰন্ত ভকতি নিজে ৰামৰ চৰণে ।
গম্ভীৰসাগৰ অতি ৰামচন্দ্ৰ য়েনে ॥

পৰম পুৰুষ শান্ত শীতল স্বভাব।
ভৈলা লোকৰঞ্জণ প্ৰজাৰ বাপ মাৱ॥
কোনে কহিবেক তাত মহিমা অপাৰ।
গাৱে কুশ লৱে আদিকাণ্ড ৰামায়ণ॥
কোকিলাৰ স্বৰ যেন তালে আনে বদি।
শুনন্তে অমৃত আন ভীতি কাণ নেদি॥
ৰামৰ চৰিত্ৰৰস পৰম অমৃত।
নিষম পৰিয়া প্ৰজা শুনে আনন্দিত॥
কিবা সোপানত কিবা শুনন্তে সচিতে।
কিবা পৃথিবীত কিবা আছন্তে স্বৰ্গতে॥
ক্ষুধা ভুখ নলাগয় নাহি অন্ন পান।
শিশু দুইৰ গীততে লাগিল যেন ধ্যান॥
উত্তৰকাণ্ডৰ পদ শুনা সভাসদ।
তাহাৰ কীৰ্ত্তনে তৰে যাতনা আপদ॥
কলিত সদগতি নাহি বিনে হৰি নাম।
মাধৱ কন্দলি ভণে বোলা ৰাম ৰাম॥

---

# কবিৰত্ন সৰস্বতী

## মহাভাৰত ।

### ( দ্ৰোণ পৰ্ব্ব )

### কৈলাস বৰ্ণনা ।

জয় মধুসূদন নৰক নাশন,
কংস কেশী নিসূদন ।
নিৰাকাৰ হৰি ভব ভয় হাৰী,
ভকত জন ৰঞ্জণ ॥
মায়া বিভঞ্জন নমো নাৰায়ণ
পুৰাণ পুৰুষ হৰি ।
ভাৰত কথাৰ ভনিবো পয়াৰ,
তযু পদ অনুসৰি ॥
ফটিক প্ৰকাশ হৰৰ কৈলাস,
জ্বলে নানা ৰত্নময় ।
অজ্ঞান বাঢ়ক দেখি পৰতেক,
অনেক বৃক্ষ নিচয় ॥
আম যাম চাম আতি অভিৰাম,
শাল তাল ভাল দেখি ।
ফুলিল কণ্টকী সুবৰ্ণ কেতকা,
ফুল মধ্যে যাক লেখি ॥
গুৱা নাৰিকল জৰা পনিয়ল,
লেতেকু টেঙ্গা দাড়িম্ব ।
ঘোলেঙ্গ মধুৰী আছে ডাল ভৰি,
ৰসে টুপ টুপ জিম্ব ॥

কমলা কপুৰা যেন চেনিচূড়া
স্বাদত আমোলমোল।
পড়ণ্টা কণ্টুক আছে জোক জোক
দৰশনে হোৱে ভোল॥

দেবতাৰি লিয়া বেঙুয়া মুৰিয়া
জোণ্টা ফল জৰা ফল।
নানা ফল ছয় বৃক্ষত শোভয়
কত নাম কৈবো তাৰ॥

শীতল নিৰ্ম্মল সৰোবৰে জল,
বুৰো বুৰো কৰে তীৰ।
আছো স্নান পান দেখি সুস্থ মন,
নিৰ্ম্মল মন শৰীৰ॥

অমল কমল সুকোমল দল,
ফুলি ফুলি ভাল শোভে।
পৰি মধুকৰ গুঞ্জে ৰুচিকৰ,
তাৰ মধু পান লোভে॥

ভ্ৰমে জাকে জাক হংস চক্ৰবাক,
জলচৰ পক্ষীগণ।
ক্ষণে ক্ষণে উৰি ফুৰি ফুৰি পৰি,
জলত কৰে ক্ৰীড়ণ॥

লবঙ্গ মালতী ফুলিল সেউতি,
কুন্দ কুৰুবক জাই।
চম্পা নাগেশ্বৰ শিৰিষ বিস্তৰ,
হাত মেলি ফুল পাই॥

ৰাঙ্গণ বৈৰঙী আছে থুপি থুপি
তগৰ জয়ন্ত মালী।
ফুলভৰে হালি পৰে দাল ভাঙ্গি
ফুলিল বকুল জালি॥

ফুলিছে বন্ধুলী গন্ধে মাহি তুলি
কদম্ব দেখি শোভন ।
কেতেকী প্ৰচুৰ কনক ধুত্তুৰ
নেৱালি মাৰি দৰ্শন ॥

ফুলিল শেৱালী পৰে হালি হালি
ফুলভৰে ভাগে ডাল ।
হেমময় শোভন বিচিত্ৰ উদ্যান,
ফুল তথা সৰ্ব্বকাল ॥

যত মনোহৰ মন্দাৰ কুসুম
পাৰিজাত তথা আছে ।
স্থল অতিময় কুসুম পল্লৱ,
দেখি ভাল গাছে গাছে ॥

তাত কল্পতৰু আছয় অগৰু
শুনা তাত কোন কথা ।
মহাতৰুবৰ মাগি পাইলা বৰ
মনে অভিলাষী তথা ॥

বসন্ত মিলিল আষাঢ়ে কোকিল,
বহয় মলয়া বায় ।
ভ্ৰমৰা গুঞ্জৰি চিত্ত চুৰি কৰি,
কোকিলে তেজিল ৰায় ॥

দাৰুণ বিৰহে শৰীৰে নসহে
যতেক বিৰহী জন ।
পাঞ্চ পাঞ্চ বাণে দুঃসহ সন্ধানে
হৃদয়ে দহে মদন ॥

দেৱ শঙ্কৰৰ চাৰু গিৰিবৰ,
ৰত্নময় মহাথান ।
থিৰতৰ মনে নানা সিদ্ধগণে,
কৰন্ত যোগ ধিয়ান ॥

মৃগচৰ্ম্ম পৰি পদ্মাসন কৰি,
গিৰি-গহ্বৰত বসি ।
নানাবিধ ব্ৰতে শিৱক সন্ততে
পূজন্ত যত তপস্বী ॥

কৰ্ণে তাম্ৰ কৰি মৃগৰ ছৱৰী
পিন্ধন্তে কণ্টয় ভূল ।
কৰত ডম্বৰু গাৱে সুৰগুৰু
হৰক স্তুতি মঙ্গল ॥

ব্ৰহ্মা নাৰায়ণ আদি দেৱগণে,
তথাত্ত কৰে স্তুতি ।
নানা উপহাৰে বিবিধ প্ৰকাৰে,
নিতে পূজে সুৰপতি ॥

নানাঋষিগণ অতি শুদ্ধমন
জানে তত্ত বেদসাৰ ।
অতি দীৰ্ঘস্বৰে শিষ্যক পঢ়াৱে
মধুৰ শুনি সুস্বৰ ॥

জানে পদক্ৰম কৰি তত্ত সম,
চৈধ্য শাস্ত্ৰ চাৰি বেদ ।
যত তপ ব্ৰত কৰে মনুষ্যত,
দিনেকো নাই বিচ্ছেদ ॥

কাব্য কোষ যত পুৰাণ ভাৰত,
নাটক তৰ্ক খণ্ডন ।
তথা অহৰ্নিশে পঢ়ে বহু বিধে,
যাহাৰ যাহাক মন ॥

বেদান্ত কাহিনী ব্যাসক প্ৰণামি,
কৰন্ত স্তুতি বিচাৰ ।
যতেক প্ৰত্যেক সকলে ততেক,
একে বিষ্ণুমন্ত্ৰ সাৰ ॥

ৰক্ত ভূতগণ কৰন্ত প্ৰণাম,
প্ৰথমে নাম ৰখানি।
দেখন্তে বিকৃত ৰূপে ভয় ভীত,
কাৰো গদগদ বাণী॥

কাৰো নাহি শিৰ কমন্ধ শৰীৰ,
কাৰো হাণ্ডি হেন পেট।
গলত গণ্ডল কোৰত কুকণ্ড
চাপৰি নেদেখে হেঠ॥

কাৰো নাহি ভাবি থাকে পাৰি পৰি,
কাহাৰো অনেক পাৱ।
কাৰো হাতে খণ্ডা কতো মণ্ড খণ্ডা
কাৰো বহুতৰ গাৱ॥

কুলা হেন কাণ লৰে ঘনে ঘন,
কূপ হেন চক্ষু দুই।
বদন ভিতৰ পৰ্ব্বত গহ্বৰ,
দেখি ভয় ভীত হুই॥

কতো দুই পাৱ পশুৰ আকাৰ
নিষ্ঠুৰ বিকৃত মাত।
ধুৰি ৰুৰি গৈল প্ৰকটিত ভৈল
মুখত বিকৃত দন্ত॥

হেন কুশোভন শিৱ সেনাগণ,
ভ্ৰমে তথা নানা ভাৱে।
দেখি ভয়ঙ্কৰ পাণ্ডু তনয়ৰ,
সপোনন্তে কাম্পে গাৱে॥

স্বভাৱে শোভন অপেশ্বৰা গণ,
মদন চকিত ভাৱ।
উন্নত কঠিন ঘন পীন স্তন,
ভাৰে অৱনত গাৱ॥

সহজে চঞ্চলি মদনে বিকলি,
নির্ভয়ে তৰুণী জন।
কাম ভাৱে পাশে ৰতিৰঙ্গ ৰসে,
কৰে প্ৰভু সুমৰণ॥

তান নখে ক্ষত সুৰত্ন বেকত
নাগৰ প্ৰভুৰ সঙ্গে।
খোপা সুলকিল কুসুম খসিল,
নির্ভৰ সুৰতি ৰঙ্গে॥

নিদ্ৰা বিৰহণে আনন্দ নয়নে,
অধৰ দশন যায়।
ৰজনী প্ৰসন্ন নৰনাৰীগণ,
চলে আপোনাৰ ঠাঁয়॥

তিনি চাৰি নাৰী হাতে হাতে ধৰি,
পথত ৰঙ্গে লৱৰে।
গাৱত চঞ্চল নেত্ৰৰ আঞ্চল,
বাৰে হালি হালি পৰে॥

যৌবনৰ ভৰে চলে ধীৰে ধীৰে,
দুঃসহ নিতম্ব ভৰে।
নয়ন কটাক্ষে বদন নিৰখে,
চিন্তনে চিত্ত বিকাৰে॥

ঘোৰ কাম বাণে দুঃসহ সন্ধানে
সহিব কাৰ পৰাণে।
মান পৰিহৰি কেহো ৰমনাৰী
চলি গৈলা প্ৰভু থানে॥

হেনয় অনেক তথাপি ৰসক
দেখিলা নাৰীৰ কৰ্ম্ম।
কৰিবো বৰ্ণন জানে বধুজন,
পাপবো নজানে মৰ্ম্ম॥

নৃপ শিৰোমণি দেৱ মহামানী
দুৰ্লভনাৰাণ ৰাজা।
নিতে পুত্ৰৱতে পালিলা সততে,
পৃথিৱীৰ যত প্ৰজা॥

তাহান তনয় ভৈল ধৰ্ম্মময়,
ইন্দ্ৰনাৰায়ণ দেৱ।
মহাবীৰ ধীৰ স্বভাবে গম্ভীৰ,
নিতে কৃত্য হৰি দেৱ॥

নিজ বাহু বলে পাইল অবিকলে
অখণ্ড মহীমণ্ডলে।
যাত খাটে নামি সততে প্ৰণামি
বিপক্ষ নৃপসকলে॥

যত সৰ্ব্বক্ষণ ইন্দ্ৰনাৰায়ণ,
বৰ দেহু সদাশিৱ।
হোক নৰেশ্বৰ পাঞ্চ গৌৰেশ্বৰ,
পিতা পুত্ৰে চিৰঞ্জীৱ॥

ছোটশিলা নাম আছে এক গ্ৰাম,
যত গ্ৰাম মধ্যে সাৰ।
আছিল তথাত জগত প্ৰখ্যাত,
চক্ৰপাণি শিকদাৰ॥

পটু নৰবৰ কায়স্থ প্ৰবৰ,
ধৰ্ম্মৱন্ত মহাযশী।
পণ্ডিত তিলক কুল প্ৰকাশক,
নিষ্কলঙ্ক যেন শশী॥

দেৱ দ্বিজগণ কৰিলা পূজন,
সঘনে ধৰ্ম্ম প্ৰসঙ্গ।
নিত্য উপগত যাৰ অভ্যাগত,
নভৈলেক আশা ভঙ্গ॥

নিজগুণ বলে লভিল সকলে
ধন ধান সতকাৰ।
নৃপতি প্ৰধান দুৰ্লভনাৰাণ,
প্ৰসংশয় বাৰে বাৰ॥

ভানে পৰলোক ভৈল সৰ্ব্বে শোক,
নিজ তনু ভঙ্গে ৰণে।
মেৰু ভঙ্গ যেন সিন্ধু ভৈলা পঙ্ক,
মাণিক বিন্ধিলা ঘুণে॥

তাহান তনয় আতি শুভময়,
কবিৰত্ন সৰস্বতী।
দ্ৰোণ পৰ্ব্ব পদ জয়দ্ৰথ বধ,
কৌতূহলে নিগদতি॥

---

# দুৰ্গাবৰি

## অৰণ্যকাণ্ড

### ৰাগ—মঞ্জুৰি

ৰাম আইলৰে বনেৰ মৃগ মাৰি—
ৰাম আইলৰে।
মৃগ মাৰি নেদেখিয়া সীতা,
সীতা সীতা বুলি ডাকে ৰঘুনাথ। (ৰাম আইলৰে।)
লক্ষ্মণক চাই বোলে বাণী
কি কাৰণে তেজিলা গোসানী।
(ৰঘুনাথ ৰাম আইলৰে।)
যেন বজ্ৰ পৰিলেক মাথে—
ৰেখাৰ বাহিৰে খোজ দেখি ৰঘুনাথে।
হাহা প্ৰিয়া কোথা গৈলা এৰি—
নিদান কালত দুই ভাই থাকো বেৰি।
ধন জন নকৰোহো সাৰ—
প্ৰিয়া অবিহনে দেখোঁ দিনতে আধাৰ।
কহে দুৰ্গাবৰে ৰামৰ চৰণে।
প্ৰভু কান্দে মোহা শোক ত্ৰাসে॥

### ৰাগ—বেলোয়াৰ

সীতাক হৰিলা যেবে ৰাঘৱ আসিলা তেবে হে—
আসিলা গোসাই মৃগ মাৰি।
কপট কৰিয়া দূৰ পশিলা অন্তেসপুৰএ
ঘৰে নাহি জনক ঝিয়াৰি॥

নেদেখি সীতাৰ মুখ মনত লাগিল দুখ
লক্ষ্মণত পোছে নাৰায়ণ।
কহিয়ো স্বৰূপ বোল তেজিয়া মোহোৰ কোল এ
গৈলা প্ৰিয়া কাহাৰ সদন॥
তোমাক মেঢ়ত থৈয়া হাতত সাৰঙ্গ লৈয়া
প্ৰবেশিলো গহনৰ মাজ।
মায়াবি মৃগৰ তৰে গৈলো মই একেশ্বৰে এ
এথা কোনে কৰিলা অকাজ॥
বুলিলো বচন যত সকলে কৰিলি হত
কথাক নলৈলা তোৰ মন।
তোমাৰ নিমিত্তে মোৰ প্ৰিয়াক কৰিলা চোৰ এ
কি অকাজ কৰিলা লক্ষ্মণ॥
শ্ৰীৰামৰ যে বচন বদন্তি যে লক্ষ্মণ
অতিশয় সঙ্কোচিত মনে।
নাহি মোৰ কিছো দোষ অকাৰণে কৰা ৰোষ এ
কবি দুৰ্গাবৰ দাসে ভণে॥

ৰাগ—বৰাৰি

নাজানো স্বৰূপ দাদাহে—

দাদা দোষ নাই মোৰ।
বিৰলে সীতাক হৰি নিল কোন চোৰ॥
মৃগে যে কাঢ়িলা ৰাৱ তোমাৰ সদৃশ।
শুনিয়া সীতাৰ মনে ভৈলা বিসদৃশ॥
প্ৰভুক মাৰয় শুনো কোন বিৰসণে।
এহি বুলি মোহোক পাঠিলা তেতিক্ষণে॥
আৰু যি বুলিলা তাক কহিবাক পাপ।
আৰ কথা কহো শুনা জগতৰ বাপ॥
ৰাম অবিহনে তোৰ মোক হাৰিলাস।
হেন বাক্য শুনিয়া মোহোৰ মোহো ত্ৰাস॥

শুনিয়া অন্তৰ ভৈলোহে কুখ্যাতি বচনে।
অন্তৰিয়া গৈলো মঞি তোমাৰ কাৰণে।
লক্ষ্মণে কহিলা কথা ৰামৰ আগত।
বিষাদ লাগিল প্ৰভু ৰামৰ মনত ॥
বিষাদত নয়নৰ নীৰ বহি যাই।
বৈদেহি-হৰণ পদ দুৰ্গাবৰে গাই ॥

## পদ

ভ্ৰাতৃৰ বচন শুনি থাকিলন্ত বসি।
মেঘত ঢাকিলা যেন পূৰ্ণিমাৰ শশী ॥
লোতকে তিতিল নেত্ৰ মলিন বদন।
সীতাশোকে আকুল ব্যাকুল নাৰায়ণ ॥
কিবা জীয়া জন্তুক দেখিয়া বিদ্যমান।
ত্ৰাস হৈয়া গৈলা কিবা হঠাতে প্ৰমাণ ॥
আমাক উদ্দেশি সীতা গৈলা স্বৰূপত।
জানোবা আছয় এহি অৰণ্য মাজত ॥
এহি বুলি লক্ষ্মণক কহিলন্ত ৰাম।
ক্ষেণেতেক ভাই তুমি কৰিয়ো বিশ্ৰাম ॥
এতিক্ষণে অৰণ্যত চাহি আহো যাই।
মৃগ ৰক্ষা কৰিয়া থাকিবা তুমি ভাই ॥
ভিতৰে বাহিৰে অৰণ্যৰ থানে থানে।
কতো দুৰ বিচাৰি আহিবো এহিক্ষণে ॥
ঠাই ঠাই বিচাৰ কৰিলা দামোদৰ।
বৃক্ষৰ কোটৰ গিৰি পৰ্ব্বত গহ্বৰ ॥
লতায়ে বেঢ়িলা জত বৃক্ষ অন্ধকাৰ।
তাকো ৰামদেৱে বিচাৰিলা বাৰেবাৰ ॥
লতা উপবনচয় নদনদি তীৰে।
চাহিলন্ত নানা থানে ৰাম গদাধৰে ॥

একেশ্বৰে ৰাঘৱ ভ্ৰমন্ত নানা থানে।
অতি উত্ৰাৱল চিত্ত সীতাৰ কাৰণে॥
অনেক বিচাৰ কৰি উদ্দেশ নপাইলা।
মেঢ় মন্দিৰক লাগি পুনুৰুপি আইলা॥
শূন্য মেঢ় দেখি প্ৰভু বিয়াকুল মনে।
হা সীতা বুলি ৰাৱ পাৰে ঘনে ঘনে॥
চিত্ত থিৰ নহয় সুমৰি প্ৰাণপ্ৰিয়া।
ভণে দুৰ্গাবৰ ৰামচৰণ ভাবিয়া॥

ৰাগ—অহিৰ

অ কি লখ্‌মন—
গৈলা সীতা মোক উপেক্ষিয়া।
তৃণত শয়ন মোৰ বল্ক পৰিধান হে—
এহি দুখ মনে আলচিয়া॥
এবেসে জানিলো সীতা—
ৰামৰ সুহৃদ নোহে—
এৰি মোক গৈলা কোন ভিতা।
একক লক্ষ্মণ যেন—
আমিয়ো ভৈলো হো তেন হে—
সহজে চঞ্চল তিৰি জাতি।
সম্পদে সুন্দৰী নাৰী—
আপদে পলাইলা এৰি
মই তাক জানোহো স্বৰূপে।
জনক দুহিতা হুয়া
স্বামীক তেজিলা হে—
কেনে জীয়ো এতেক সন্তাপে॥
আথুটি কৰিয়া মোক—
মৃগক পঠাইলা হে—

তোমাকো পঠাইলা ক্রোধ কৰি।
মই নজানিলো তান
কপট হৃদয় প্রাণ
তিৰি মায়া বুঝিতে নপাৰি॥
সুবৰ্ণৰ মৃগ মাৰি
যতনে আনিলো হে—
ৰত্ন জেউতি জলয় পিঠিত।
ৰূপাৰ চৰণ চাৰু
শোভন কৰয় হে—
হেন মৃগ দিবো কাৰ হাতে।
হাতৰ গাণ্ডিৱ বামে
আছৰি পেলালা হে—
ঘনে ছাৰে দীৰ্ঘ যে নিশ্বাস।
শ্রীৰাম চৰণ যুগ
প্রণতি কৰিয়া কহে—
কবি ভণে দুর্গাবৰ দাসে॥

ৰাগ—চালনি

শুন শুন প্রাণ লক্ষণৰে ভাই
ক্যক লৈয়া বঞ্চিবোহো বোনে।
প্রাণৰ কামিনী সীতা হৰুৱাইলো
কাহাক চাইবো নয়নে॥
এখানে আছিলো ৰমণী সহিতে
খেলাই পাশাৰ শাৰি।
কোন মন্দক্ষণে মই পাপ কৰিলো
হৰাইলো কুলৰ নাৰী॥
মনুষ্য সঞ্চাৰ নাহি দণ্ডকাত
আৰু নানা পশু পক্ষী।
ইহাৰ মধ্যত কোনে হৰিলেক
একেশ্বৰী সীতা দেখি॥

মেঢ় যে মন্দিৰ নলাগে গম্ভীৰ
মুগুনি সীতাৰ ৰায় ।
পাশা গুটিগণ সকলে আচয়
প্ৰিয়া গৈলা কোন ঠাৱ ॥
পৰ্ব্বতে পৰ্ব্বতে ঘুৰিলো সমস্তে
ঋষি তপ কৰে যথা ।
নদী সৰোবৰ গিৰিযে গভৰ
বিচাৰি নপাইলো সীতা ॥
অতি অল্পজ্ঞান বালকসমান
নোহয় চতুৰা নাৰী ।
অতিশয় বালা অতি আলাভোলা
অৱলা ৰাজকুমাৰী ॥
অন্ধকাৰময় নাহি পন্থচয়
নজানি দিশ বিদিশ ।
হেন গহনত গৈলা কোন মত
ভৈলা অতি বিসদৃশ ॥
লক্ষণ বদন চাহি ঘনে ঘন
কাৰুণ্য কৰে শ্ৰীৰাম ।
বোলে দুৰ্গাবৰে ৰামৰ কিঙ্কৰে
লেচাৰি অতি উপাম ॥

পদ

কান্দন্তে কান্দন্তে ৰাম অচেতন ভৈলা ।
ধৰণি উপৰে পৰি মূৰ্চ্ছাগত হৈলা ॥
ক্ষণে মূৰ্চ্ছা যায় ক্ষণে চেতন লভয় ।
চঞ্চল চৰিত্ৰ ৰাম বাতুল্য পৰয় ॥
উঠে বৈসে গুণে শত সহস্ৰেক বাৰ ।
অসন্তোষ মনত কৰয় হাহাকাৰ ॥

মেঢ় মন্দিৰত বসি গুণন্ত শ্ৰীৰাম।
পতি বচনতে মাত্ৰ সীতা সীতা নাম॥
কোনে সম্ভাষিবে মোক মধুৰ বচনে।
কাহাক তুষিবো মই চুমা আলিঙ্গনে॥
কাৰ সঙ্গে ৰঙ্গে নিতে থাকিবো কৌতুকে।
অনাথিতি কৰি প্ৰিয়া এৰিলিহি মোকে॥
আৰ কাক চাহিয়া থাকিবো অনুক্ষণে।
কাৰ অলঙ্কাৰ মই পিন্ধিবো আপুনে॥
কোনে আসি হৈবো মোৰ লগৰ সৈভাৰি।
কাক লইয়া যাইবো মই অযোধ্যা নগৰী॥
প্ৰথমা যৌৱনী যে কোমল অঙ্গ তান।
মোহোক বঞ্চিয়া তই গৈলি কোন থান॥
মোক ছাৰি থাকিবি কাহাৰ আজ্ঞা পালি।
হাহা বিধি কাহাক ৰাখিবো আমি ভালি॥
কহিত বিচাৰো মই নিলে কোনে সীতা।
প্ৰাণৰ সুহৃদ সুচৰিতা গুণনীতা॥
কহিত আছয় কোনে দিবেক উদ্দিশ।
ভণে দুৰ্গাবৰে ৰাম চৰিত্ৰ বিশেষ॥

ৰাগ—অহিৰ।

অ কি লখ্মন—

প্ৰিয়া কোনে লৈলেক হৰিয়া।
সীতাক নেদেখি মোৰ অথন্তৰ ভৈলা ঘোৰ
ঘনে ঘনে পোৰে মোৰ হিয়া॥
দুনাই সীতাক মই লাগ নপাইলে ভাই
মৰিবো গৰল বিষ খায়া।
কৈক যাইবো কোনে কব কৈতে বা উদ্দিশ পাইবো
কোনে প্ৰিয়াক দিবো বা দেখায়া॥

যথাতে উদ্দিশ পায়ো তথাতে চলিয়া যায়ো
যথা আছে জনক জিয়াৰী।
যদি বা মনৰ দুখে ক্রোধে বাহিৰাইলা হে
আপুনি আসিবো কাখে কৰি॥

চঞ্চল চৰিত্রা বালা প্রথম যৌবনী কালা
জলে যেন চম্পকৰ কান্তি।
বদন সুৱৰ্ণ সম নেত্র দুই মনোৰম
দশন মুকুতা সম পান্তি॥

চিকন চৰণ চাৰু বলিত ৰাতুল উৰু
বচন কুকিল সম ভাসে।
ভিনিয়ো ভুবন ৰূপে মুহিবাক পাৰেহে
ডম্বৰুক জিনি মধ্য দেহে॥

চিত্রৰ পুতলি যেন সাক্ষাতে লক্ষ্মীৰ থান
লয়ন্ত ললিত সমদেহা।
পৰম সুন্দৰ গতি হংসক জিনিলা আতি
বাতাসে শৰীৰ যেন হালে॥

ধনুক ভাঙ্গিয়া লৈক্ষ নৃপতিক জানিলোহো
সীতাক বিহাইলো বাহুবলে।
পৰশুৰামক জিনি অযোধ্যাক গৈলোহে
বনবাস কৈকেয়ীৰ বোলে॥

অভিষেক সময়ত ৰাজ্য হৰুৱাইলোহো
সীতা হৰুৱাইলো বনবাসী।
কতেক লল্লাটে দুখ বিধিয়ে লিখিলা হে
কিনো ভৈলা মোৰ মন্দৰাশি॥

আৰু নো কাহাৰ সঙ্গে থাকিবো কৌতুক ৰঙ্গে
বিধি কৈলা জীৱন নৈৰাশে।
কাহাত পুছিবো মই উদ্দেশ নপাওঁ হে
কোনো লোক নাই আগে পাছে॥

সীতায়ে অমূল্যধন　　সীতায়ে সৰ্ব্বভূষণ
সীতা মোৰ অমূল্য ভাণ্ডাৰ ।
সীতা অবিহনে ভায়া　　জীবন বিফল হে
সীতা ভিনি কুলৰ উদ্ধাৰ ॥
যদিবা মোহোৰ তাপে　　ক্রোধে বাহিৰাইলা হে
তথাপি আনিবো প্ৰাণ জায়া ।
অন্ন ব্যঞ্জনক আৰ　　একোকে নাখাইবো হে
থাকিবোহো শয্যাত শুতিয়া ॥
নেদেখিবো আৰ যাক　　মনত সুমাৰো তাক
দেখাই দিবেক আৰ কোনে ।
এহি বুলি নাৰায়ণ　　কান্দিলন্ত সৰ্ব্বক্ষণ
কহে প্ৰভু কান্দিয়া কাৰুণ্যে ॥
ধৰণিত পৰি ৰাম　　অচেতন ভৈলা হে
প্ৰিয়া শোক সহিতে নাপাৰি ।
সৰস্বতী কৃপাগুণে　　দুৰ্গাবৰ দাসে ভণে
সীতা শোকে আকুল মুৰাৰি ॥

ৰাগ—ধনশ্ৰী ।

কুবুদ্ধি লাগিয়া বৈলো হে
কি কৰে জীৱন ।
শুনি নিন্দা কৰিবেক অযোধ্যাৰ জন ॥
কি লাজে দেশক যাইবো হে
ভৈলা মন্দৰাশি ।
হৰাইলো কামিনী ৰত্ন আমাৰ বৈদেহী ॥
চক্ষুযে আচন্তে মোৰ হে
নেদেখো নয়নে ।
জীৱন্তে মৃতক ভৈলো প্ৰাণ প্ৰিয়া বিনে ॥
ৰাম হেন ক্ষেত্ৰি হুয়া হে
হৰুৱাইলো নাৰী ।
প্ৰিয়াৰ বিযোগে মোৰ প্ৰাণ যাই ছাৰি ॥

হাতৰ ৰতন মোৰ হে
কোনে নিলে ছুলি।
আপুন দোষে হেৰুৱাইলো চিত্ৰৰ পুতলী॥
শৰীৰৰ কান্তি যেন হে
আন্ধাৰৰ বাতি।
বিনা প্ৰদীপত জলে শৰীৰৰ জেউতি॥
মৃণালৰ ডাল যেন হে—
হালয় কঙ্কণে।
সাক্ষাতে দেখিয়া যেন ৰাজহংস চলে॥
সীতা অবিহনে ভায়া হে—
জিবাব কোন ফল।
লৈয়া ধনুশৰ বাপ আগ হুয়া চল॥
এহি বুলি পাছে মেঢ় হে—
মন্দিৰক ছাৰি।
সীতাৰ উদ্দেশে ৰামে ফেলাইলেক ভৰি॥

## পদ।

কোটৰ গভৰ গিৰি গৃহ যে কন্দৰ।
নদী যে আৰৰ কূপ দীঘি সৰোবৰ॥
বন উপবনচয় সকলো চাহিলা।
সীতাক নপায়া দীৰ্ঘনিশ্বাস ছাৰিলা॥
অসন্তোষে থাকিলন্ত বৃক্ষতলে বসি।
শিশিৰে ঢাকিলা জেন পূৰ্ণিমাৰ শশী॥
লক্ষ্মণক বোলে ভায়া বসিয়ো ছায়াত।
ৰৌদ্ৰ ৰশ্মি লাগে ভায়া তোমাৰ মুখত॥
চৈত্ৰ বৈশাগৰ যে বিষম ৰৌদ্ৰজাল।
বৃক্ষৰ ছায়াত ভায়া জিৰায়ো সকল॥
তোৰ ছুখ দেখিয়া নসহে কলেৰৰ।
শুনিয়োক ভায়া সুমিত্ৰাৰ সুকুমাৰ॥

লক্ষ্মণ বদতি দদা বিশ্রুতি যে হুই।
নিশাত কিসব আজ্ঞে ৰবিৰ উদয়॥
শিশিৰ প্রকাশ ভৈলা ৰবিৰ জেউতি।
ৰাত্রিক বোলয় দিন কিলো ৰঘুপতি॥
সীতা শোকে তোমাৰ যে হৰাইলন্ত জ্ঞান।
নিশাক কৰয় ৰবি ৰশ্মিৰ সমান॥
সুহি ৰৌদ্র হেৰা দেখা পূর্ণিমাৰ শশী।
গ্রহগণ হেৰা আছে আকাশ প্রকাশি॥
লক্ষ্মণৰ মুখে শুনি এতেক বচন।
অধোমুখ হুয়া আছিলেক কতোক্ষণ॥
ৰাত্রি হেন ভাবি ৰাম বৃক্ষতলে বসি।
সীতা সীতা বুলি ৰাম থাকিলা উপেক্ষি॥
হাহা শশিমুখী বুলি তেজিলা নিশ্বাস।
ৰামৰ চৰণে ভণে দুর্গাবৰ দাস॥

ৰাগ—সুহাই।

শুনা শুনা জীয় লক্ষণৰে ভাই
বঞ্চিবো ঘৰে কি লৈয়া।
ৰূপে বিদ্যাধৰী গুণৰ স্যাগৰী এ
কোথাত থাকিল জাইয়া।
কৰিয়া নিঠুৰ গৈলেক বিদুৰ
আমাক এখানে থৈয়া॥
অমৃত সুৰস বাণী মনোহৰ এ
শুনিতে ৰঞ্জয় মন।
কাঢ়ি নিলে জীউ জনকৰ জিউ এ
হানিয়া অগনি বাণ॥
হাতৰ ৰতন হুয়া অচেতন
আপুনি সে হৰুৱাইলো।
চিত্রৰ পুতলী তনু জুগাৱলী—এ
কাহাৰ ভালে যোগাইলো॥

দশনৰ পান্তি মাণিকৰ কান্তি
বিনা প্ৰদীপতে জ্বলে।
দেৱনাৰ ডাল হালয় কঙ্কাল—এ
ৰাজহংস হেন চলে॥
চিকণ চামৰ গুঞ্জৰে ভ্ৰমৰ
মালতী নিন্দে সুঘ্ৰাণ।
সদায়ে বসন্ত কৰে উনমত্ত—এ
দেখিয়া দিব্য লোচন॥
কান্দে ৰঘুপতি হৰাইলা সুমতি
আমাক কৈলি নিৰাশ।
সীতাৰ হৰণ ৰামৰ ক্ৰন্দন—এ
ভণে দুৰ্গাবৰ দাস॥

পদ।

শশিমুখী বুলিয়া যে কান্দন্ত ৰাঘৱ।
হাহা কৈক গৈলি মোৰ ৰমণী বান্ধৱ॥
পাত পাত কৰি মই কৰিলো বিচাৰ।
কহিতো নপাইলো কোনো মনুষ্য সঞ্চাৰ॥
আপুনি উদ্দিশ কৰি নপাইলো সীতাক।
কোননো বৰ্ব্বৰে অৱবোধিলা আমাক॥
কোনে নিলে কৈত পাইবো আমাৰ ৰমণী।
এহি বুলি আসন ছাৰিলা চক্ৰপাণি॥
সীতাক বিচাৰি প্ৰভু পুনৰপি গৈলা।
অৰণ্যৰ মাজে চকোৱাক লগ পাইলা॥
নিজ নাৰী সহিতে বঞ্চয় প্ৰাতঃকালে।
ভুঞ্জয় চকোৱা মৎস্য শামুক সকলে॥
চকোৱাৰ সমীপ চাপিলা হৃষিকেশ।
ধীৰে ধীৰে পোছয় বচন উপদেশ॥

আকুল কুৰঙ্গ আজি কয়ো এক যাত্ৰা।
যাইতে দেখিলিকি তই জনক দুহিতা॥
একেশ্বৰে গৈলা কিবা অনেকে সহিতে।
পূৰুব পছিম কিবা দখিণ দিশতে॥
বা বৈশন্য কিবা অগ্নিকোণ যে নৈৰিত।
কোন পথে গৈলা সীতা কহা স্বৰূপত॥
চকোৱা বদতি শুনা ৰাম দেৱৰাজ।
যে বোল পুছিলা কহিবাক লাগে লাজ॥
দুয়ো বীৰ সামৰ্থ গাণ্ডীৱ ধণু হাতে।
ক্ষেত্ৰি হুয়া ভাৰ্য্যা হেৰুৱাইলি কেন মতে॥
আমি পক্ষী জাতি কিছো নজানো উপাই।
নাহি শৰীৰত কিছো বল সমুদাই॥
অস্ত্ৰ শস্ত্ৰ নাজানো নাহিকে ভাই লগে।
তথাপি ৰাখোহো ভাৰ্য্যা উপায়ৰ বলে॥
লগত সঙ্গতি আছে কনিষ্ঠ সোদৰ।
দুভাই সঙ্গতি তুমি নোহা একেশ্বৰ॥
হেনতো সীতাক হৰি লৈয়া গেল আগে।
আমি হলে ইতো লাজে নিজীও পৰাণে॥
বৰ বিপৰীত চকোৱাৰ পটন্তৰ।
শুনিয়া সিদ্ধান্ত দিলা ৰাম গদাধৰ॥
যাত্ৰা পুছিবাক মই আইলো তবু পাশে।
হেনয় নিন্দিত বাক্য বোলা উপহাসে॥
এহি বুলি ৰামচন্দ্ৰ মনে কৰি তাপ।
চকোৱাক দিলন্ত প্ৰচণ্ড বৰ শাপ॥
দিবসত একত্ৰে থাকিবি দুই ছাৰে।
ৰাত্ৰি হলে দুয়ো ৰবি ইপাৰে সিপাৰে॥
যাত সৰিষণ জাক মেৰ সংযোগত।
সম্ভোগ মিলিব যাব যছৰ মুৰত॥
চন্দ্ৰ দিবাকৰ লাগি চকোৱাৰ শাপ।
এহি বুলি অন্তৰিলা জগতৰ বাপ॥

চকোৱাক দিলা শাপ বাঘৱ মুৰাৰি।
বুলিবে লাগিলা চকোৱাৰ নিজ নাৰী॥
অকাৰ্য্যে ভাঙিলি বাত্ৰা জানি সুমঙ্গল।
ভণে দুৰ্গাৱৰে ৰামচৰণকমল॥

ৰাগ—ৰামগিৰি

চকোৱেনী বোলে এবে শুনাযে চকোৱাহে—
কিসতে বা কি কাম কৰিলি।
দেখি সুলক্ষিণী জনকনন্দিনী
ৰামক ভঞি ভাঙিলি॥
ভাল মন্দ ভঞি একো নজানস
মৰাস আপোন গৰ্ব্বে।
শাপ গুৰুতৰ দিলা ৰঘুবৰ—
কিমতে তাক এৰাইবে॥
মোহোৰ বচন শুনা এতিক্ষণ
সত্বৰে চলিয়া যায়ো।
সীতাৰ বাত্ৰাক কহিয়ো ৰামত,
শাপৰ মুকুতি পাঞো॥
ভাৰ্য্যাৰ বচন শুনি তেতিক্ষণ
চলিলা ৰামৰ পাশে
সৰস্বতী পদ শিৰত ধৰিয়া
ভণে দুৰ্গাবৰ দাসে॥

ৰাগ—অহিৰ

অকি প্ৰভু ৰাম—
কহো মই স্বৰূপ কাহিনী।
আমি আছো দোষ কৰি
তোমাক ভাঙিলোঁ হে—
শাপৰ উদ্ধাৰা চক্ৰপাণি।

শাপ দিয়া ৰাম যাই বাৰে পাখী ছেঞাই
ৰহা প্ৰভু বিশ্ৰাম কৰিয়া ।
শুনিয়ো সীতাৰ কথা বাপ জগতৰ ধাতা
কহো শুনা সাৱধান হুয়া ॥
চন্দ্ৰ দিবাকৰ লাগি আমাক শাপিলা হে
ৰহি গৈলা পাষাণৰ ৰেখা ।
আমি প্ৰভু পক্ষী জাতি অতি জ্ঞানশূন্য মতি
আমাক পালন কৰি ৰাখা ॥
চকোৱা বুলিলা যত সিদ্ধান্ত নেদিলা তাত
চলি গৈলা পাছক নাচায়া ।
সৰস্বতী কৃপা গুণে কবি দুৰ্গাবৰ ভণে
গৈলা পক্ষী সিদ্ধান্ত নাপায়া ॥

পদ ।

লক্ষণে সহিতে প্ৰভু চলে ধীৰে ধীৰে ।
দুখে তাপে দুই নয়নৰ নীৰ পৰে ॥
ভ্ৰমন্তে ভ্ৰমন্তে গৈলা গিৰি তৰুতল ।
ভ্ৰমৰে গুঞ্জৰে শুনে মনত বিকল ॥
চলিছে কেৱল মুখে লৈয়া সীতা নাম ।
পোছে প্ৰিয়া বুলিয়া বৃক্ষত শ্ৰীৰাম ॥
দশৰথ সুত ৰাম জানা মোৰ নাম ।
হাতত ধণুক দেখ সুৱৰ্ণৰ কাম ॥
মোহোৰ সুন্দৰী শশিমুখী দীৰ্ঘকেশী ।
দাড়িম্ব সদৃশ যেন দশন প্ৰকাশি ॥
হাহা শশিমুখীক নিলে কোনে হৰি ।
যাইতে নেদেখিলা কি মোৰ জনক ঝিয়াৰি ॥
কহা কথা সাৰ যে স্বৰূপ বৃক্ষচয় ।
সীতাৰ সন্তাপে মোৰ হৃদি নসহয় ॥

সীতাৰ বাত্ৰাক বামে বৃক্ষত পুছিলা।
বাত্ৰাক নাপাই ৰামে নিশ্বাস ভেজিলা॥
সীতাৰ সন্তাপে লোহ বহয় নয়নে।
ভণে দুৰ্গাবিৰ প্ৰভু ৰামৰ চৰণে॥

ৰাগ—অহিৰ

অ কি লখমন—
নাই বুধি সীতাক নাপায়া।
নয়নৰ লোহে মোৰ পন্থক নেদেখো হে
সন্তাপে পোৰয় মোৰ হিয়া॥
চকোৱা ভৰ্চ্ছিলা মোক তাক পাসৰিলো হে—
গৈলো মই বৃক্ষতল লাগি।
বৃক্ষত পুছিলোঁ পাচে উদ্দিশ নাপালো হে—
প্ৰিয়া হকুৱাইলো মৃগ লাগি॥
চিত্ত যে নহয় থিৰ
ব্যাকুল শৰীৰ হে—
হকুৱাইলো জ্ঞান সুচৰিত।

অন্ধকাৰ ৰাত্ৰি পাই ভ্ৰমিবাৰ নাই ঠাই
শৰীৰতো নাহি একো তত্ব॥
আগত চলিয়ো তুমি পাচত' চলিবো আমি
দুৰ্গম সঙ্কট ঘোৰ বনে।
সৰস্বতী চৰণত কৰি শিৰ অৱনত
কবিবৰ দুৰ্গাবৰ ভণে॥

পদ।

দুখমনে লক্ষণ যে গৈলা আগুৱাই।
পাছত চলন্ত ৰাম কৌশল্যা তনয়॥
কত্তো বেলি অৰণ্যক এৰি দুই জন।
বগুলা পক্ষীক পাছে পাইলা দৰিশন॥

ৰামে বোলে লক্ষ্মণ দেখিয়ো কেনা নয় ।
পক্ষিজাতি যেনা এই অনন্ত ভ্ৰময় ॥
পৰম ধাৰ্ম্মিক বক প্ৰাণিহিংসা ডৰে ।
লহু লহু পদ কৰি জলৰ উপৰে ॥
এহি পক্ষিবৰত পুছিবে যোগ্য হয় ।
যত কথা জানে এহি কহিবো নিশ্চয় ॥
ধাৰ্ম্মিক বৈষ্ণৱ শান্ত স্বভাৱ সৰল ।
এহিতো আমাক নভাণ্ডিবো একোকাল ॥
লক্ষ্মণ বদতি দাদা শুনিয়ো বচন ।
কহো মই শুনা তেবে বকৰ লক্ষণ ॥
মস্তক চোপয় কতো ধৰি ধৰি খান্ত ।
নপাইলে মস্তক পাছে ধাৰ্ম্মিক বোলন্ত ॥
স্বভাৱতে পক্ষিজাতি অতি অগিয়ান ।
অধৰ্ম্মত ৰতি বৰ হিংসাৰ নিদান ॥
নজানে অধৰ্ম্ম ধৰ্ম্ম পূৰ্ব্বপৰ জ্ঞান ।
হেন চাৰ বকত পুছিবে নাই মন ॥
এহিমতে চকোৰাত পুছিলা আপুনি ।
বুলিলা যতেক শুনিলাহা নিন্দাবাণী ॥
আপদ সম্পদ বৃক্ষপস্থত দেখিলা ।
সীতাৰ সম্পদ বাত্ৰা তাহাত পুছিলা ॥
যাতে তাতে বাত্ৰা দাদা সুপুছিবা দেখি ।
তাহাতে পুছিবা তুমি শুদ্ধমত লেখি ॥
অল্পমতি অল্পজ্ঞান দেখা যিতোজন ।
তাহাত নোপোছা কথা আমাৰ বচন ॥
শ্ৰীৰাম বদতি বাপু শুনিয়ো বচন । ৫
বকত পুছিলে বাত্ৰা পাম এতক্ষণ ॥
হেন শুনি লক্ষণে বকক দিলা হাত ।
সীতাৰ সম্পদ বাত্ৰা কহিয়ো আমাত ॥
লক্ষণৰ বাক্য শুনি তেখনে আসিলা ।
শ্ৰীৰামক বকে যাই প্ৰণাম কৰিলা ॥ ৬

বকক সম্মুখি পাচে শ্ৰীৰামে পুছিলা।
ইতো পন্থে যাইতে নিকি সীতাক দেখিলা॥
ৰামক বোলন্ত প্ৰভু কিছো বাৰ্ত্তা পাও।
জলত ফুৰোহো মই মৎস্য ধৰি খাও॥
দেখিলোহো ছায়া মায়া জলৰ তলত।
কন্যা এক লই যাই ৰথ ওপৰত॥
কৈৰ কন্যা কোনে নেই নিৰ্ণয় নাপাও।
জল মুণ্ড কৰি প্ৰভু মৎস্য ধৰি খাও॥
বকৰ মুখৰ কথা শুনি ৰঘুমণি।
মোহোৰ সীতাক আৰে হৰিলেক কুলি॥
জানিলো অৰণ্যে হৰিলেক দেৱগণ।
এহি বুলি ক্ৰুদ্ধ ভৈলা কমললোচন॥
বুলিলন্ত ক্ৰোধে অগ্নিসম দুই আখি।
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি সবে হৈবা সাখি॥
দেৱসিদ্ধ সাধ্য গন্ধৰ্ব্বক বোলে বাণী।
সবে ভাল জীৱা যেবে সীতা দিয়া আনি॥
ভিনিয়ো লোকৰ যেবে সাধিবোহো ভাল।
কোনে সীতা নিলে দেখাই দিয়াহা প্ৰকাল॥
বাহু অভ্যন্তৰক দেখয় দেৱগণ।
কোনে সীতা নিলে কেহো নোবোলে বচন॥
হেবা মোৰ দোষ নাই সবে আছা চাই।
সীতাৰ সন্তাপে হেৰা প্ৰাণ মোৰ যায়॥
হেবা অগ্নিশৰ মাৰো স্বৰ্গচুৰ কৰো।
প্ৰহাৰি পাতাল পোৰো দেৱকো সংহাৰো॥
নাগ নষ্ট কৰো যক্ষ ৰক্ষ সব মাৰো।
উল্টাও পৃথিবি মেৰু মন্দাৰ বিদাৰো॥
সীতাক উদ্ধাৰো দৈত্য দানৱ নিবাৰো।
ৰাম নাম কীৰ্ত্তি থও পাছক সংহাৰো॥
মোৰ ভাৰ্য্যা হৰি সুখে জীৱে কেন কৰি।
উদয়াস্ত গিৰিমানে পেলাইবো বিদাৰি॥

তিনিয়ো ভুবন জুৰি ব্ৰহ্ম অস্ত্ৰ মাৰি ।
দহিবো নিৰ্য্যাণ কৰি সবে মান সাৰি ॥
শুনিয়ো লক্ষ্মণ বাপ হেলা মুজুৰাই ।
শীতল পানীক ভাই কেহো নডৰাই ॥
শনিৰ শুনিয়া নাম সমস্তে ডৰাই ।
চন্দ্ৰে পাইলে তাক কিছু ভয় নকৰয় ॥
এহি বুলি প্ৰভু ধনু কৰিলা টঙ্কাৰ ।
লৰিল ব্ৰহ্মাণ্ড প্ৰজা ভৈলা চমৎকাৰ ॥
উৰ্দ্ধক সমুখে ৰামে জুৰিলেক শৰ ।
হাতত ধৰিলা যাই লক্ষণ কুমাৰ ॥
সম্মুখি বোলন্ত দাদা তেজিয়ো কুকৰ্ম্ম ।
জগতক বিনাশিবা ইতো কোন কৰ্ম্ম ॥
কোনে সীতা হৰিলেক নিৰ্ণয় নাজানি ।
জগতকে বিনাশিবা ব্ৰহ্ম-অস্ত্ৰ হানি ॥
অজিজ্ঞাসী ক্ৰোধ কেনে কৰাহা আপুনি ।
তুমি বিনাশিলে তাক ৰাখিবেক কুনি ।
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি ।
তুমি সংহাৰিলে প্ৰভু কি কৰিতে পাৰি ॥
পূৰ্ব্বত আপুনি প্ৰভু স্ৰজিলা জগত ।
নতো কাল হস্তে কেনে কৰিবাহা হত ॥
পালিৱেক বৈষ্ণৱক ভৈলা অৱতাৰ ।
দুৰ্জ্জনক বাচি বাচি কৰিবা সংহাৰ ॥
এহি তযু যশ শুনি তৰে নৰলোক ।
সীতাৰ শত্ৰুক মাৰা কীৰ্ত্তি ৰহিয়োক ॥
শীতল স্বভাৱ ধৰা উগ্ৰৰূপ এৰা ।
শৰক সম্বৰা প্ৰভু লোক ৰক্ষা কৰা ॥
ইতো কোপে আপুনাৰ যশ নষ্ট হয় ।
বদিবা ঈশ্বৰ তুমি ভতো যোগ্য নয় ॥
লক্ষ্মণৰ বোলে ৰাম শৰ সম্বৰিলা ।
উগ্ৰৰূপ এৰি প্ৰভু শান্তমূৰ্ত্তি ভৈলা ॥

পুনু দুই ভাই সীতা বিচাৰয় বনে।
কবি দুৰ্গাবৰ ভনে ৰামৰ চৰণে ॥

ৰাগ—ৰামগিৰি।

সীতাৰ কাৰণে ৰাম বিচাৰে বনে হে—
পুনু দুই ভাই গৈলা।
সীতাক বিচাৰি ফুৰয় দৈত্যাৰি
অৰণ্য মাজে পশিলা ॥
কতো দূৰ লাগি গৈলা বন ভাঙ্গি
ৰথ এক দেখা পাইলা।
ভাঙ্গা ৰথখান দেখি বিদ্যমান
কোনে আনি ঐত থৈলা ॥
ৰামে বুলিলন্ত লক্ষণে শুনন্ত
কিনো ইতো বিপৰীত।
ৰথ-ধ্বজ ভাঙ্গি বন মাঝ লাগি
পৰি আছে ধৰণিত ॥
সমীপক যাই চাইলা দুই ভাই
কৰিলন্ত পাচে থিৰ।
সীতাৰ নিদানে ভৈলা ঘোৰ ৰণে
যুঝিলন্ত কোন বৰী ॥
এহি বুলি ৰাম লগত লক্ষণ
ফুৰিলন্ত বনে বন।
কতো দূৰ যাই জটায়ুক পাই
দেখিলন্ত বিদ্যমান ॥
দেখিলা পক্ষীৰ ৰক্ত কলেবৰ
তনু আতি থুলন্তৰ।
শীঘ্রে বন চাপি জগতৰ বাপে
জুৰিলেক এক শৰ ॥
লক্ষণক চাই বোলে ৰঘুৰাই
শুনিয়ো প্ৰাণ লখাই।

এহি পক্ষী খাইলা নিশ্চয় জানিলো
সীতা একেশ্বৰে পাই ॥
মায়াবী ৰাক্ষস ফুৰে দশোদিশ
খাইল মোৰ প্ৰাণেশ্বৰী।
আমাক খাইবেক জানিলো প্ৰত্যেক
আছে পক্ষীৰূপ ধৰি ॥
গৰ্ভত পশিলা উশাস গুচিলা
সীতা জনকৰ জিউ।
গৃধৰ ঠোঁঠৰ পশিল ভিতৰ
তোৰ তৈতে গৈলা জীউ ॥
মোক মোহা স্নেহে লখাইক পঠাইলা
গৃধৰ হৈবিহি ভক্ষি।
ওৰেৰে পাপিষ্ঠ শুন পক্ষিনিষ্ট
তোক মাৰো অৰে পক্ষি ॥
খাইলি মোৰ ভাৰ্য্যা পাপী পক্ষিৰাজ
বিজুৰিয়া মাৰো ধৰি।
এহি বুলি ৰাম প্ৰভু পুণ্য কাম
ধনু এক শৰ জুৰি ॥
ৰাম শৰ দেখি কম্পমান পক্ষী
ভয়ত ভৈলা তৰাস।
ৰামৰ চৰণ সেবি অনুক্ষণ
ভনে দুৰ্গাবৰ দাস ॥

ৰাগ—অহিৰ

অ কি ত্ৰাহি ৰাম—
চৰণত কৰোহো প্ৰণাম।
ত্ৰাহি ত্ৰাহি ৰাম বুলি কৰি হাত কৃতাঞ্জলি
বৰ ভাগ্যে ৰহিছে পৰাণ।
জটায়ু যে মোৰ নাম শুনিয়োক প্ৰভু ৰাম
আমি ভৈলো গৰুড়নন্দন ॥

তোমাৰ ভাৰ্য্যাক হৰি দশগ্ৰীৱে চোৰ কৰি
ৰথে তুলি যাই লঙ্কা পোন।
দেখি তাক ধাই গৈলো পাখা চাটে কম্পাইলো
ৰৰ চোটে দুইৰো ভৈলা ৰণ॥

সৰ্ব্বাঙ্গ বিদাৰ কৈলো কিৰীটিক ভাঙ্গি থৈলো
ৰথক ভাঙ্গিলো ধৰি ঠোঠে।
বৰ চোটে দশগ্ৰীৱ দেখিলেক তমোময়
মূৰ্চ্ছা যাই পৰিলা ৰথতে॥

মুহূৰ্ত্তেক মানে উঠি মোক চাইলা ক্ৰোধ দৃষ্টি
কৰিলেক মোহোক অন্যাই।
অগ্নিবাণ মাৰি মোৰ পাখা পুৰি কৈলা চুৰ
পৰিলোহো মই মুচ্ছৰ্া যাই॥

বৰ দিলা সীতা আই পৰি থাকা এহি ঠাই
এহি বাত্ৰা কহিবা ৰামত।
ৰামে সাধিবেক কাজ শুনিয়োক পক্ষিৰাজ
থাকিবিহি অক্ষয় স্বৰ্গত॥

এই বুলি সীতা আই কান্দি কান্দি মোক চাই
কৈ গৈলা ৰাৱণায় হৰিলা।
তাৰ আধখান ৰথ দেখিয়োক ৰঘুনাথ
বনৰ মাজত পৰি ৰৈলা॥

মোৰ হৃদিকম্প ভৈলা পাপিষ্ঠে হৰিয়া লৈলা
সাধিবে নৰিলো তযু কাজ।
কহিলোহো এহি বাত্ৰা ৰাৱণে নিলেক সীতা
শুনিয়োক আৰে ৰঘুৰাজ॥

এবে মন ভৈলা সিদ্ধি মিলাইলেক আনি বিধি
শৰণ দিয়োক ৰঘুনাথ।
ধন্য মোৰ ইজীৱন তবু কাৰ্য্যে গৈলা প্ৰাণ
চৰণে নমিছে মোৰ মাথ॥

মৃত্যুকালে পাইলো লাগ মোৰ ভৈলা বৰ ভাগ
প্ৰাণক এৰিবো শুধু কায়ে ।
ৰাম নাম হৃদি জপি মন স্থিৰ কৰি পক্ষী
ৰাম লক্ষণোয়ো চাই আছে ॥
দেখে পক্ষী এৰে প্ৰাণ দুই ভায়ে দুখমন
তুলি আলিঙ্গিলা দুয়োজনে।
ৰামৰ চৰণ সেবি ৰচিলে ই গীত ছবি
দুৰ্গাবৰ মহা ভক্তিমনে ॥

ৰাগ—বসন্ত

শোকতে বিৰল ৰাম হে—
লক্ষণ দুই ভাই ।
জটায়ুৰ গলে ধৰিলন্ত দুয়ে যাই ॥
ভকতৰ দুখ দেখিহে নসহে শৰীৰ ।
দুই ভাই কান্দন্তে নেত্ৰৰ বহে নীৰ ॥
পিতৃৰ পৰম মিত্ৰহে তুমি পক্ষিৰাজ ।
হৰি হৰি বিধি কিনো কৰিলা অকাজ ॥
আজিসে মৰিলা যেন হে ৰাজা দশৰথ ।
সিতো শোকে অগ্নিত পিম্পলি ভৈলা পথ ॥
হাহা মৰিলোহো শোকে হে ছুটে প্ৰাণবায়ু ।
মোৰ অৰ্থে যুদ্ধ কৰি মৰিল জটায়ু ॥
সম্বধি বোলন্ত বাপ হে কহা নিষ্ট কৰি ।
কৈহিৰ ৰায়ম্নে মোৰ সীতা নিলে হৰি ॥
কোন থানে থাকে তাৰ হে কতেক কটক ।
কোন বংশে উপজিলা পাপিষ্ঠ লটক ॥
মাৰিয়া পঠাইবো তাকহে যমৰ কটক ।
জীয়াইবো তোমাক মোহা ভকত চটক ॥
জটায়ু বোলন্ত হেন হে মুবুলিবা মোক ।
যেবে দয়া আছে তেবে নকৰিবা শোক ॥

হৌক গতি তোমাক যে হে চাহি এৰো প্ৰাণ।
দহিয়া শৰীৰ দিয়া পিণ্ড জল দান ॥
আত পৰে ভাগ্য কোন হে আছয় আমাৰ।
তোমাৰ প্ৰসাদে পাইবো সংসাৰৰ পাৰ ॥
নিজ কৰ্ম্মে হওঁ প্ৰভু হে যেহি সেহি গতি।
সেহি সেহি জন্মে হৌক তোমাৰ ভকতি ॥
বৈষ্ণৱৰ সঙ্গতেসে হে ৰহোক সৰ্ব্বথা।
মুখে তবু যশ গাইবো কৰ্ণে তবু কথা ॥
শুনিয়োক প্ৰভু তুমি হে চুৰ্ত্তি নহৰাইবা।
জানিলো নিশ্চয় তুমি জানকীক পাইবা ॥
ৰাক্ষসক সংহৰিবা হে দেৱক পালিবা।
জগত পালিবা পুণ্য যশ প্ৰকাশিবা ॥
সীতাক পৰীক্ষা তুমি হে কৰিবা আপুনে।
ভনে কবি দুৰ্গাবৰ ৰামৰ চৰণে ॥

পদ

পুছিলা ৰাৱন্না সিতো পুলস্তৰ নাতি।
বিশ্বেশ্ৰবা বীৰ্য্যে নিকষাত উতপতি ॥
তেজে বলে বীৰ্য্যে কাৰ্য্যে বিপুল শকতি।
কুবেৰৰ ভাই হয় ৰাক্ষসৰ পতি ॥
সমুদ্ৰৰ মাজে পুৰিহে নাম তাৰ লঙ্কা।
তাতে থাকে ত্ৰিভুৱনে কাকো নাই শঙ্কা ॥
সীতাৰেসে ৰৰে মই আছো প্ৰাণ ৰাখি।
কান্দিয়া গোসানী বুলিলন্ত মোক দেখি ॥
ৰামত যাবত বাত্ৰা নজনাবা তুমি।
দিলো বৰ যবদেকে নাহে, মোৰ স্বামি ॥
এহি কহি পক্ষী চখু মুদিলা ইঠাই।
সাক্ষাতে দেখিলা ৰাম লক্ষ্মণ দুভাই ॥

চখু থিৰ কৰিয়া ভূমিত দিয়া ঠোট।
ঢলিয়া পৰিল থুলন্তৰ দেহা গোট॥
প্ৰাণ ছাৰি যান্তে মুখ ক্ষণ মেলা দিলা।
ঘাৰ গোট পালটাই ভূমিত পৰিলা॥
খানিতেক মান ভনু আছিলেক কম্পি।
মৰিল কাশ্যপ নাতি ৰাম ৰাম জম্পি॥
দেৱে যাক নপাৰন্ত পাইলা হেন গতি।
দেখি ৰাম লক্ষণ বিস্ময় ভৈলা অতি॥
পাচে দুই ভাই চিতা খান পাতিলন্ত।
তাতে তুলি জটায়ুৰ দেহাক দিলন্ত॥
দুই ভাই স্নান কৰি দিল জলাঞ্জলি।
ৰঙ্গ মাছে দিলা চটকৰ কাক বলি॥
সৰ্ব্ব কাৰ্য্য সমাধিলা পাছে দুই ভাই।
বনত ভ্ৰমন্ত সীতা গোসানীক চাই॥
অনন্তৰে পাইলন্ত কৱন্ধ নিশাচৰ।
মুণ্ড নাই গাৰি গোট আতি থুলন্তৰ॥
ৰাম লক্ষণক দুইকো ধৰিলেক বলে।
গিলিবাক চাই দুষ্ট আতি কুতূহলে॥
শ্ৰীৰামে বোলন্ত লখাই মৰিলো আৱেশে।
দুই ভাইক ধৰি হেৰা গিলয় ৰাক্ষসে॥
কৈকয়ী মাৱৰ সাফলিলা মনোৰথ।
অকণ্টকে ৰাজ্যভোগ কৰোক ভৰথ॥
ধিক ধিক আমাৰ বীৰত্ব সমুদাই।
সীতাক হৰাই বনে মৰো দুই ভাই॥
লক্ষণে বোলন্ত সুহি অনুশোচ বেলা।
দুৰ্ঘোৰ আপদ ভৈলা নকৰিবা হেলা॥
শীঘ্ৰ কৰি দৃঢ় মুষ্টি খড়গ ধৰিয়োক।
মুণ্ড নাই ইহাৰ বাহুক ছেদিয়োক॥
কৱন্ধে বোলয় ছোৱা তুমি কোন জন।
কোন দুই মহাবীৰ জানিলো এখন॥

বজ্র সম হাস্তে মই আন্টিলোহো চাপি ।
কিনো বীৰ তোৰা দুই ৰহিলা তথাপি ॥
মোৰ সিদ্ধি বিধি কিবা মিলাইলেক আনি ।
থাবে নভো৺গিলো কহা স্বৰূপ কাহিনী ॥
কবন্ধৰ বচনত কম্পিলেক কায় ।
দুইখান খড়্গ ধৰিলন্ত দুই ভাই ॥
বাহুৰ মূলত তাৰ বেগে ঘাৱ দিলা ।
ভয়ঙ্কৰ দুই বাহু খসিয়া পড়িলা ॥
বাহু ছিঙ্গা গৈলা ৰঙ্গ মিলিলা তাহাৰ ।
ৰাম লক্ষণক চাই বোলে পুনৰ্ব্বাৰ ॥
কহিয়ো কহিব দুয়ো ধৰা কিবা নাম ।
জানো ত্রিভুবনে নাই তোৰাৰ উপাম ॥
বদন্তি লক্ষণ শুনা নিশাচৰ কাজ ।
আমাৰ জনক দশৰথ মহাৰাজ ॥
সপত্নী মাতৃৰ বোলে বনক পঠাইলা ।
আমাৰ সন্তাপে পিতৃ প্রাণক তেজিলা ॥
এহেন্তে শ্রীৰাম জানা পিতৃৰ ভকত ।
ইহান ঘৰুণি সীতা হৰাইলা বনত ॥
তাহাঙ্কে খোজন্তে আমি ফুৰো বনে বন ।
তই কোন জন হস কহা এহিক্ষণ ॥
বোলন্ত কৱন্ধে কিনো আনন্দ আমাৰ ।
পুৰুষ-উদ্ধাৰ ৰাম ভৈলা অৱতাৰ ॥
পূৰ্ব্বত আছিলো মই গন্ধৰ্ব্ব শোভন ।
ৰাক্ষস স্বৰূপ হই গৈলো তপোৱন ॥
ঋষি সব ধৰি খাইলো ভৈলা মহাপাপ ।
সিকাৰণে পালো এই ভয়ানক শাপ ॥
আন ঋষি সব মিলি বুলিলেক ভয় ।
বিকৃত ৰাক্ষস হবি শাপিলো নিশ্চয় ॥
পাচে প্রণমিয়া মই কৰিলোঁ কাতৰ ।
শাপ সীমা কৰি পাচে দিলা মোক বৰ ॥

যৈসানি ঈশ্বৰ ৰাম ৰূপে অৱতৰি।
তোৰ বাহু ছেদিবোহো হাতে খড়্গ ধৰি॥
তৈসানি আপুন ৰূপ ধৰি বিতোপন।
হৰি মুক্ত বুলি চলি গৈলা নিজ থান॥
তেতিক্ষণে দন্দু নামে ৰাক্ষসেক ভৈলো।
আৰাধিয়া চিৰকাল ব্ৰহ্মাক চিন্তিলো॥
চিৰকালে জিব্যৰ ব্ৰহ্মায়ে দিলা বৰ।
এহি গৰ্ব্বে ইন্দ্ৰক যুজিলো একেশ্বৰ॥
ক্ৰোধে ইন্দ্ৰ কৰিলেক যুদ্ধক প্ৰবন্ধ।
বজ্ৰ হানি শৰীৰত বসাইলেক কন্ধ॥
এতেকেসে মোৰ শিৰ নাই ওপৰত।
শৰীৰক পশিয়াছে বজ্ৰৰ ঘাৱত॥
ইন্দ্ৰে সে থৈলন্ত কবন্ধক মোৰ নাম।
ব্ৰহ্মাৰ বৰত মোৰ নপৰিল প্ৰাণ॥
স্তুতি কৰি বুলিলোহো শুনা দেৱৰাই।
মুক নাই দিয়া মোক জিবাৰ উপাই॥
শুনি হেন ইন্দ্ৰৰ পলাইলা মনতুখ।
দিব্য দুই বাহু দিলা হৃদয়ত মুখ॥
পন্থত থাকোহো প্ৰহৰেক হাত মেলি।
পশু পক্ষী মনুষ্য সবাকো থও গিলি॥
তোমাৰ প্ৰসাদে প্ৰভু পাব নিজ থান।
জ্ঞান কৰি পোষা মোক হোক দিব্য জ্ঞান।
শুনি ৰামে লক্ষণক বুলিলা বচন।
ভনে কবি দুৰ্গাবৰ হৈ ভক্তিমন॥

ৰাগ—শ্ৰীগান্ধাৰ।

শুন শুন ভাই প্ৰাণৰ লখাই এ
জাণ্টে দিয়া চিতা পাতি।
ভকত বাঞ্ছিত সাধিয়ো ত্বৰিত এ
জাণ্টে আনা কাঠ কাটি॥

কৃপাময় ৰাম পৰিমল কাম
আজ্ঞা দিলা লক্ষ্মণক।
শুনিয়া লখাই তেতিক্ষণে যাই এ
চিতাখান পাতিলেক॥
গাড়া খান্দি চিতা পাতিলন্ত তথা
কৱন্ধক তাতে তুলি।
জগত ঈশ্বৰ দেৱ গদাধৰ এ
দিলন্ত অগনি জ্বালি॥
কীৰ্ত্তিক থাপিলা যশ প্ৰকাশিলা
অগ্নিয়ে ভস্ম কৰিলা।
কৱন্ধ গুচিলা দেৱমূৰ্ত্তি ভৈলা এ
গন্ধৰ্ব্ব যানে চলিলা॥
স্বৰ্গ হন্তে যান দেৱৰ বিমান
তাহাতে গই চৰিলা।
স্বৰ্গ মুখলই আনন্দে চলই এ
দেৱ সঙ্গে সঙ্গ লৈলা॥
আনন্দে গন্ধৰ্ব্ব কৰে মহোৎসৱ
সুখে গাই ৰাম গীত।
ৰামে দেখিলন্ত লক্ষণে সহিত এ
ৰঙ্গ ভৈলা দুইৰো চিত্ত॥
লক্ষণক চাই মাতে ৰঘুৰাই
চল যাঞো দুই বন।
জেষ্ঠৰ বচন শুনিয়া লক্ষ্মণ এ
পশিলন্ত দুই জন।
ৰামৰ চৰিত্ৰ শুনন্তে অমৃত
মনত হুয়ো সন্তোষ।
ৰামক চৰণ সেৱি অনুক্ষণ এ
ভনে দুৰ্গাবৰ দাস॥

---

## পদ

করন্ধ গন্ধৰ্ব্বে বোলে শুনা ৰঘুৰাই।
সীতাৰ উদ্দেশ কহো শুনা দুই ভাই॥
পূৰ্ব্বৰ দিশক লাগি চলা ৰঘুবৰ।
কতোদূৰে দেখিবাহা চম্পা সৰোবৰ॥
ঋষ্যমুখ পৰ্ব্বতৰ সমীপৰ কাযে।
পাঞ্চজন দেৱ যে বানৰ ৰূপে আছে॥
সুগ্ৰীৱ যে নল নীল বীৰ হনুমন্ত।
ভালুকৰ অধিপতি বৃদ্ধ জাম্বুৱন্ত॥
সুগ্ৰীৱৰ ভাই আছে তাৰ নাম বালি।
কনিষ্ঠক দেশ হন্তে খেদাইলা নিকালি॥
পাঞ্চজন বানৰক ৰাজ্য খেদি পাচে।
কনিষ্ঠৰ ভাৰ্য্যা বলে কাৰি লৈই আছে॥
বৰ ভাইত যুদ্ধ হাৰি আছে পৰ্ব্বতত।
তেহে সমে সত্বৰে কৰিয়ো মিত্ৰৱত॥
ৰাবন্নাক বধা পশি লঙ্কাৰ ভিতৰ।
তযু পুণ্য ৰূপ কীৰ্ত্তি হওক বিস্তাৰ॥
এহি বুলি গন্ধৰ্ব্ব আকাশে চলি গৈলা।
জয় ৰাম নাম মুখে মুখে গান গাইলা॥
পাচে ৰাম লক্ষণ চলিলা দুই বীৰ।
চম্পা নামে সৰোবৰ পাইলা তাৰ তীৰ॥
বহল নিৰ্ম্মল জল ফটিক সাক্ষাত।
হংস চক্ৰবাক সবে ক্ৰীৰে পৰি তাত॥
ফুটিছে কমল ফুল গন্ধে বহু দূৰ।
চিত্ৰ বিচিত্ৰ যে তাত দেখি মনজুৰ॥
তাহাৰ তীৰত এক আছন্ত সৰ্ব্বৰি।
পৰম পৱিত্ৰ সিদ্ধ বৃদ্ধ হন্ত নাৰী॥
ৰামক দেখিয়া প্ৰণামিলা দণ্ডৱতে।
পাচে পৰিচয় ভৈলা শ্ৰীৰাম সহিতে॥

অনেক বিচিত্ৰ কথা ৰামে সমে কৈলা।
মানুষী গুচিয়া তাই বিদ্যাধৰী ভৈলা॥
স্বৰ্গ হন্তে আইলা এক দিব্য যে বিমান।
পাচে প্ৰণমিলা তাই শ্ৰীৰাম চৰণ॥
চৰণৰ ধূলি লৈলা কৰি বহু মান।
বিমানত চৰি গৈলা অমৰাৱতী থান॥
ধৰি দিব্য ৰূপ তাই স্বৰ্গে চলি যাই।
হৰিষে থাকিলা চাই ৰঙ্গে দুই ভাই॥
পাচে প্ৰভু চলি গৈলা চম্পা সৰোবৰে।
চতুৰ্পাশে আছে পুষ্প ফুটি জাতিস্কাৰে॥
অশোক বকুল বেল কুন্দ নাগেশ্বৰ।
কদম্ব কেতেকি চম্পা মালতি মন্দাৰ॥
ফুটিছে মালতি গুটি পুষ্প মনোহৰ।
আনন্দে প্ৰচুৰ আমোদিত গন্ধে তাৰ॥
সূৰ্য্যৰ কিৰণ সম জলে পুষ্প ৰাতি।
স্থল পদ্ম প্ৰকাশয় ঘোষে দিন ৰাতি॥
বনৰ দেখিয়া জোতি ৰাম তুষ্ট ভৈলা।
ফুৰি ফুৰি চাহি ৰাম বিয়ামোহ হৈলা॥
লক্ষণে বোলন্ত প্ৰভু থিৰ কৰা মন।
আপুনি ঈশ্বৰ হুই হৰাইলা জ্ঞান॥
কবন্ধে কহিলা যাত্ৰা আসন্তে পথত।
পুষ্প গন্ধে বিয়ামোহ ভৈলা কেন মত॥
লক্ষণৰ বাক্যে ৰামে পাইলন্ত সুমৰি।
দুই ভাই চলি গৈলা ঋষ্যমুখগিৰি॥
ঋষ্যমুখে দেখিলা বানৰ পঞ্চজনে।
ৰামৰ চৰণ সেবি দুৰ্গাবৰ ভনে॥

অৰণ্যকাণ্ডে সীতাহৰণ সমাপ্তঃ।

---

